# আইলিতা

আলেক্সি তলস্তয়

প্ৰগ্ৰেছিভ পাব্লিচাৰ্চ
নগাওঁ, অসম

প্ৰকাশক—
প্ৰগ্ৰেছিভ পাব্লিচাৰ্চ
নগাওঁ, অসম

অনুবাদক—
**সদা শইকীয়া**

৩৫০

মুদ্ৰাকৰ—
চনেট প্ৰিণ্টিং ওয়াৰ্কস
পি, চি, ৰায়
১৯, গোৰাবাগান ষ্ট্ৰীট, কলিকতা-৬

আইলতা

## এখন আচৰিত জাননী

ক্ৰোচনিয়ে য'ৰি ষ্ট্ৰীটত এখন আচৰিত জাননী দেখিবলৈ পোৱা গ'ল। এটুকুৰা ধোঁৱা-বৰণীয়া কাগজত লিখা জাননীখন এটা পৰিত্যক্ত ঘৰৰ জৰাজীৰ্ণ বেৰ এখনত গজাল মাৰি আঁৰি থোৱা আছিল। ঘৰটোৰ কাষেদি গৈ আছিল আমেৰিকান বাতৰি কাকতৰ সংবাদদাতা আৰ্চিবল্ড স্কাইল্চ। তেওঁ এজনী গাভৰু ছোৱালীয়ে থিয় হৈ জাননীখন পঢ়ি থকা দেখিবলৈ পালে। ছোৱালীজনৰ গাত কপাহী ফ্ৰক; ভৰিত জোতা নাই। মুখ তাইৰ ক্লান্ত আৰু সেই ক্লান্তিয়ে তাইৰ মুখমণ্ডলত বিয়পাই তুলিছে মধুৰতা। তাইৰ মুখত বিস্ময়ৰ চিন নাছিল। তাইৰ স্থিৰ নীলা চকু দুটিত ভ্ৰান্তিৰ ক্ষীণ ৰেখা বিদ্যমান। কেকুৰা চুলিকোচা কাণৰ পিচফালে বোৱাই দি তাই শাক পাচলিৰ থাংটো তুলি লৈ বাটটো পাৰ হৈ গ'ল।

ঘটনাটোৱে স্কাইলচৰ মনত কৌতুহল জন্মালে। তেওঁ ওচৰ চাপি গৈ জাননীখন পঢ়িলে। মনৰ কৌতুহল সামৰিব নোৱাৰি, তেওঁ চকু দুটা মোহাৰি জাননীখন আকৌ এবাৰ পঢ়িলে।

অৱশেষত স্কাইল্চে হঠাৎ কৈ উঠিল 'বধিলে, বধিলে।' এই শব্দকেইটা উচ্চাৰণ কৰাটো স্কাইল্চৰ এটা মুদ্ৰা দোষেই আছিল।

জাননীখনত লিখা আছিল "১৮ আগষ্টৰ দিনা যিসকলে ইঞ্জিনীয়াৰ এম্ এচ্ লচৰ সৈতে মঙ্গল গ্ৰহলৈ যাবলৈ বিচাৰে তেওঁলোকক ১১ নম্বৰ জদানভ্স্কায়া মথাউৰিত নিশা ৬ বজাৰ পৰা ৮ বজাৰ ভিতৰত তেওঁৰ লগত সাক্ষাত কৰিবলৈ আহ্বান জনোৱা হ'ল।" মুচিলে মোচ নোখোৱা সাধাৰণ পেন্সিল এডালেৰেই জাননীখন লিখা হৈছিল।

স্কাইল্চে হাতৰ নাড়ী-স্পন্দন পৰীক্ষা কৰি চালে। স্বাভাৱিক। ঘড়ী চালে। চাৰি বাজি দহমিনিট। দিনটো আছিল ১৯২...ৰ ১৭ আগষ্ট।

এই বলিয়া নগৰখনত যি কোনো কথাৰ কাৰণেই স্কাইল্চ প্ৰস্তুত

আছিল। কিন্তু ইয়াৰ কাৰণে, বেৰথনত আঁৰি থোৱা জাননীখনৰ কাৰণে তেওঁ প্ৰস্তুত নাছিল।

জনশূন্য বাটটোৰেদি বতাহ বৈ গৈছিল। বাটটোৰ কাষৰ ঘৰবোৰ ডাঙৰ ডাঙৰ, কিন্তু খিৰিকীবোৰত লগোৱা কাঠবোৰ ভাগি গৈছে। দেখিলেই অনুমান হয় যে ঘৰবোৰ পৰিত্যক্ত। খিৰিকীবোৰেদি কাৰো মুখ এখন দেখিবলৈ নাই। বাটটোৰ সিপাৰে গাভৰু ছোৱালী জনীয়ে খাংটো থৈ স্কাইল্চলৈ চালে। তাইৰ মুখখন ধীৰ, স্থিৰ। মৰম লগা। তাইক কিন্তু বৰ ক্লান্ত যেন দেখা গৈছিল।

স্কাইল্চে এটা পুৰণি লেফাফা উলিয়াই লচৰ ঠিকনাটো লিখি ল'লে। ঠিকনাটো লিখি থাকোতে তেওঁৰ দাঁত-মুখ কামুৰি ধৰা এটা বিশেষ ভঙ্গী জিলিকি উঠিছিল। তেওঁ লচৰ ঠিকনাটো লিখি থকাৰ সময়তে এজন ওখ-পাখ বাহু-স্থঠাম মানুহ আহি জাননীখনৰ সমুখত থিয় হ'লহি। পিন্ধন-উৰণৰ পৰাই বুজিব পাৰি মানুহজন এজন সৈনিক। ককাল-বান্ধ নথকা টিউনিক, ভৰিত পটি-ফিটা। মানুহজনৰ মূৰত টুপী নাছিল। হাত দুখন অৱসন্ন ভাৱে জেপত গুজি থৈছিল তেওঁ। জাননীখন পঢ়ি থাকোতে তেওঁৰ সবল গলধনটো আটিল হৈ উঠা দেখা গৈছিল।

"মঙ্গল গ্ৰহলৈ যাবলৈ ওলোৱা বেচ বাহাদুৰ মানুহতো!"—ৰ'দত তাম-বৰণীয়া হৈ উঠা দীপ্ত বদনেৰে স্কাইল্চৰ পিনে চাই তেওঁ অগোপন প্ৰশংসাৰে মোকৃমোকাই উঠিল। তেওঁৰ কপালত এটা কটা দাগ। তেওঁৰ ধূসৰ বাদামী-ৰঙী চকু দুটা সেই গাভৰু ছোৱালীজনীৰ দৰেই (স্কাইল্চে বহুত দিনৰ আগতেই ৰুছ সকলৰ চকুৰ এই লক্ষণটো লক্ষ্য কৰিছিল। আনকি এবাৰ তেওঁ প্ৰবন্ধ এটাত ইয়াৰ উল্লেখো কৰিছিল......"এওঁলোকৰ চকুত কোনো স্থিৰতা নাই, কেতিয়াবা এওঁলোকৰ চকুত বিক্ৰপ প্ৰকাশ পায়, কেতিয়াবা আক' গোড়া সংকল্পহে নিবদ্ধ হৈ থাকে। সৰ্ব্বশেষত, এওঁলোকৰ চকুত প্ৰকাশি উঠে এনে এটা আউল লগোৱা ব্যঞ্জনা যি ইউৰোপীয় সকলৰ কাৰণে অতিশয় বেদনাদায়ক।")

"তেওঁৰ লগত উৰি যাবলৈ মন গৈছে, কামটো ইমান সহজ,"—স্কাইল্চৰ মূৰৰ পৰা ভৰিলৈকে লক্ষ্য কৰি তেওঁ প্ৰফুল্লিত হাঁহি মাৰি ক'লে।

হঠাৎ তেওঁৰ চকু কোচ খাই গ'ল। মুখৰ হাঁহিটোও মাৰ গ'ল। বাটটোৰ সিপাৰে শাক-পাচলিৰ খাংটো কাষত থৈ থিয় হৈ থকা গাভৰু ছোৱালী-



জনীলৈ তেওঁৰ চকু পৰিছিল। থুঁতৰিটো লৰাই তেওঁ ছোৱালীজনীক সুধিলে— "তাত কি কৰিছা মাছা?" (ছোৱালীজনীয়ে ঘনে ঘনে চকু টিপিয়াইছিল।) "ঘৰলৈ যোৱাগৈ।" (ধূলি লাগি থকা ভৰি দুটা মেলি দি তাই হুমুনিয়া পেলাই তলমূৰ কৰিছিল।) "কৈছো নহয়, যোৱাগৈ মই এতিয়াই ঘৰ পামগৈ।"

খাংটো তুলি লৈ ছোৱালীজনীয়ে খোজ দিলে।

"মই সৈন্যবাহিনীৰ পৰা ওলাই আহিছো, বুজিছেনে? মই আহত হৈছিলো, ছে'ল-শ্বক্ পাইছিলো, এতিয়া জাননীবোৰ পঢ়ি সময় কটাওঁ,—বৰ অতিষ্ঠ হৈ পৰিছো, বুজিছেনে!"—সৈনিকজনে ক'লে।

"আপুনি এই মানুহজনৰ লগত দেখা কৰিবনেকি?"—স্কাইল্চে সুধিলে।

"নিশ্চয় কৰিম।"

"কিন্তু ই জানো সম্ভৱ? মহাকাশেদি পঞ্চাশ নিযুত কিলোমিটাৰ পথ ভ্ৰমণ কৰাটো......"

"এৰা, বহুত দূৰ"

"মানুহজন হয় ঠগী, নহয় আওবলিয়া।"

"মানুহজন কেনে অৰশ্যে কোৱাটো টান।"

চকু দুটা কোচ খুৱাই স্কাইল্চে সৈনিকজনক নিৰীক্ষণ কৰিলে। একেই সেই বিদ্ৰূপসূচক ব্যঞ্জনা, সেই শ্ৰেষ্ঠতাবোধৰ আউল লগোৱা অভিব্যক্তি। খণ্ডত ৰঙা-ছিঙা পৰি তেওঁ গপ্ গপ্‌কৈ নেভা নৈৰ পিনে আগবাঢ়ি গ'ল। খোজ তেওঁৰ দীঘল দীঘল। খোজত ফুটি উঠিছিল আত্ম-প্ৰত্যয়ৰ ভাৱ। আগুৱাই গৈ তেওঁ পাৰ্কৰ বেঞ্চ এখনত বহি জেপত হাতখন সুমুৱাই চালে। চুৰট-ধপাত নেখালে থাকিব নোৱাৰা মানুহৰ জেপত যিদৰে অনবৰত ধপাত মজুত থাকে তেওঁৰ জেপতো সেইদৰে ধপাত মজুত আছিল। তেৰোঁ এজন তেনে বিধৰ লোক। জেপৰ পৰা ধপাত উলিয়াই পাইপটোত ভৰাই এবাৰ মাত্ৰ টেপি দিয়েই তেওঁ তাত অগ্নি-সংযোগ কৰি দিলে। তাৰ পিচত তেওঁ ভৰি দুটা মেলি দিলে।

মূৰৰ ওপৰত পৰিছিল সৰ্ব্বাঙ্গ-পুৰঠ লাইম গছজোপাৰ দীৰ্ঘ-শ্বাস। বৈ আহিছিল গৰম আৰ্দ্ৰ বতাহ। বালিৰ দ'ম এটাৰ ওপৰত বহি আছিল এটা সৰু ল'ৰা। গাত কাপোৰ বুলিবলৈ মাত্ৰ এটা লেতেৰা কপাহী চোলা। দেখিলে অনুমান হয় যেন সি তাত ঘণ্টাৰ পিচত ঘণ্টা ধৰি একেৰাহে বহি

আছে। বতাহে তাৰ শন-বৰণী কোমল চুলিবোৰ আউল-বাউল কৰি তুলিছিল। তাৰ হাতত এডাল ৰছী আছিল। ৰছী ডালত বন্ধা আছিল মাটিত চোচৰা খাই জীৰ্ণ-শীৰ্ণ হোৱা এটা বুঢ়া কাউৰীৰ ঠেং। কাউৰীটোৰ মুখত বেজাৰ আৰু বিৰক্তিৰ ভাব। লৰাটোৰ নিচিনাকৈ কাউৰীটোৱেও স্কাইল্চৰ পিনে চাইছিল।

হঠাতে তেওঁ আচন্দ্ৰাই কৰা যেন অনুভব কৰিলে। তেওঁৰ মূৰটো ঘূৰিবলৈ ধৰিলে। তেওঁ সপোনহে দেখিছিলনেকি? এই সকলোবোৰ— ল'ৰাটো, কাউৰীটো, জনশূন্য ঘৰবোৰ, জনশূন্য আলিবাটবোৰ, আশ্চৰ্য্যজনক দৃষ্টিপাতবোৰ আৰু তেওঁক মঙ্গল গ্ৰহলৈ আমন্ত্ৰণ জনোৱা সৰু জাননীখন,— এই সকলোবোৰ সপোনহে আছিলনেকি?

চোকা ধপাতৰ পাইপত এটা দীঘলীয়া টান মাৰি স্কাইল্চে পেট্ৰোগ্ৰেডৰ মানচিত্ৰখন মেলিলে আৰু পাইপৰ নলীডালেৰে জ্দানভ্স্কায়া মথাউৰিটোলৈ যাব পৰা বাট বিচাৰি উলিয়ালে।

## কাৰখানাটো

এখন চোতালৰ মাজেৰে স্কাইল্চ আগুৱাই গৈছিল। চোতালখনৰ চাৰিওপিনে মামৰে ধৰা লোহাৰ ভঙা-ছিঙা টুকুৰা আৰু চিমেণ্টৰ খালি পিপা কিছুমান সিঁচৰিত হৈ পৰি আছে। তাঁৰৰ মেৰ ভঙা কলকব্জাবোৰৰ আৱৰ্জনাৰ স্তূপৰ ওপৰত ঘাঁহৰ মেমেৰা-মেমেৰ গজালি ওলাইছিল। চোতালখনৰ একেবাৰে সিমূৰত এটা ওখ ছালি-ঘৰৰ ধূলিৰে লেতেৰা হৈ থকা খিৰিকীবোৰত সূৰ্য্যাস্তৰ কিৰণ জিলিকি উঠিছিল। চাপৰ দুৱাৰ এখনৰ মুখত বহি এজন শ্ৰমিকে বাণ্টি এটাত ৰঙা সীহ মিশ্ৰণৰ কাম কৰি আছিল। স্কাইল্চে ইঞ্জিনীয়াৰ লচ থাকে ক'ত সেই কথা সোধাত ছে,'দ-ঘৰটোৰ পিনে মূৰ জোকাৰি দেখুৱালে। স্কাইল্চ সোমাই গ'ল ভিতৰলৈ।

ছে,'দটোত পোহৰ আছিল পাতলীয়া। এখন টেবুলৰ ওপৰত টিন-ঢাকনি দিয়া এটা ইলেক্‌ট্ৰিক বাল্ব্ জলি আছিল। কাৰিকৰী বিষয়ৰ নক্সা আৰু



কিতাপ কিছুমান টেবুলখনত দ'ম বান্ধি আছিল। ছে,'দ-ঘৰটোৰ একেবাৰে ভিতৰত মৃধলৈকে এখন কাৰিকৰী মঞ্চ। আন এজন শ্ৰমিকে অগ্নিকুণ্ডত বতাহ সঞ্চালিত কৰি আছিল। মঞ্চখনৰ সুকুভাৱে স্কাইল্চে দেখিলে এটা তিৰবিৰাই থকা, গজাল মাৰি থোৱা গোলক। মুক্ত প্ৰবেশ-পথৰ সিমূৰে সূৰ্য্যাস্তৰ ৰঙচুৱা পোহৰ সাগৰীয় মেঘমালা পৰিব্যাপ্ত।

"মুস্তিশ্লাভ চের্গেয়েভিচ্, আপোনাৰ লগত দেখা কৰিবলৈ এজন মানুহ আহিছে"—অগ্নি-কুণ্ডত কাম কৰি থকা শ্ৰমিকজনে ক'লে।

মঞ্চৰ পিচফালৰ পৰা ওলাই আহিল এজন সুঠাম বাহুৰ লোক। বৰ ওখ-পাখ নহ'লেও চুটি-চাপৰো নহয়। মানুহৰজনৰ চুলি শুভ্ৰ, ঘন। মুখ নিমজ। ওঁঠ দুটা ডাঙৰ হলেও ধুনীয়া। চকু দুটা পাতল ধোঁৱা-বৰণীয়া, তীক্ষ্ণ আৰু নিষ্পলক। গাত ঘৰতে তৈয়াৰ কৰা এটা ডিঙি খোলা ফকছুটা চোলা আৰু এটা তাপলিযুক্ত বটীয়াৰে বন্ধা পটলুং। হাতত এখন নক্সা। স্কাইল্চৰ পিনে আগবাঢ়ি আহোঁতে তেওঁ এবাৰ চোলাটোৰ বুতাম লগাবলৈ বুলি ডিঙিটো খেপিয়াই বৃথা চেষ্টা কৰিলে।

"জাননীখনৰ বিষয়ে আহিছে? আপুনি আকাশ-যাত্ৰা কৰিবলৈ বিচাৰে?"—অস্পষ্ট মাতেৰে তেওঁ সুধিলে আৰু পিচত ইলেক্‌ট্ৰিক বাল্বটোৰ তলত এখন চকীত স্কাইল্চক বহিবলৈ দি, নিজেও স্কাইল্চৰ মুখামুখিকৈ বহি, হাতৰ নক্সাখন টেবুলখনৰ ওপৰত থৈ, পাইপটোত ধপাত ভৰাই ল'লে। এয়েঁই ইঞ্জিনীয়াৰ মুস্তিলাভ চের্গেয়েভিচ লচ।

চকু নমাই তেওঁ জুইশলা কাঠি এডাল জলালে। তাৰ পোহৰত জিলিকি উঠিল তেওঁৰ দৃঢ় মুখ, ওঁঠৰ ওচৰৰ ডুডাল তিক্ত ৰেখা, বহল নাসিকা-ৰন্ধ্ৰ আৰু তেওঁৰ চকুৰ দীঘল পাহি। তেওঁৰ মুখখন দেখি স্কাইল্চৰ বৰ ভাল লাগিল। স্কাইলচে ক'লে—তেওঁৰ মঙ্গল গ্ৰহলৈ যোৱাৰ কোনো ইচ্ছা নাই, কিন্তু ক্ৰাস্নিয়ে স্ট্ৰীটৰ জাননীখন পঢ়ি তেওঁ সচৰ আন্তঃনাক্ষত্ৰিক যাত্ৰাৰ নিচিনা অসাধাৰণ আৰু চাঞ্চল্যকৰ আঁচনিৰ কথা পাঠকসকলক জনোৱাটো এটা কৰ্ত্তব্য বুলি ভাবিছে।

নিষ্পলক দৃষ্টিৰে স্কাইল্চৰ কথাবাৰ শুনি লচে ক'লে—"মোৰ লগত আপুনি নাযায়, বৰ দুখৰ কথা।"—এই বুলি লচে মূৰ জোকাৰি আকৌ ক'লে—"কথাটো উলিয়ালেই মোৰ ওচৰৰ পৰা মানুহবোৰ আঁতৰি যায়! আৰু চাৰি দিনৰ পিচতেই ৰাওনা হোৱাৰ ইচ্ছা, অথচ এতিয়ালৈকে এজনো

সঙ্গী নোলাল।” আকৌ এডাল জুইশলা কাঠি জলাই তেওঁ পাইপ্‌টো হুপিলে। পাইপ্‌টোৰ পৰা মেঘাকৃতি ধোঁৱাবোৰ উৰিবলৈ ধৰিলে।

“আপুনি কি জানিবলৈ বিচাৰে?”

“আপোনাৰ জীৱন-কাহিনী”

“মোৰ জীৱন-কাহিনী শুনিনো কাৰ ভাল লাগিব! মোৰ জীৱনত উল্লেখযোগ্য কথাই বা আছে কিটো! স্কুলত বৰ কষ্ট কৰি পঢ়িছিলো। বাৰ বছৰ বয়সৰ পৰাই নিজৰ ভৰিৰ ওপৰত থিয় দি আহিছো। মোৰ যৌৱন-কাল, মোৰ পঢ়া-শুনা, মোৰ কাম-কাজ—এই বিলাক জানিবৰ বাবে পাঠকসকলৰেই বা আগ্ৰহ থাকে কেনেকৈ! এইবিলাকত একোৱেই নাই, একোৱেই নাই, অৱশ্যে…” লচৰ চকুৰ চেলাউৰিটো হঠাৎ কোঁচ খাই গ'ল। মুখত বিয়পি পৰিল এক গাম্ভীৰ্য্যৰ ৰেখা। মঞ্চৰ পিনে পাইপটো টোঁৱাই লচে ক'লে—“অৱশ্যে এই যন্ত্ৰটো, এই যন্ত্ৰটোতে মই বহুত দিন ধৰি লাগি আছো। দুবছৰ আগতেই ইয়াক সাজিবলৈ লৈছিলো। ইমানেই, ইমানেই!”

“ইয়াৰে গৈ মঙ্গল গ্ৰহ পাবলৈ আপোনাৰ কেই মাহ লাগিব?” হাতৰ পেন্সিলডালৰ মূৰটোলৈ লক্ষ্য কৰি স্কাইল্‌চে সুধিলে।

“ন কি দহ ঘণ্টা। তাতকৈ সৰহ সময় নালাগিব বুলি ভাবো।”

“ন—দহ ঘণ্টাহে নেকি?”—স্কাইল্‌চৰ মুখখন ৰঙা হৈ উঠিল। তেওঁৰ ওঁঠ দুটাও কঁপি উঠিল।

“মোৰ ওপৰত আৰু অলপ বিশ্বাস ৰাখি আপোনাৰ আঁচনিৰ বিষয়ে যদি অলপ বহলকৈ কয় তেনেহলে নথৈ বাধিত হ'ম”—অতিশয় বিনয়ী সুৰত স্কাইল্‌চে ক'লে।

টেবুলৰ ওপৰত কিলাকুটি দুটা গুজি লচে নিজকে ধোঁৱাৰ মাজত বুৰাই দিলে। ধোঁৱাৰ মাজত লচৰ চকু দুটা তিৰবিৰাই উঠিল।

“ওঠৰ আগষ্টৰ দিনা পৃথিৱীৰ পৰা মঙ্গল গ্ৰহৰ দূৰত্ব হ'ব চল্লিশ নিযুত কিলোমিটাৰ। মই এইখিনি দূৰত্বতে ভ্ৰমণ কৰিব লাগিব। প্ৰথমতে অতিক্ৰম কৰিব লাগিব পৃথিৱীৰ বায়ুমণ্ডল। তাৰ দূৰত্ব হ'ল পয়সত্তৰ কিলোমিটাৰ। দ্বিতীয়তে, গ্ৰহ দুটাৰ মাজৰ মহাকাশ। তাৰ দূৰত্ব হ'ল ছল্লিশ নিযুত কিলোমিটাৰ। তৃতীয়তে, মঙ্গল গ্ৰহৰ বায়ুমণ্ডল,—পয়ষষ্ঠি কিলোমিটাৰ। বায়ুমণ্ডলৰ এই এশ চল্লিশ কিলোমিটাৰ অতিক্ৰম কৰাটোৱেই হৈছে ঘাই সমস্যা।



লচে থিয় হৈ পটলুঙৰ জেপত হাত দুখন সুমুৱাই দিলে। ধোঁৱাৰ মাজত ছাঁয়াবৃত হৈ থাকিল তেওঁৰ মূৰৰ অংশ। স্কাইল্‌চে কেৱল দেখিবলৈ পালে লচৰ উন্মুক্ত বুকু, কামিজ-চোলাৰ হাত কোচ খাই থকাৰ ফলত জিলিকি উঠা নোমাল দুখন হাত।

“উৰা,—কথাটো সাধাৰণতে ব্যৱহাৰ কৰা হয় চৰাই, গছৰ পৰা ছিগি অহা পাত বা উৰা-জাহাজৰ ক্ষেত্ৰত। কিন্তু এইবিলাক প্ৰকৃততে নুউৰে। এই বিলাক ভাহেহে। একেবাৰে সঠিক অৰ্থত কবলৈ গলে উৰা মানে হৈছে এটা বস্তু পৰি যোৱা, এটা শক্তিৰ চাপত চালিত হৈ চলমান হোৱা। এটা ৰকেটৰ কথাকেই ধৰক। মহাকাশত কোনো প্ৰতিৰোধ জন্মোৱা, বাধা দিয়া শক্তি নাই কাৰণেই ৰকেটৰ গতিবেগ ক্ৰমশঃ বাঢ়ি যায়। যদি কোনো চুম্বক-শক্তিয়ে বাধা নজন্মায় তেনেহলে খুব সম্ভৱ মোৰ যন্ত্ৰৰ গতি-বেগ পোহৰৰ গতি-বেগৰ প্ৰায় সমান হ'ব। ৰকেট-নিৰ্ম্মাণৰ সূত্ৰ যি, মোৰ যন্ত্ৰটোৰ নিৰ্ম্মাণৰ সূত্ৰও সেয়ে। মই পৃথিৱী আৰু মঙ্গল গ্ৰহৰ এশ ছল্লিশ কিলোমিটাৰ বায়ুমণ্ডল অতিক্ৰম কৰিব লাগিব। উত্তৰণ আৰু অবতৰণৰ সময়খিনি ধৰি এই কামত মোৰ মুঠতে তেৰ ঘণ্টা লাগিব। পৃথিৱীৰ মধ্যাকৰ্ষণ শক্তিয়ে ঢুকি পোৱা অঞ্চল অতিক্ৰম কৰিবলৈ আৰু এঘণ্টাৰ প্ৰয়োজন হ'ব। মহাকাশত প্ৰবেশ কৰাৰ লগে লগেই মই যিমান ইচ্ছা কৰো সিমান বেগেৰে উৰিব পাৰিম। তাত মাত্ৰ দুটা বিপদ আছে। প্ৰথমতে, অতিৰিক্ত সঞ্চালনৰ ফলত মোৰ ৰক্তবাহবোৰ ফাটি যাব পাৰে; দ্বিতীয়তে, যন্ত্ৰটোৱে অত্যাধিক বেগেৰে গৈ মঙ্গল গ্ৰহৰ বায়ুমণ্ডলত আঘাত কৰিবগৈ পাৰে। সেয়ে হ'লে ই বালিত খুন্দা খোৱাৰ নিচিনাই হ'ব। ফলত যন্ত্ৰটো আৰু যন্ত্ৰটোৰ ভিতৰত থকা সকলো বস্তু গেছলৈ ৰূপান্তৰিত হ'ব। কত গ্ৰহৰ টুকুৰা, কত অপৰিজ্ঞাত বা লয়প্ৰাপ্ত জগতৰ টুকুৰা সৌৰ-জগতৰ বহিৰাকাশত প্ৰচণ্ড বেগেৰে উৰি ফুৰিছে। বায়ুমণ্ডলত প্ৰবেশ কৰাৰ লগে লগেই সিহঁত পুৰি ছাই হৈ যায়। বায়ু যেন এক দুৰ্ভেদ্য বৰ্মহে। অৱশ্যে এবাৰ আমাৰ গ্ৰহত ইয়াক স্পষ্টতঃ ভেদ কৰা হৈছিল।”

লচে জেপৰ পৰা হাত দুখন উলিয়াই টেবুলৰ ওপৰত থ'লে আৰু লাইটৰ পোহৰত মুঠি মাৰি ধৰিলে।

“চাইবেৰিয়াৰ অনন্ত তুষাৰৰ মাজৰ পৰা মই মেমথবোৰ থাদ্দি

উলিয়াইছিলো। পৃথিৱীৰ ফাঁটবোৰত সোমাই মেমথবোৰ বিলুপ্ত হৈ পৰিছিল। সিহঁতৰ দাঁতত মই দেখিবলৈ পাইছিলো ঘাঁহৰ টুকুৰা। তাৰ মানে সিহঁতে এসময়ত এনেকুৱা কিছুমান ঠাইত চৰি ফুৰিছিল যিবিলাক ঠাই এতিয়া তুষাৰে পুতি পেলাইছে। সিহঁতৰ মঙহো মই খাইছিলো। মেমথবোৰ পঁচি যোৱা নাছিল। বৰফত পোত খাই থকাত উঠঁলি নোযোৱাকৈ আছিল। পৃথিৱীৰ মেৰুদণ্ড এবাৰ হঠাৎ বিচ্যুত হৈ পৰিছিল। কোনোবা নাক্ষত্ৰিক দেহৰ লগত পৃথিৱীৰ সংঘৰ্ষ হৈছিল, অথবা চন্দ্ৰতকৈ সৰু এটা দ্বিতীয় উপগ্ৰহে আমাক প্ৰদক্ষিণ কৰিছিল। পৃথিৱীয়ে নিশ্চয় ইয়াক আকৰ্ষণ কৰিছিল আৰু তাৰ ফলতেই পৃথিৱীৰ লগত তাৰ সংঘৰ্ষ হৈছিল। পৰিণাম স্বৰূপে পৃথিৱীৰ মেৰুদণ্ড বিচ্যুত হৈ পৰিছিল। হয়তো এই সংঘৰ্ষৰ ফলতেই আফ্ৰিকাৰ পশ্চিম ফালে থকা মহাদেশখন লোপ পাই আটলাণ্টিক মহাসাগৰলৈ পৰিণত হয়। মঙ্গল গ্ৰহৰ বায়ুমণ্ডলত প্ৰবেশ কৰাৰ লগে লগে যাতে যন্ত্ৰটো গলি নাযায় তাৰ কাৰণেই মই গতি-বেগ কমাই দিব লাগিব। এই কথালৈ লক্ষ্য ৰাখি মহাকাশ যাত্ৰাৰ মিয়াদ ধৰিছো ছয় বা সাত ঘণ্টা। আৰু কেইবছৰমানৰ ভিতৰতে মঙ্গল গ্ৰহলৈ যোৱাটো মস্কোৰ পৰা নিউয়ৰ্কলৈ বিমান যাত্ৰা কৰাৰ লেখিয়াই হ'ব।"

টেবুলখনৰ পৰা আঁতৰি গৈ লচে এটা চুইচ টিপিলে। ওপৰ ছিলিঙিৰ পৰা চিঁ চিঁ শব্দ কৰি জ্বলি উঠিল আৰ্কলাইট। স্কাইল্‌চে দেখিবলৈ পালে কাঠৰ বেৰত যন্ত্ৰপাতিৰ নক্সা, ডায়েগ্ৰাম আৰু মানচিত্ৰ; বাকচত বীক্ষণ আৰু পৰিমাপক যন্ত্ৰ, মহাকাশ-যাত্ৰীৰ পোছাক, টিনৰ টেমাত ভৰাই ৰখা খাদ্য-বস্তু আৰু নোমেৰে তৈয়াৰ কৰা কাপোৰ-কানি; কোণত মঞ্চৰ ওপৰত এটা দূৰবীক্ষণ যন্ত্ৰ। লচ আৰু স্কাইল্‌চ ধাতুৰে তৈয়াৰী ডিম্বাকৃতিৰ অংশটোৰ চাঙিকাযে নিৰ্মিত মঞ্চৰ ওচৰলৈ গ'ল। স্কাইল্‌চৰ হিচাপত ই ৮½ মিটাৰ ওখ আৰু ইয়াৰ ব্যাস ৬ মিটাৰ। তাৰ মধ্যাংশৰ চৌপাশে এডাল তীখাৰ চেপেটা কামি ঘোৰ খাই আছে। তাৰ ফলত তলৰ অংশটো ছাতিৰ নিচিনাকৈ দোঁ খাই আছে। এয়া হ'ল বায়ু-মণ্ডলৰ মাজেৰে যোৱাৰ সময়ত যন্ত্ৰৰ প্ৰতিৰোধ-শক্তি বঢ়োৱা পেৰাছুট-ব্ৰেক। পেৰাছুটৰ তলৰ পিনে তিনিটা সৰু সুৰুঙা। ডিম্বাকৃতিৰ যন্ত্ৰটোৰ নিম্নাংশটো ক্ৰমান্বয়ে কুঞ্চিত। তাক আঁতি ধৰিছে তীখাৰ দুই-মেৰীয়া ঘন গাথনিয়ে। অৱতৰণ কৰাৰ



সময়ত সংঘৰ্ষই যাতে অনিষ্ট সাধন কৰিব নোৱাৰে সেই উদ্দেশ্যেই যন্ত্ৰটোত এই ব্যৱস্থা কৰা হৈছে।

গজাল মৰা ছে'লটোত পেন্সিলডাল ঘঁহাই ঘঁহাই লচে তেওঁৰ আন্তঃগ্ৰাহিক বিমানখনৰ বিশদ বিৱৰণ দিবলৈ ধৰিলে। এই আন্তঃগ্ৰাহিক বিমানখন হৈছে নমনীয় ৰিফ্ৰেক্টৰী তীখাৰে নিৰ্মিত। ভিতৰফালে কামি আৰু শলাৰ গাথনি দিয়াৰ কাৰণে ই অধিক শক্তিশালী হৈছে। এয়া হ'ল বাহিৰৰ আৱৰণটোৰ কথা। ভিতৰফালে দ্বিতীয় আৱৰণ। তাত ৰবৰ, ফেল্ট আৰু চাম্‌বাৰ ছটা স্তৰ আছে। এই আৱৰণটোত আছে পৰ্য্যবেক্ষণ-যন্ত্ৰ, অক্সিজেন-টেঙ্ক, কাৰ্‌বনিক এচিড শোধনকাৰী আহিলা-পাতি আৰু সংঘৰ্ষত অনিষ্ট হোৱাৰ পৰা ৰক্ষা কৰিবলৈ যন্ত্ৰপাতি আৰু খাদ্য-সামগ্ৰীৰ আধাৰ। বৰ্হিভাগত সৰু ধাতৱ টিউব আৰু তিনিশিৰীয়া কাঁচেৰে তৈয়াৰী কিছুমান বিশেষ 'পীপ হ'ল,' অৰ্থাৎ জুমি চাব পৰা জলঙা।

আন্তঃগ্ৰাহিক বিমানখনৰ মেৰপাক খোৱা ডিঙি-অংশটোতে আছে এষ্ট্ৰনমিকেল ব্ৰ'ঞ্জতকৈয়ো কঠিন তীখাৰে নিৰ্মিত চালন-যন্ত্ৰটো। যন্ত্ৰটোৰ লম্বমান নলীবোৰৰ অগ্ৰভাগ বিস্ফোৰণ-কোঠালিত বহল হৈ পৰিছে। প্ৰত্যেকটো বিস্ফোৰণ-কোঠালিয়েই স্পাৰ্ক-প্লাগ আৰু ফীডাৰেৰে সজ্জিত। মটৰ-গাড়ীৰ বাবে যিদৰে গেচোলিনৰ প্ৰয়োজন ঠিক সেইদৰে এই বিস্ফোৰণ-কোঠালিবোৰতো সৰবৰাহ কৰা হৈছে আল্‌ট্ৰালাই্‌দাইট্‌। এই মিহি খাৰবোৰৰ বিস্ফোৰণ ক্ষমতা অসাধাৰণ। ইয়াক আবিষ্কাৰ কৰা হৈছিল পেট্ৰোগাডৰ এটা কাৰখানাত। মানুহে জনা যি কোনো বিস্ফোৰকতকৈ ইয়াৰ শক্তি বেছি। বিস্ফোৰণৰ ফলত উদ্ভৱ হোৱা জেটবিলাকৰ আকৃতি ওপৰলৈ জোঙা আৰু নিম্নাংশ অতি ঠেক। ডিঙি অংশটোৰ লম্বমান নলীবিলাকৰ মেৰুদণ্ড জেটৰ মেৰুদণ্ডৰ লগত সমভাবে যে আছে সেই কথা জানিবৰ বাবেই বিস্ফোৰক-কোঠালিটোত প্ৰয়োগ কৰা আল্‌ট্ৰালাইদাইট প্ৰথমতে চুম্বকক্ষেত্ৰৰ মাজেদি পঠোৱা হয়। এইটোৱেই চালন-যন্ত্ৰটোৰ সাধাৰণ সূত্ৰ। ই এটা ৰকেট। ইয়াৰ আল্‌ট্ৰালাইদাইটৰ যোগান এশ ঘণ্টা ধৰি থাকিব। যন্ত্ৰটোৰ গতিবেগ প্ৰতি চেকেণ্ডৰ বিস্ফোৰণৰ সংখ্যা বঢ়াই বা কমাই নিয়ন্ত্ৰণ কৰা যায়। ইয়াৰ নিম্নাংশ উৰ্দ্ধাংশতকৈ অধিক গধুৰ। তাৰ ফলত ডিঙি-অংশটো মধ্যাকৰ্ষণ ক্ষেত্ৰমুখী হৈ পৰিব।"

"আপোনাৰ এই আঁচনিৰ বাবে কোনে টকা পইচাৰ যোগান ধৰিছে"—

স্কাইলচে সুধিলে। লচে বিস্ময়াভিভূত হৈ কলে—"কিয়, নাজানে? ৰিপাব্লিকে……"

ডুয়োজন টেবুলৰ কাষলৈ গ'ল। মুহূৰ্ত্তৰ নীৰৱতাৰ পাছত স্কাইল্‌চে দ্বিধাগ্ৰস্তভাবে সুধিলে—"মঙ্গল গ্ৰহত জীৱন্ত প্ৰাণী দেখিবলৈ পাব বুলি আশা কৰেনে?"

"সেই প্ৰশ্নৰ উত্তৰ মই ১৯ আগষ্ট, শুকুৰবাৰে ৰাতিপুৱাহে পাম"

"মই আপোনাৰ ভ্ৰমণ-কাহিনীৰ প্ৰতি শাৰীতে দহ ডলাৰকৈ দিম। প্ৰতিটো প্ৰবন্ধতেই দুশ শাৰী থকা ছটা প্ৰবন্ধৰ বাবে আগধন এতিয়াই ল'ব পাৰে। ষ্টকহলমত শ্বে'কথন ভঙাব লাগিব। এই বিষয়ে আপোনাৰ ক'বলগীয়া কিবা আছেনেকি?"

লচে হাঁহি মূৰ দুপিয়ালে। স্কাইল্‌চে টেবুলৰ কাষলৈ গৈ শ্বেকথন লিখিবলৈ ধৰিলে।

"দুখৰ কথা যে আপুনি মোৰ লগত নাযায়। প্ৰকৃততে ই এটা চমু ভ্ৰমণ হ'ব, ষ্টকহলমলৈ খোজ কাঢ়ি যোৱাতকৈয়ো চমু।"—পাইপ হুপি, ধোঁৱা উকুৱাই লচে ক'লে।

## সহযাত্ৰী

পাহুলিমুখত এটা গেটপষ্টত আউজি থিয় হৈ আছিল লচ্। তেতিয়া তেওঁৰ চুৰটৰ পাইপটো নিৰ্ব্বাপিত হৈ গৈছিল।

গেটৰ সিপাৰে জদ্‌ৰানভস্কাৰ উপকূল পৰ্য্যন্ত বিশাল উন্মুক্ত প্ৰান্তৰ। নদীৰ ইটো পাৰৰ পেটভঙ্কি দ্বীপত অস্তগামী সূৰুযৰ বিষণ্ণ আলোক মালা গছ গছনি বিলাকত ঈষৎ উদ্ভাসিত হৈ উঠিছিল। সূৰ্য্যাস্তৰ হিৰন্ময় বৰ্ণাভ মেঘবিলাক নীলা আকাশত একো একোটি দ্বীপৰ দৰে ইতস্ততঃভাৱে বিক্ষিপ্ত হৈ পৰিছিল। ঢিমিক ঢামাককৈ তিৰবিৰাই থকা কেইটামান তৰা। পুৰণি পৃথিৱীৰ চৌদিশে গভীৰ নীৰৱতা বিৰাজ কৰিছিল।

ৰঙা সীহবিলাক যিজনে মিহলি কৰে সেই কুজমিন নামৰ মিস্ত্ৰীজন গেটৰ



ফালে ধীৰভাবে আগবাঢ়ি আহিল। চিগাৰেটৰ অৱশিষ্ট অংশটো তেওঁ অন্ধকাৰৰ মাজলৈ দলিয়াই দিলে।

"পৃথিৱীৰ পৰা বিচ্ছিন্ন হৈ যোৱাটো সহজ কথা নহয়।" তেওঁ মৃদু স্বৰত কলে। "ঘৰখন এৰি যোৱাটোৱেই ইমান বেদনাদায়ক। ৰেল ষ্টেশনলৈ যাবৰ বেলিকাও মানুহে ঘূৰি ঘূৰি ঘৰলৈ চায়। মোৰ ঘৰটোৰ চাল খেৰৰ হব পাৰে, তথাপিও ই মোৰেই। নিজৰ ঘৰখনতকৈ আৰু কি থাকিব পাৰে। আৰু পৃথিৱীখন এৰাৰ সম্পৰ্কে……."

"কেট্‌লিটোৰ পানী উতলিবলৈ আৰম্ভ কৰিছে।" খখ্‌লভ নামৰ আনজন মিস্ত্ৰীয়ে কলে। "আহাঁ, কুজ্‌মিন চাহ খোৱাহি।"

কুজ্‌মিনে এটি হুমুনিয়াহ পেলালে। জুইশালৰ ফালে আগবাঢ়ি গৈ তেওঁ কলে, "ওঁ, সেইটোৱেই। কবলৈ নো আৰু কি আছে।" গোমোঠা মুখৰ খখ্‌লভ আৰু কুজ্‌মিন ছুটা মূঢ়াৰ ওপৰত বহিল। সাৱধানতাৰে ৰুটী বিলাক ছিঙি শুকান মাছৰ কাঁইট বিলাক বাছি বাছি ধীৰে ধীৰে চোবাবলৈ ধৰিলে। মোচকোচাত মৃদু কঁপনি তুলি কুজ্‌মিনে নিম্ন স্বৰত কলে, :

"বুঢ়াৰ কাৰণে বৰ দুঃখ লাগে। তেওঁৰ নিচিনা মানুহ পৃথিৱীত আছেই বা কেইজন!"

"তেওঁতো এতিয়াও মৰা নাই!"

"এজন চালকে মোক কৈছিল যে আঠ ভাৰ্ষ্ট ওপৰলৈ উঠাৰ পাছত-বিশেষকৈ জহকালি বুজিছা, পেট্ৰল বিলাক গোট মাৰি যায়। ইয়াতোকৈ ওপৰত আৰু কি অৱস্থা হব পাৰে তুমি অনুমান কৰিব পাৰিবানে? নিশ্চয় বৰফৰ দৰে ঠাণ্ডা আৰু ঘন অন্ধকাৰ।"

"মই কব খুজিছো যে তেওঁ এতিয়াও মৰা নাই।" খখ্‌লভে বিষণ্ণ ভাবে কলে।

"তেওঁৰ লগত যাবলৈ কোনো ওলোৱা নাই। কোনেও তেওঁক বিশ্বাস নকৰে। জাননীখন এসপ্তাহতকৈও অধিক কাল বেৰত আঁৰি থোৱা আছে।"

"মই তেওঁক বিশ্বাস কৰো।"

"তেওঁ সেই ঠাই পাবগৈ বুলি তুমি ভাবানে?"

"পাৰিব। তেতিয়া সকলোৰে চকু থিৰ হব আৰু সমগ্ৰ ইউৰোপৰ তেতিয়া চেতনা আহিব।"

"কাৰ চকু স্থিৰ হব?"

"সিহঁতৰ, আৰু কাৰ হব! সকলোৰে মুখ তেতিয়া ক'লা পৰিব।—মঙ্গল গ্ৰহটো কাৰ?—ছোভিয়েতৰ।"

"ওঁ, সেইটো বৰ উত্তম হব।"

কুজমিনে বহিবৰ কাৰণে লচক মূঢ়াটো আগবঢ়াই দিলে। ইঞ্জিনীয়াৰজন মূঢ়াটোত বহিল আৰু টিনৰ মগত ধোৱাঁ ওলাই থকা চাহ খিনি দাঙি ললে।

"খথ্লভ্, তুমি মোৰ লগত নোযোৱা?"

খথ্লভে কলে, "ওহোঁ। মোৰ অত্যন্ত ভয় লাগে।"

লচে মিচিকিয়াই হাঁহিছিল। চাহ এঢোক খাই কুজমিনলৈ চাই কলে, "আৰু বন্ধু, তোমাৰ কোৱাচোন।"

"যাব পৰা হলে নিশ্চয় আনন্দিত হলোহেতেন। কিন্তু মোৰ স্ত্ৰী অসুস্থ। ল'ৰাছোৱালীবিলাক আছে। সিহঁতক এৰি কেনেকৈ নো যাওঁ, কওকচোন?"

"তেনেহলে বোধকৰো মই অকলেই যাব হে লাগিব।" শূন্য মগ টো থৈ হাতেৰে ওঁঠ মুচি লচে কলে "স্বপ্ৰণোদিত হৈ আগবঢ়া মানুহ নায়েই।" তেওঁ মৃদুভাবে হাঁহিলে আৰু মূৰ জোকাৰিলে। "যোৱা কালি এই বিষয়ে এজনী গাভৰু ছোৱালীয়ে মোক দেখা কৰিছিল। তাই কৈছিল, তাই মোৰ লগত যাব। বয়স উনৈশ বছৰ। তাই গান গাব, নাচিব আৰু গীতাৰ বজাব পাৰে। বিপ্লৱত তাইৰ হেনো বিৰক্তি জন্মিছে আৰু সেই কাৰণে পৃথিবীখন ত্যাগ কৰিবলৈ বিচাৰিছে। তাই ভিচাৰ প্ৰয়োজন হব নেকি সুধিছিল। কিছু সময় কথা পতাৰ পাছত তাই কান্দিলে আৰু কলে মই বোলে তাইক ঠগিছো। ঠাই টুকুৰা ওচৰত বুলি ভাবিছিল। তাৰ পাছত এজন যুৱক আহি উপস্থিত। কৰ্কশ কণ্ঠ আৰু হাত দুখন মিহি। তেওঁক গাধ বুলি ভাবিছো নেকি সুধিলে। তেওঁৰ মতে মঙ্গল গ্ৰহলৈ যোৱা অসম্ভৱ। কি সাহসত মই এনেকুৱা জাননী আঁৰিছো প্ৰশ্ন কৰিলে। বৰ কষ্টেৰে তেওঁক শান্ত কৰিলো।"

আঁঠুৰ ওপৰত কিলাকুটিৰে ভেজা দি লচে জলি থকা কয়লাবোৰৰ ফালে চাই ৰ'ল। তেওঁৰ মুখমণ্ডলত তেতিয়া ক্লান্তিৰ আভাস। দীৰ্ঘ পৰিশ্ৰমৰ পাছত তেওঁক জিৰণি লোৱা যেন বোধ হৈছিল। কুজ্মিন ধপাত আনিবৰ কাৰণে ওলাই গৈছিল। খথ্লভে কাহিছিল।

"আপোনাৰ অলপো ভয় লগা নাই?"



প্ৰজ্জলিত কয়লাৰ উত্তাপত ৰক্তাভ হৈ উঠা চকু দুটিৰে লচে তেওঁলৈ চালে।

"ওহো, মোৰ অলপো ভয় লগা নাই। মই কৃতকাৰ্য্য হ'ম বুলি নিশ্চিত। আৰু যদি নোৱাৰো তেনেহলে ইমান দ্ৰুতভাবে সকলো শেষ হৈ যাব যে কষ্ট অনুভৱ কৰাৰ সময় নাথাকিব। অন্য এটা কথাইহে মোক চিন্তান্বিত কৰি তুলিছে। ধৰা, যদি মোৰ গণনা ভুল হয় আৰু মঙ্গল গ্ৰহৰ মহাকৰ্ষণ ক্ষেত্ৰত যদি উপস্থিত হব নোৱাৰো? অৱশ্যে পেট্ৰল, অক্সিজেন আৰু খাদ্যসম্ভাৰে বহুদিনলৈকে আঁতিব। অন্ধকাৰৰ মাজত মই উৰি যাম। সন্মুখত থাকিব এটি উজ্জল নক্ষত্ৰ। হেজাৰ বছৰৰ পাছত মোৰ জঠৰ দেহটো সেই নক্ষত্ৰৰ অগ্নি-সমুদ্ৰত ডুব যাব। কল্পনা কৰি চোৱাচোন,—হাজাৰ হাজাৰ বছৰ ধৰি মহাশূন্যৰ বুকুত মোৰ মৃত দেহটো অবিৰাম উৰি ফুৰিছে! আৰু যিমান দিন জীৱিত থাকো, সিমান দিন দীৰ্ঘ যন্ত্ৰণাৰ মাজতে থাকিব লাগিব। সেই যন্ত্ৰৰ মাজত অকলশৰে কিমান দিনেই বা জীয়াই থাকিম! মৃত্যুৰ ভয়ত মই কাতৰ হোৱা নাই। কিন্তু অনন্ত অন্ধকাৰৰ বুকুত নিষ্ঠুৰ নিসংগতাৰ কথা ভাবি মই বিব্ৰত হৈ উঠিছো। সেই কাৰণেই নিজে যাবলৈ মোৰ ইমান অনিচ্ছা।"

মুখখন চেপি ধৰি লচে কুঞ্চিত দৃষ্টিৰে কয়লাবোৰলৈ থৰ হৈ চাই ৰ'ল। কুজ্মিন্ দুৱাৰ মুখত আহি থিয় হ'ল আৰু ধীৰে ধীৰে কলে:

"এজন মানুহে আপোনাক দেখা কৰিব খুজিছে।"

"কোন?" লচে থিয় হৈ ক'লে।

"লাল ফৌজৰ মানুহ।"

কুজ্মিন্ সোমাই আহিল। পাছে পাছে ক্ৰাস্নিয়ে য'ৰি ষ্ট্ৰীটত জাননীখন পঢ়া টিউনিক পৰিহিত ককালৰ পেটি নোহোৱা মানুহজন। তেওঁ লচক মূৰ জোকাৰি অভিবাদন জনালে আৰু ওলমি থকা মঞ্চখনলৈ দৃষ্টি নিক্ষেপ কৰিলে। তেওঁ টেবুলখনৰ কাষ চাপি গ'ল।

"আপোনাৰ যাত্ৰাৰ সঙ্গী আৱশ্যক হৈছে নেকি?"

লচে তেওঁলৈ এখন চকী আগবঢ়াই দি মুখামুখি কৈ বহিল।

"হয়, মোৰ লগত মঙ্গল গ্ৰহলৈ যাবলৈ মই এজন মানুহ বিচাৰিছো।"

"মই জানো। মই জাননীখন পঢ়িছো। এজনে গ্ৰহটো দেখুৱাই দিছে। বহুত দূৰ বাট। আপোনাৰ চৰ্তসমূহ কি কি? দৰমহা, খোৱা লোৱাৰ খৰচ ইত্যাদি কিমান দিব।"

"আপোনাৰ স্ত্রী আছে?"

"মই বিবাহিত। কিন্তু মোৰ ল'ৰাছোৱালী নাই।"

টেবুলত আঙুলিৰে টুকৰ মাৰি মানুহজনে খুব কৌতুহলৰে কোঠাটো নিৰীক্ষণ কৰিলে। সংক্ষেপে আকাশ-যাত্ৰাৰ কথা শেষ কৰি লচে তেওঁক সম্ভাব্য বিপদৰ কথা জনালে। স্ত্রীৰ খৰচ-পাতিৰ বাদে তেওঁক দৰ্মহা, অৰ্থাৎ ধন আৰু অন্যান্য খোৰাকি আদি আগতীয়াকৈ দিবলৈ লচে প্ৰতিশ্ৰুতি দিলে। লাল ফৌজৰ মানুহজনে অন্যমনস্ক ভাৱে মূৰ জোকাৰিলে।

"তাত আমি কি দেখিবলৈ পাম? মানুহ নে অকল ভয়ানক জন্তু?" মানুহজনে সুধিলে।

মূৰৰ পাছফালটোত এটা প্ৰকাণ্ড জোকাৰণি দি লচে হাঁহিলে।

"আমাৰ নিচিনা মানুহেই আছে যেন অনুমান হয়। সেইখিনি পাইহে কব পৰা যাব। মানে কথাটো হৈছে,—কেইবা বছৰো ধৰি ইউৰোপ আৰু আমেৰিকাৰ ডাঙৰ ডাঙৰ বেতাৰ কেন্দ্ৰ বিলাকত কিছুমান বুজিব নোৱাৰা আচৰিত সংকেত ধৰা পৰিছে। সেইবিলাক প্ৰথমে চুম্বকৰ আকৰ্ষণৰ ফলত হোৱা বা-মাৰলিৰ পৰা উদ্ভৱ বুলি অনুমান কৰা হৈছিল। কিন্তু দেখা গৈছে বৰ্ণমালাৰ সংকেত-ধ্বনিৰ লগত সেই বিলাকৰ অদ্ভুত সাদৃশ্য আছে। কোনোবাই যেন আমাৰ লগত বাৰে বাৰে কথা পাতিবলৈ বিচাৰিছে। কিন্তু কোন হব পাৰে? আমি যিমান দূৰ জানো মঙ্গল গ্ৰহৰ বাহিৰে অন্য গ্ৰহত কোনো প্ৰাণী নাই। কেৱল তাৰ পৰাহে সংকেত অহাৰ সম্ভাৱনা। এই মেপখনলৈ চোৱা। (তেওঁ দেৱালত আঁৰি থোৱা মঙ্গল গ্ৰহৰ মেপ এখন দেখুৱাইছিল।) ধাৰণা হয়, তাত এটা শক্তিশালী বেতাৰ কেন্দ্ৰ আছে। মঙ্গল গ্ৰহে যেন পৃথিৱীক ৰিভিয়াই মাতিছে। কিন্তু আমি এতিয়াও সেই সংকেতৰ উত্তৰ দিব পৰা নাই। কিন্তু আমি উৰি যাব পাৰো। মঙ্গল গ্ৰহৰ বেতাৰকেন্দ্ৰ যি সকলে তৈয়াৰ কৰিছে সেইসকল আমাৰ নিচিনা মানুহৰ পৰিবৰ্ত্তে আন কিবা অদ্ভুত জন্তু হব পাৰে জানো! মঙ্গল গ্ৰহ আৰু পৃথিৱী খুউব ওচৰাউচৰিকৈ পৰিভ্ৰমণ কৰা দুটা সৰু গোলক। দুয়োটা গ্ৰহেই একেই প্ৰাকৃতিক নিয়মৰ অধীন। বিশ্ব ব্ৰহ্মাণ্ডৰ চৌদিশে জীৱন-কণিকা বিয়পি আছে। সেই কণিকাসমূহ বিক্ষিপ্ত হৈ পৰিছে পৃথিৱীত, মঙ্গল গ্ৰহত আৰু জঠৰ নক্ষত্ৰসমূহত। সকলোতে জীৱনৰ সমাৰোহ আৰু সকলোতে সেই জীৱনক নিয়ন্ত্ৰণ



কৰিছে মানুহৰ নিচিনা প্ৰাণীয়ে। মানুহৰ নিচিনা নিখুঁত প্ৰাণী-গঠন অসম্ভৱ।"

"মই আপোনাৰে সৈতে যামেই।" লাল ফৌজৰ মানুহজনে দৃঢ়ভাৱে কলে। "মোৰ বস্তু-বাহানিবোৰ কেতিয়ালৈ আনিম?"

"কালিলৈকে আনিবা। মই তোমাক যানখনৰ সকলো অংশ নিয়াৰিকৈ দেখুৱাই দিম। তোমাৰ নাম আৰু পদবী কবানে?"

"আলেক্সই ইভানভিচ্ গুচেভ।"

"ব্যৱসায়?"

অন্যমনস্কভাৱে লচৰ ফালে চাই তেওঁ পুনৰ টেবুলত টুকৰ দি থকা নিজৰ আঙুলি কেইটালৈ চাই তেওঁ কলে:

"মই স্কুলত পঢ়িছিলো। মটৰ কাৰৰ বিষয়ে কিছু কিছু জানো। নিৰীক্ষক হিচাপে আকাশীযানো উৰুৱাইছিলো। ওঠৰ বছৰ বয়সৰ পৰাই যুদ্ধ কৰিছো। সংক্ষেপে মোৰ বিষয়ে কবলৈ ইমানেই। মই যুদ্ধক্ষেত্ৰত অনেকবাৰ আহত হৈছো আৰু এতিয়া ৰিজাৰ্ভবাহিনীত আছো।" হঠাতে মূৰৰ শীৰ্ষদেশ অতি জোৰেৰে মোহাৰি গুচেভে হাঁহিছিল। "যোৱা সাত বছৰে যিখিনি কষ্ট সহ্য কৰিব লগীয়া হৈছে তাকে চাই মই এতিয়া এটা ৰেজিমেণ্টৰ দায়িত্ব পাব লাগিছিল। কিন্তু মোৰ মগজটো বৰ উত্তপ্ত। যুদ্ধ শেষ হোৱাৰ লগে লগে মই বৰ অস্থিৰ হৈ উঠো। পুনৰ যুদ্ধ এখন হোৱালৈকে মই অপেক্ষা কৰিব নোৱাৰো। তেতিয়া মই মোক অন্য কামলৈ পঠিয়াবৰ বাবে জোৰ দি ধৰো অথবা নিজেই আঁতৰি আহোঁ। (তেওঁ নিজৰ মূৰটো আকৌ এবাৰ মোহাৰিলে আৰু মুখখন বেঁকা কৰি হাঁহি এটা মাৰিলে।) মই চাৰিখন প্ৰজাতন্ত্ৰ প্ৰতিষ্ঠা কৰিলো। অৱশ্যে নগৰবিলাকৰ নামবোৰ এতিয়া মনত নাই। ভাৰতবৰ্ষক স্বাধীন কৰাৰ অৰ্থে এবাৰ প্ৰায় তিনিশ মানুহ সংগ্ৰহ কৰিছিলো। আমি যাত্ৰাও কৰিছিলো, কিন্তু পাহাৰৰ মাজত আমি পথ হেৰুৱাই পেলাইছিলো। আমি ভীষণ ধুমুহাৰ সন্মুখীন হৈছিলো আৰু পাহাৰৰ স্তূপবিলাক খহি পৰিছিল। ঘোঁৰাবিলাকো এটা এটাকৈ মৃত্যুৰ মুখত পৰিছিল। শেষত আমি কেজনমানহে ঘূৰি আহিব পাৰিছিলো। তাৰ পাছত মাখনোৰ সৈতে দুমাহ কটালো। অলপমান হৈ-হাল্লা কৰিবলৈ মন গৈছিল। কিন্তু ডকাইত বিলাকৰ লগত থকাটো বৰ বিপদজনক। সেই কাৰণে লাল ফৌজত যোগ দিলো। বুদিওন্নি

সৈন্য বাহিনীৰে সৈতে কিয়েভৰ পৰা ৱাৰ্ছ পৰ্য্যন্ত পোলাণ্ডৰ সৈন্য বাহিনীৰ পাছে পাছে খেদিছো। সেইৰূপ আক্ৰমণৰ সময়তে শেষবাৰ জখম হওঁ। কেইবাবছৰো শুয়ে কটাব লগীয়া হ'ল। আস্পতালৰ পৰা মুক্তি পোৱাৰ পাছত কি কৰিম ভাবি নাপালো। তেতিয়াই সেই ছোৱালীজনীৰ লগত দেখা সাক্ষাৎ। বিয়াখন পাতি পেলালো। মোৰ স্ত্ৰী সঁচাকৈয়ে বৰ ভাল। তাই'ৰ প্ৰতি সঁচাকৈয়ে মোৰ কৰুণা ওপজে। কিন্তু কি কৰিম, ঘৰত থকাটো যে মোৰ স্বভাৱেই নহয়। গাঁৱলৈ গৈ কি লাভ! মা আৰু দেউতাৰ মৃত্যু হৈছে। ভাই ককাইসকলৰো মৃত্যু হৈছে। মাটিৰ অৱস্থা কাহিল। যুদ্ধও এতিয়া নাই। এতিয়া হব বুলিনো কেনেকৈ কব। মুস্তিলাভ চের্গেয়িভিচ্! আপুনি মোক লগত ল'ক। মঙ্গল গ্ৰহত আপোনাক অনেক সহায় কৰিব পাৰিম।"

"বৰ ভাল কথা।" লচে ক'লে। তেওঁ গুচেভৰ হাতত ধৰি পুনৰ কলে: "কাইলৈ নিশ্চয় আহিবা।"

## বিনিদ্ৰ ৰজনী

উত্তৰণৰ বাবে সকলো আয়োজন সমাপ্ত কৰা হ'ল। কিন্তু পাছৰ দুটা দিন দুয়োজনৰে চকুত টোপনি নাহিল। তেওঁবিলাকে যানখনৰ আধাৰগৃহত ইটো সিটো অসংখ্য সৰু সৰু বস্তু ভৰোৱা, যন্ত্ৰপাতি পৰীক্ষা কৰা, মঙ্কটো খোলা-মেলা, চালখনৰ এটা অংশ খুলি কোঠাৰ ভিতৰত ৰখা ইত্যাদি বিভিন্ন কামত ব্যস্ত হৈ পৰিল।

লচে চালন-যন্ত্ৰ আৰু অন্যান্য যন্ত্ৰপাতিৰ লগত গুচেভক তন্ন তন্নকৈ দেখুৱাই দিলে। তেওঁ দেখিলে তেওঁৰ যাত্ৰাৰ লগৰীয়াজন খুব বুদ্ধিমান আৰু চতুৰ।

পিছদিনাখন সন্ধিয়া ছয় বজাত যাত্ৰা আৰম্ভ কৰিবলৈ সিদ্ধান্ত কৰা হ'ল।

শেষ নিশা লচে গুচেভ আৰু মিস্ত্ৰী সকলক বিদায় দিলে। টেবুলৰ ওপৰত থকা লেম্পটোৰ বাহিৰে সকলো লাইট স্নুমুৱাই দিয়াৰ পাছত পোছাক



নসলোৱাকৈয়ে তেওঁ দূৰবীক্ষণ যন্ত্ৰটোৰ পাছফালে এটা কোণত থকা লোহাৰ খাটখনত দীঘল দিলে।

নক্ষত্ৰৰ আলোকমণ্ডিত এটা নীৰৱ ৰাতি। লচৰ চকুত টোপনি নাহিল। হাত দুখন মূৰৰ শিতানত লৈ লচে অন্ধকাৰৰ মাজলৈ চাই ৰ'ল। বহুতদিন জিৰণিৰ কাৰণে অৱকাশ পোৱা নাই। কিন্তু চিনাকি পৃথিবীৰ বুকুত কটোৱা শেষ নিশাটোত লচে তেওঁৰ অন্তৰ খুলি দিলে, কান্দোন যদি আহে আহক, আপোন ব্যথাৰ উপলব্ধি যদি গভীৰ হয় হওক।

লচৰ মানসচকুত ভাঁহি উঠিল এটি অন্ধকাৰ ঘৰ। এখন কিতাপৰে মমবাতিৰ পোহৰখিনিক আঁৰ কৰি থোৱা হৈছে। ঔষধৰ ওকোটা গন্ধ। বিচনাৰ কাষত কম্বলৰ ওপৰত এটা বেচিন। প্ৰতিবাৰ তেওঁ থিয় হওঁতে আৰু ইয়াক পাৰ হৈ যাওঁতে দেৱালত অস্পষ্ট ছায়াৰ সঞ্চৰণ দেখিবলৈ পোৱা গৈছিল। লচৰ অন্তৰ কঁপি উঠিল। বিচনাত শুই আছে তেওঁৰ নয়নৰ মণি স্ত্ৰী কাতিয়া। চুটি চুটিকৈ শান্তভাৱে উশাহ লৈছিল। ঘন বিক্ষিপ্ত চুলি বিলাক গাৰুৰ ওপৰত সিঁচৰিত হৈ পৰিছিল। লেপৰ তলত আঁঠু দুটি কোচাই থোৱা আছিল। কাতিয়াই তেওঁক এৰি গৈছে। তাইৰ শান্ত মুখমণ্ডলৰ পৰিবৰ্ত্তন ঘটিছিল। অস্থিৰ মুখখনিত ৰক্তিম আভা। লেপৰ ভিতৰৰ পৰা হাত উলিয়াই দাঁতি কেইটা টানি লৈছিল। লচে বাৰে বাৰে তাইৰ হাত দুখন লেপৰ তলত স্নুমুৱাই দিছিল।

"চকু মেলা সোণ, মোৰ ফালে চোৱা।" কৰুণভাৱে ক্ষীণ কণ্ঠেৰে কলে। ফুচফুচাই কোৱা যেন বোধ হৈছিল। "মোৰ সোণ, সোণ মোৰ।" এটি অকণমানি শিশুৰ দৰে শুনা নুশুনাকৈ কৰুণভাৱে যেন কব খুজিছে—"খিৰীকিখান খোলা সোণ।" সেই কণ্ঠস্বৰ শুনাৰ পাছত লচৰ অন্তৰত গভীৰ মমতাৰ জন্ম হল। ভয়তকৈও ভীষণ সেই মমতা। "কাতিয়া, কাতিয়া, মোৰ ফালে চোৱা।" গালত, কপালত, মূদখাই থকা চকুত তেওঁ চুমা দিলে। তেওঁৰ মাতটো কঁপি উঠিল। অস্থিৰ বুকুৰ ঢপ্ ঢপ্ নি বেছি হ'ল। হাতেৰে লেপৰ দাঁতি কেইটা খামোচ মাৰি ধৰিলে। "কাতিয়া, কি হৈছে কাতিয়া?" কোনো উত্তৰ নাই। বুকুখন যন্ত্ৰণাত কাতৰ হৈ উঠিল যেন কোনোবাই পাছ ফালৰ পৰা তেওঁক ঠেলা মাৰি দিছিল। মূৰটো একতীয়া হৈ পৰিছিল। তাই আকৌ বিছনাখনৰ মাজলৈ এটা বাগৰ দিলে। মুখখন বেকা হৈ গল। বিচলিত হৈ পৰা লচে তাইক সাৱটি ধৰিলে।

"নহয়, নহয়, মৃত্যুৰ লগত কেতিয়াও সন্ধি হব নোৱাৰে।"

লচ খাটখনৰ পৰা উঠিল। তেওঁ টেবুলৰ ওপৰত থকা পেকেটৰ পৰা এটা চিগাৰেট উলিয়াই জ্বলালে। আৰু অন্ধকাৰ কোঠাটোত ইফালে সিফালে খোজ কাঢ়িবলৈ ধৰিলে। তাৰ পাছত তেওঁ টেলিচ্কোপৰ মঞ্চখনলৈ চিৰিৰে উঠি গল আৰু পেট্ৰোগাডৰ বহুত ওপৰত থকা মঙ্গল গ্ৰহৰ ফালে লেঞ্চ ঘূৰাই দিলে। লচে বহুত সময়লৈকে উজ্জ্বল দীপ্তিমান সৰু গোলকটোলৈ চাই ৰল। লেঞ্চত তাৰ তিৰবিৰণি দেখা গৈছিল।

লচ আকৌ বিছনাত দীঘল দি পৰিল। মনৰ দাপোনত স্পষ্ট হৈ পৰিল এটি ছবি। এটা টিলাৰ ওপৰত কাতিয়া বহি আছে। ঢৌ খেলি থকা শস্য-পথাৰৰ ইফালে জ্ভিনিগৰ বিলাকৰ সোণোৱালী গম্বুজৰ চিক্‌মিকনি। শস্য আৰু 'বাকহুইটৰ' ওপৰত গ্ৰীষ্ম কালৰ উত্তাপত চিলা বিলাক উৰি ফুৰিছিল। অতিপাত গৰমত কাতিয়াই আলস্য বোধ কৰিছিল। কাষত বহি ঘাঁহৰ আগবোৰ দাঁতেৰে কামুৰি কামুৰি লচে কাতিয়াৰ সোণোৱালী চুলি, ৰদৰ তাপত তামবৰণীয়া হৈ পৰা তাইৰ কান্ধ দুখন আৰু পিন্ধি থকা পোচাকৰ ফাকেৰে তাইৰ ছালৰ শুভ্ৰ অংশখিনি নিৰীক্ষণ কৰিছিল। কাতিয়াৰ চকু দুটি নিৰুদ্বেগ আৰু সুন্দৰ হৈ উঠিছিল। সেই চকুতো চিলাবোৰ যেন ভাহি উঠিছিল। তাইৰ বয়স ওঠৰ। নিৰ্ব্বাক হৈ বহি গৈছিল তাই। লচে চিন্তা কৰিলে—"প্ৰিয়ে, ইয়াত বহি বহি তোমাৰ প্ৰেমত আত্মহাৰা হলে যে নহব। মোৰ যে তাতোকৈয়ো জৰুৰী কাম আছে। তোমাৰ লগত আৱদ্ধ হলে নহব। তোমাক চাবলৈ মই আকৌ ইয়ালৈ নাহো আৰু।"

হে ভগবান! অকৰাৰ দৰেই উত্তপ্ত গ্ৰীষ্মৰ সেই দিন বিলাক অৱহেলাত কটাই দিলো। সময় জানো থমকি ৰব। নহয়, সময় পাৰ হৈ গৈছে। ঘুৰাই সেই সময় আৰু ঘূৰি নাহে। কেতিয়াও নাহে।

লচে থিয় হোৱাৰ পাছত আকৌ এটা চিগৰেট জ্বলালে। আকৌ কোঠাটোত ইফালে সিফালে খোজ কঢ়া আৰম্ভ হ'ল। কিন্তু দেৱালৰ মাজত বন্দী এটা জন্তুৰ দৰে কেৱল কোঠাটোৰ ভিতৰতে ইফালে সিফালে খোজকাঢ়ি থকাটো অসহ্য।

দুৱাৰখন খুলি মঙ্গল গ্ৰহটো ক'ত তাক চাবৰ বাবে আকাশলৈ দৃষ্টি নিক্ষেপ কৰিলে লচে। গ্ৰহটো তেতিয়া তাৰ উচ্চতম পৰিসীমাত আছিল।

"মঙ্গলগ্ৰহলৈ যোৱাৰ পাছত মোৰ সুখ নহয়, পৃথিৱীৰ সীমাৰেখা পাৰ



হোৱাৰ পাছত আনকি মৃত্যুৰ পাছতো। প্ৰেমৰ নিচাত মই কিয় আত্মহাৰা হৈছিলো। প্ৰেমৰ আহ্বানত সহাঁৰি নিদিয়া হলেই বৰং বহুত ভাল হলহেতেন। প্ৰাণৰ জন্মবীজ সমূহ, ইথাৰত ভাহি থকা স্ফটিক বিন্দুবোৰ জানো নিদ্ৰাত মগ্ন হৈ থকা নাই! কিন্তু মই পৃথিৱীৰ বুকুলৈ আহিব লগা হ'ল,—অঙ্কুৰিত হব লগীয়া হ'ল—কিয়নো মোৰ জনাৰ প্ৰয়োজন হ'ল প্ৰেমৰ অসীম তৃষ্ণাৰ অৰ্থ কি, নিজকে হেৰুৱাই অন্যত বিলীন হৈ যোৱাৰ, আৰু নিসঙ্গ বীজ হিচাবে নথকাৰ কাৰণ কি। এই ক্ষণিক স্বপ্নৰ পাছত পুনৰ মৃত্যুৰ লগত মুখামুখি হোৱা, পুনৰ বিচ্ছেদ, আৰু অৱশেষত সেই একেই হিমচেঁচা স্ফটিক বিন্দুৰ দৰে ভাহি উঠা!"

অনেকক্ষণ লচ পদূলিমুখত থিয় হৈ থাকিল। সুপ্ত পেট্ৰোগাডত বহুত-বহুত ওপৰত মঙ্গল গ্ৰহটো চিকমিকাই আছিল। কেতিয়াবা ৰক্তাভ আৰু কেতিয়াবা সাগৰ-নীলা। 'বিচিত্ৰ নতুন এক জগত'—লচে ভাবিলে 'বহুতদিনৰ এখন মৃত পৃথিবীহে যেন। অদ্ভুত আৰু নিখুঁত। ইয়াত থিয় হৈ অন্যান্য গ্ৰহবিলাকৰ মাজত মোৰ নিজৰ গ্ৰহটো যি দৰে চাইছো সেইদৰেই তাতো এটা ৰাতি মই থাকিম। তেতিয়া মনত পৰিব সেই টিলাটোৰ কথা, চিলা-বোৰ আৰু কাতিয়াৰ সমাধিৰ কথা। তেতিয়া মোৰ দুঃখ বেদনাই মোক ভাৰাক্ৰান্ত কৰি তুলিব নোৱাৰে।'

শেষ নিশা গাৰুত মূৰ গুজি টোপনি গল।—মথাউৰিত গাড়ীৰ ঘৰ্ঘৰণিৰ শব্দই তেওঁক জাগৰিত কৰি তুলিলে। তেওঁ চকু মুখ মোহাৰিলে। নিদ্ৰাৰ আৱেশসনা—চকু দুটিৰে শূন্য দৃষ্টিৰে তেওঁ বেৰত আঁৰি থোৱা মেপ আৰু আকাশীযানখনৰ আকৃতি ৰেখাৰ ফালে চালে। তেওঁ এটি হুমুনিয়া কাঢ়িলে। তেওঁ সজাগ হৈ উঠিছিল। পানীৰ বেচিনটোৰ কাষলৈ গৈ বৰফ চেচা পানীত তেওঁ হাতমুখ ধুই ললে। তাৰ পাছত কোট পিন্ধি দীঘল দীঘল খোজ দি মুকলি ফিল্ডখন পাৰ হৈ নিজৰ আবাসগৃহলৈ গ'ল—য'ত ছমাহৰ আগতে কাতিয়াৰ মৃত্যু হৈছিল।

আবাসগৃহত লচে মুখ-হাত ধুই দাড়ি কাটিলে, পৰিষ্কাৰ কাপোৰ কানি পিন্ধাৰ পাছত খিৰিকীবিলাক ভালভাবে পৰীক্ষা কৰিলে। খিৰিকীবিলাক বন্ধ হৈ আছিল। আবাস গৃহত কোনো নাছিল। আচবাব আদিত ধূলি পৰিছিল, তেওঁ শুৱনি কোঠাটোৰ দুৱাৰ খুলিলে। এই কোঠাত কাতিয়াৰ মৃত্যুৰ পাছত তেওঁ এনিশাও শোৱা নাছিল।

পৰ্দা বিলাক পেলাই থোৱা আছিল। কোঠাটোত অন্ধকাৰ বিৰাজ কৰিছিল। কেৱল কাতিয়াৰ কাপোৰকানি বিলাকত আইনাৰ চিকমিকনিৰ অস্পষ্ট আভাস দেখা গৈছিল। দুৱাৰখন আধাখোলা হৈ আছিল। লচে আঙুলিৰ মূৰত ভৰ দি গৈ দুৱাৰখন বন্ধ কৰি আবাসগৃহৰ বাহিৰলৈ ওলাই আহিল। তাৰ পিচত সমুখৰ দুৱাৰখন বন্ধ কৰিলে আৰু চাবিটো ৱেষ্টকোটৰ জেপত থলে।

তেতিয়া তেওঁ যাবৰ কাৰণে সাজু হৈছিল।

## সেই ৰাতি

সেই ৰাতি মাচাই তাইৰ স্বামীৰ বাবে অনেক সময় অপেক্ষা কৰিছিল, কেইবাবাৰ মান প্ৰাইমাচ ষ্টোভত চাহৰ কেট্লি গৰম কৰিছিল, ওক কাঠৰ ওখ দুৱাৰখনৰ সিপাৰে ভয়াবহ স্তব্ধতা।

এসময়ৰ এটা আড়ম্বৰপূৰ্ণ ঘৰত গুচেভ আৰু মাচা বাস কৰিছিল। ৱিপ্লৱৰ সময়ত মালিকসকল কেনিবা গুছি যায়। তাৰ পাছত চাৰি বছৰ বৰষুণ ধুমুহাত ঘৰটোৰ যথেষ্ট ক্ষতি হৈছিল।

কোঠাটো প্ৰকাণ্ড ডাঙৰ আছিল। সোণোৱালী কাৰুকাৰ্য্য আৰু ডাৱৰৰ মাজত গোলাকৃতি হাস্যমুখৰ এগৰাকী নাৰীৰ ছবি। চাৰিওফালে খেলাত মগ্ন হৈ থকা পাখিলগা দেবশিশুবিলাক। ওপৰৰ চিলিঙৰ ফালে দেখুৱাই গুচেভে মাচাক কৈছিল—"চোৱা মাচা, সেই নাৰী গৰাকী কিমান হাস্যময়ী। ছটাকৈ লৰাছোৱালী। প্ৰকৃত নাৰী তেওঁৱেই।

সিংহৰ নখৰ দৰে ভৰিৰে সৈতে সোণোৱালী কাৰুকাৰ্য্য খচিত খাটৰ ওপৰত ওঁঠ দুটা জপাই থোৱা এজন বৃদ্ধৰ ছবি। মূৰত পাউডাৰ সনা পৰচুলা ( Wig ) আৰু কোটত এটা তৰাৰ চিহ্ন। গুচেভে তেওঁৰ নাম ৰাখিছিল "জেনেৰেল বুট।" গুচেভে কৈছিল 'এওঁৰ হাতত কোনেও নিস্তাৰ নাপাবা। যেতিয়াই এওঁৰ খং তুলিবা, তেতিয়াই বুটৰ দ্বাৰা এওঁ আঘাত কৰিব।' মাচাই ছবিখনৰ ফালে চাবলৈকে ভয় কৰিছিল। লোৰ সৰু এটা ষ্টোভৰ ধোৱাঁৰ নলী ঘৰৰ মাজেদি গৈছিল। ফলত দেৱালত কলা ধোঁৱাৰ দাগ। মাচাই তেওঁবিলাকৰ খোৱাৰ সামগ্ৰী য'ত তৈয়াৰ কৰিছিল সেই চেলফ্ আৰু টেবুল আছিল অত্যন্ত পৰিষ্কাৰ আৰু পৰিচ্ছন্ন।

খোদাইকৰা ওক কাঠৰ দৰজাখন খুলিলে এটা ডাঙৰ ঘৰ দেখিবলৈ পোৱা গৈছিল। দুয়োফালে শাৰী শাৰী খিৰিকী। ভঙা আৰ্চিত কাঠ লগোৱা হৈছিল। ওপৰৰ চিলিঙ কেইবাঠাইতো ভাগিছিল। যিদিনা ৰাতি বতাহ দিয়ে, সেইদিনা সহজে বতাহ সোমাই আহে। মজিয়াত এন্দুৰ অবাধে অহা যোৱা কৰে।

মাচা টেবুলৰ কাষত বহি আছিল। প্ৰাইমাচ্ ষ্টোভৰ পৰা শব্দ ওলাইছিল। বহুত দূৰৰ পৰা বতাহত ঘড়ীৰ বিষণ্ণ ঘণ্টাধ্বনি ভাহি আহিছিল। দুই বজাৰ শব্দ। তেতিয়াও গুচেভ ঘূৰি অহা নাই।

মাচাই ভাবিলে—'কি বিচাৰিছে তেওঁ! তেওঁৰ অভাবেই বা কি? ক'তো সন্তুষ্ট নহয়। সদায় ছটফটীয়া। আলিওচা, আলিওচা! চকুমুদি মোৰ কোলাত যদি এবাৰ মূৰ গুজি দিলাহেতেন। সোণ মোৰ, তুমি একো বিচাৰিব নালাগে। তোমাৰ প্ৰতি থকা মোৰ প্ৰেমৰ নিচিনা আৰু একো বস্তু তুমি বিচাৰি নোপোৱা।'

মাচাই চকুপানী টুকিছিল। ধীৰে ধীৰে চকুদুটি মোহাৰি তেওঁ গালে মুখে হাত দিলে। মূৰৰ ওপৰৰ ছবিখনৰ আনন্দ মগ্ন দেৱশিশুসকলক লগত লৈ উৰি যোৱা নাৰী গৰাকী যেন ভাহি যাব পৰা নাই। মাচাই মনে মনে ভাবিলে—"এওঁৰ নিচিনা হলে তেওঁ মোক কেতিয়াও এৰি যাব নোৱাৰিলেহেতেন।

গুচেভে অনেক দূৰলৈ যোৱাৰ কথা কৈছিল। কলৈ যাব, মাচাই নাজানিছিল। সুধিবলৈও ভয় কৰিছিল। মাচাই জানিছিল, অদ্ভুত ঘৰটোৰ স্তব্ধতাৰ মাজত, নিজৰ আগৰ স্বাধীনতাক ৱিসৰ্জ্জন দি গুচেভ তেওঁৰ লগত কেতিয়াও থাকিব নোৱাৰে। সেইটো গুচেভৰ অসহ্য। ৰাতি অনেক দুঃস্বপ্ন দেখিছিল,—হঠাৎ দাঁত কামুৰিছিল, ঘনে ঘনে নিশ্বাস পেলাইছিল। মুখ আৰু বুকু ঘামেৰে চপচপীয়া হৈ উঠিছিল। তাৰ পাছত শুই পৰিছিল। ৰাতিপুৱা তেওঁৰ মন অস্থিৰ আৰু বিমৰ্ষ হৈ পৰিছিল।

গুচেভৰ লগত মাচাৰ ব্যৱহাৰ আছিল—অতি মধুৰ। মাকতকৈও তেওঁ আছিল বেছি বুদ্ধিমতী। সেইকাৰণে গুচেভে তেওঁক গভীৰভাবে ভাল পাইছিল। কিন্তু ৰাতিপুৱা হোৱাৰ লগে লগে পুনৰ বাহিৰলৈ ওলাই যাবলৈ তেওঁৰ মন উদ্বাউল হৈ উঠিছিল।

মাচাই চাকৰি কৰিছিল। ঘৰলৈ ৰেশ্যনৰ সামগ্ৰী আনিছিল, কেতিয়াবা তেওঁৰ হাতত এটা পইচাও নাথাকে। কেইবাটাও কাম গুচেভে বিচাৰিছিল, কিন্তু কোনো এটা কামতে বেছি দিন থাকিব নোৱাৰিলে। কেতিয়াবা কেতিয়াবা কয় "বুঢ়াবিলাকে কয় চীনত সোণৰ মাটি আছে। অৱশ্যে তেনে ধৰণৰ মাটি ক'তো নাই। তথাপিও সেই দেশৰ সকলো খবৰ মোৰ জনা নাই। চীনলৈ গুছি যাম, মাচা, দেশখন কেনেকুৱা চাই আহিম।"

গুচেভে তেওঁক এৰি থৈ গুছি যাব,—সেই মুহূৰ্ত্তটোক মাচাই মৃত্যুতকৈও বেছি ভয় কৰে। গুচেভৰ অবিহনে পৃথিবীত তেওঁৰ আৰু কোনো নাছিল। পোন্ধৰ বছৰ বয়সৰ পৰা দোকানত কাম কৰিছে। নেভা নদীৰ সৰু সৰু জাহাজত টিকেট বেচাৰ কাম। নিসংগ নিৰানন্দ সেই জীৱন।

এবছৰ আগেয়ে বন্ধৰ দিনত পাৰ্কৰ বেঞ্চত বহি থাকোতেই গুচেভৰ লগত তাইৰ পৰিচয় হৈছিল। গুচেভে কৈছিল,—"আপুনি অকলে আছে। লগে ভাগে সময় কটাব পাৰিলে ভাল নহব জানো! অকলে থকাটো অত্যন্ত বিৰক্তিকৰ।" মাচাই খুব গভীৰভাবে তেওঁক লক্ষ্য কৰিছিল। হাঁহিভৰা ধুনীয়া মুখ। মৰমিয়াল চকু। নিচা খোৱা নাছিল। মাচাই কেৱল কলে—"আপত্তি নাই।" ৰাতি নোহোৱালৈকে তেওঁবিলাকে পাৰ্কতে ঘূৰি ফুৰিছিল। যুদ্ধ, আক্ৰমণ আৰু কিতাপত পঢ়িবলৈ নোপোৱা ওলট পালট ঘটনা সমূহৰ কথা গুচেভে মাচাৰ আগত কৈছিল। তাৰ পাছত ঘৰলৈকে মাচাই আগ বঢ়াই থৈ আহিছিল। সেই দিনাৰ পৰাই মাচা তেওঁৰ কাষলৈ আহিছিল। সহজে শান্তভাবে গুচেভৰ ওচৰত আত্মসমৰ্পণ কৰিছিল। তেওঁ হঠাৎ গুচেভৰ প্ৰেমত পৰিছিল। সমগ্ৰ সত্তাৰে ভাল পালে গুচেভক। ধাৰণা হ'ল গুচেভ তেওঁৰ একান্ত আপোন মানুহ। আৰু তেতিয়াৰে পৰা আৰম্ভ হল তেওঁৰ মানসিক যন্ত্ৰণা.......

চাহৰ কেটলিটোৰ পৰা উতলি উতলি পানী পৰিছিল। কেট্‌লিটো নমাই থোৱাৰ পাছত আকৌ আৰম্ভ হ'ল—সময় গণনাৰ। অলপ সময়ৰ আগতে ইপাৰৰ শূন্য মুকলি ঘৰটোত ক্ষীণ শব্দ শুনিবলৈ পাইছিল মাচাই। কিন্তু তেওঁ নিজকে ইমান নিসংগ যেন বোধ কৰিছিল যে সেই শব্দৰ ফালে অলপো কাণ দিয়া নাছিল। আকৌ শুনা গ'ল সেই শব্দ—কাৰোবাৰ পদধ্বনি!



মাচাই দুৱাৰখন খুলিলে আৰু মুকলি ঘৰটোৰ ভিতৰলৈ চাই পঠিয়ালে। খিৰিকীৰে অহা লাইটৰ অস্পষ্ট পোহৰত চকুত পৰিল কেইটামান চাপৰ ধামা। ধামাৰ মাজত মাচাই দেখিলে এটা দীঘল কোট পিন্ধা টুপিহীন পক্ককেশ বৃদ্ধ লোক। ভ্ৰূযুগল কুঞ্চিত কৰি ডিঙি আগলৈ বেকা কৰি মাচাৰ ফালে অদ্ভুতভাৱে চাই আছিল। আঠু পৰ্য্যন্ত মাচাৰ সৰ্ব্বশৰীৰ কঁপি উঠিল।

অস্পষ্টভাবে মাচাই সুধিলে—"আপুনি কি বিচাৰিছে?"

ডিঙিটো আগলৈ আনি বুঢ়াই আকৌ তেওঁৰ ফালে চাই থাকিল। শাসন কৰাৰ ভংগীত তেওঁলৈ আঙুলি টোৱাঁলে। খুব জোৰেৰে শব্দ কৰি মাচাই দুৱাৰখন বন্ধ কৰি দিলে। বুকুত যেন হেজাৰ হাতুৰিৰ প্ৰচণ্ড আঘাত। বুঢ়াৰ উভতি যোৱাৰ পদধ্বনি তেওঁ উৎকৰ্ণ হৈ শুনিবলৈ পালে। ধাৰণা হ'ল ওচৰৰ চিৰিয়েদি তেওঁ গুছি গৈছে।

অলপ সময়ৰ পাছতে আনফালৰ পৰা স্বামীৰ বলিষ্ঠ দ্ৰুত পদধ্বনি শুনিবলৈ পালে। হাঁহিভৰা মুখ আৰু পোছাকত অসংখ্য তেল চিকটিৰ দাগ লৈ গুচেভে ঘৰত প্ৰবেশ কৰিলে।

কোটৰ বুটাম খুলি খুলি গুচেভে কলে,—"হাত মুখ ধুবলৈ পানী দিয়াচোন। কাইলৈ যাত্ৰা কৰিম। কেট্‌লিটো গৰম হৈ আছে! বাঃ।" মুখ, কান্ধ আৰু কিলাকুটি পৰ্য্যন্ত ধুই মেলি, গামোচাৰে হাত মোহাৰি মোহাৰি তেওঁ স্ত্ৰীৰ ফালে কেৰাহিকৈ চাই পঠিয়ালে। "অধীৰ নহবা। মোৰ একো নহয়। আকৌ ঘূৰি আহিম। আঠ বছৰ গুলি বাৰুদৰ মাজত কটাই দিলো সশৰীৰে। একো নহ'ল, মৰিবলৈ এতিয়াও বহুত দিন আছে। অস্থিৰ নহবা। আৰু মৰিব এদিন লাগিবই। তাক কোনেও খণ্ডাব নোৱাৰে। তেতিয়া মই মহৰ কামোৰতো মৰিব পাৰো। (টোপোলা বান্ধিব লাগিব।)

টেবুলত বহি সিজাই থোৱা আলুৰ বাকলি গুচাই দুটুকুৰা কৰি গুচেভে নিমখ সানি ললে।

"কাইলৈ কেইযোৰামান পৰিষ্কাৰ সাজ পোছাকৰ দৰ্কাৰ। দুটা চাৰ্ট, দুযোৰা আণ্ডাৰৱায়াৰ আৰু ভৰিৰ পেটি। চাবোনৰ কথাও নাপাহৰিবা। আৰু বেজি সূতা। আকৌ কান্দিছিলা হব পায়?"

মুখ ঘূৰাই মাচাই কলে—"ভয় লাগিছিল। ঘৰত এটা অচিনাকি বুঢ়াই

ইফালে সিফালে ঘূৰি ফুৰিছিল। আঙুলি টোৱাই মোক ধমকি দিলে। আলিওচা! তুমি নাযাবা সোণ।"

"তুমি কব খুজিছা—এজন বুঢ়া মানুহে তোমালৈ আঙুলি জোকাৰি দিলে?"

"এইটো এটা বেয়া চিন।"

"বৰ বেয়া হলেও মই যাব লাগিব। নহলে বুঢ়াৰ লগত এটা চয়-নিশ্চয় কৰি গলোহেতেন। হয়তো ইয়াত যিসকল আছিল তেওঁবিলাকৰে এজন কোনোবা হব। ৰাতি বিৰ্‌বিৰ্‌কৈ ঘূৰি ফুৰে। ভূতৰ ভয় দেখুৱাবলৈ চেষ্টা কৰে।"

"আলিওচা! তুমি আকৌ মোৰ কাষলৈ ঘূৰি আহিবা।"

"কৈছো নহয়, আকৌ ঘূৰি আহিম। নিশ্চয় আহিম। তুমি অস্থিৰ নহবা।"

"বহুত দূৰলৈ যাবা নেকি?"

গুচেভে স্থহৰি এটা মাৰি চিলিঙিৰ ওপৰলৈ চাই পঠিয়ালে। কাপত চাহ বাকিবলৈ লোৱাৰ লগে লগে তাৰ চকু দুটা নাচি উঠিল।

"ডাৱৰৰ সিপাৰলৈ মাচা, সেই ছোৱালীজনীৰ নিচিনাকৈ।"

মাচাই কেৱল তলমূৰ কৰিলে। এটা হামিয়াই গুচেভে কাপোৰ কানি খুলিবলৈ ধৰিলে। নিশব্দে কাপ প্লেট বিলাক চাফা কৰি মাচাই মোজাত ৰিপু কৰিছিল। তেওঁ মূৰ নুতুলিলে। কাপোৰ কানি খুলি মাচাই যেতিয়া শুবলৈ গ'ল তেতিয়া গুচেভ ঘোৰ নিদ্ৰাত; হাত দুখন বুকুৰ ওপৰত, চকু দুটি শান্ত নীৰৱ। কাষত শুই মাচাই গুচেভক নিৰীক্ষণ কৰিলে। দুগাল সিক্ত কৰি মাচাৰ চকু পানী ওলাই আহিল: গুচেভ তেওঁৰ কিমান প্ৰিয়, তেওঁৰ অন্তৰত গুচেভৰ কাৰণে কিমান ব্যাকুলতা। কলৈ যায়? কিহৰ সন্ধানত!

ৰাতিপুৱাই শুই উঠি মাচাই স্বামীৰ কাপোৰ কানি ব্ৰাচ কৰি পৰিস্কাৰকৈ ঠিক কৰি থলে। টোপনিৰ পৰা উঠি গুচেভে চাহ খালে। মাচাৰ লগত এনেয়ে ঠাট্টা মস্কৰা কৰিলে। মাচাৰ গালত টোকৰ মাৰিলে। এজাপ নোটৰ বাণ্ডিল টেবুলত থৈ মোনাটো কান্ধত লৈ দুৱাৰ মুখত এখন্তেক ৰোৱাৰ পাছত মাচাক এটা চুমা খালে।

গুচেভ কেনি গল মাচাই তাৰ উৱাদিহ একো নাপালে।



## যাত্ৰাৰ সেইক্ষণ

লচৰ কমাৰশালৰ বাহিৰৰ চোতালত মানুহে জুম পাতিছিল। বাঁধ আৰু পেত্ৰভস্কি দ্বীপৰ পৰা এজন এজনকৈ আহি সিহঁতে ওচৰাউচৰি হৈ আকাশৰ ফালে চাইছিল। ডাৱৰৰ ফাঁকে ফাঁকে অস্তগামী সূৰ্যৰ বিস্তৃত সোণোৱালী কাঁড়বোৰ উৰি যোৱা দেখা গৈছিল।

"কি হ'ল? কাৰোবাক হত্যা কৰা হৈছে নেকি?"

"তেওঁ বিলাকে এতিয়াই মঙ্গল গ্ৰহলৈ যাত্ৰা কৰিব।"

"হে ভগবান! এনেকুৱা কথা আগেয়ে কেতিয়াও শুনা নাই।"

"কি কৈছা? কোন যাব?"

"দুজন দাগী আচামীক গোলাকৃতি লোৰ সজাত ভৰাই মঙ্গলগ্ৰহৰ ফালে দলিয়াই দিয়া হব। এটা পৰীক্ষা হব।"

"ঠাট্টা কৰা হৈছে নহয় নে?"

"পশুচৰ! মানুহৰ জীৱনৰ কোনো মূল্য নাই নেকি?"

"তেওঁবিলাক কোন কোননো জানিব পাৰো নে?"

"জানি আপোনাৰ লাভ কি?"

"সচাঁকৈয়ে অমানুষিক।"

"হে ভগবান, মানুহবিলাক কিমান মূৰ্খ!"

"মূৰ্খ! বাঃ, এওঁ আকৌ ক'ৰ পৰা আহিল?"

আপোনাক মহাশূন্যলৈ পঠিওৱা উচিত হব নেকি?"

"থক হে ডাঙৰীয়া, এটা সঁচা ঐতিহাসিক ঘটনা চলিছে। আৰু আপোনালোকে মিছাকৈয়ে তৰ্ক কৰি মৰিছে।"

"মঙ্গলগ্ৰহলৈ যোৱাৰ উদ্দেশ্যটো কি নো?"

"ক্ষমা কৰিব। এইমাত্ৰ এজনে কলে তেওঁবিলাকে লগত দহমোন প্ৰচাৰ পত্ৰ লৈ যাব।"

"এইটো এটা অভিযান।"

"কিহৰ?"

"সোণৰ কাৰণে।"

"হওক তেও। আমাৰ সোণৰ ভঁৰালটো পৰিপূৰ্ণ কৰিব লাগিব।"

"ঢেৰ সোণ লৈ আহিব নেকি ?"

"যিমান'ইচ্ছা সিমান আনিব।"

"হেৰি ডাঙৰীয়াসকল, কওকচোন আৰু কিমান সময় অপেক্ষা কৰিব লাগিব।"

"তেওঁবিলাকে সূৰ্য্যাস্তৰ সময়ত যাত্ৰা আৰম্ভ কৰিব।"

গধূলি পৰ্যন্ত তেওঁবিলাকে এইদৰে কথা কোৱাকুই কৰিছিল। অসাধাৰণ এটা ঘটনাৰ প্ৰত্যাশাত জুমৰ মাজত নানা জল্পনা কল্পনা চলিছিল। তৰ্ক বিতৰ্কও হৈছিল। কিন্তু কোনেও স্থান পৰিত্যাগ কৰি যোৱা নাছিল।

অস্তগামী সুৰুযৰ ৰক্তাভাত আকাশৰ অৰ্দ্ধাংশ ৰক্তিম হৈ উঠিছিল। অলপ সময়ৰ পাছত গুৰ্বেনিয়াৰ কাৰ্য্য নিৰ্ব্বাহ সমিতিৰ এখন ডাঙৰ মটৰ গাড়ী জুমটোৰ মাজে মাজে ধীৰে ধীৰে পাৰ হৈ গ'ল। কমাৰশালৰ খিৰিকীবোৰত লাইটৰ পোহৰ জিলিকি উঠিছিল। কথাবাৰ্ত্তা আৰু ঠেলা হেঁচাৰ মাজেদি জনতা আগবাঢ়ি গ'ল।

কোঠাটোৰ মাজত অলপমান হেলনীয়া প্লেটফৰ্মত তললৈ ডিম্বাকৃতি গ্ৰহযানথন ৰখা হৈছিল। চাৰিওফালে খোলা আৰু শাৰী শাৰী উজ্জ্বল গজাল। খোলা পোৰ্টহ'লৰ মাজেদি হালধীয়া চামৰাৰে তৈয়াৰ কৰা ভিতৰৰ উজ্জ্বল ফালটো চকুত পৰিছিল।

লচ আৰু গুচেভে ভেড়াৰ চামৰাৰে তৈয়াৰী কোট, ফেঁল্টৰ বুট জোতা আৰু চামৰাৰ হেলমেট পিন্ধিছিল। গ্ৰহযানখনৰ চাৰিওফালে কাৰ্যনিৰ্বাহক সমিতিৰ সদস্যসকল, একাডেমীৰ সভ্যসকল, ইঞ্জিনিয়াৰ আৰু সাংবাদিক সকল থিয় হৈ আছিল। বিদায় পৰৰ বক্তৃতা আৰু ফটোগ্ৰাফ লোৱা শেষ হৈছিল। যি সকলে বিদায় দিবলৈ আহিছিল সেই সকলক নিচেই কম কথাৰেই লচে ধন্যবাদ জনালে। তাৰ মুখ বিবৰ্ণ আৰু চকু দুটি আয়নাৰ নিচিনা হৈ পৰিছিল। খথ্‌লভ আৰু কুজমিনক আলিংগন কৰি তেওঁ ঘড়ীৰ ফালে চালে।

"যাবৰ সময় হ'ল।"

জনতা নীৰৱ। গুচেভে পেট পেলাই পোৰ্টহ'লৰ মাজেদি চুচৰি গ্ৰহযানৰ ভিতৰত সোমাল। ভিতৰত চাম্‌ৰাৰ আসনত বহি হেলমেট্‌টো পোনাই লৈ তেওঁ এনেয়ে কোটটোত হাত ফুৰালে।



"মোৰ স্ত্ৰীৰ লগত দেখা কৰিবলৈ নাপাহৰিবা।" কঠিন মুখ ভংগীৰে চিঞৰি খথ্‌লভক কলে।

গ্ৰহযান খনৰ পোৰ্টহলৰ কাষত থিয় হৈ তললৈ মূৰ কৰি লচ বৈ আছিল। হঠাৎ মূৰ তুলি কম্পিত কণ্ঠেৰে তেওঁ কলে :

"মই সফল হ'ম আৰু মঙ্গলগ্ৰহত উপস্থিত হব পাৰিম বুলি মোৰ ধাৰণা হৈছে। মই নিঃসন্দেহ যে কেইবছৰমানৰ পাছত হেজাৰ হেজাৰ গ্ৰহযানে মহাশূন্যত যাত্ৰা আৰম্ভ কৰিব, অন্বেষণৰ স্পৃহাই বাৰংবাৰ আমাক উৎসাহিত কৰিব। কিন্তু কিয় প্ৰথমে ময়েই যাত্ৰা আৰম্ভ কৰিব লাগিব? কিয় মহাকাশৰ ৰহস্য ময়েই উদ্‌ঘাটন কৰিব লাগিব প্ৰথমে? কি আছে, কি পাম তাত? নিজক পাহৰি যোৱা.........আপোনালোকৰ পৰা বিদায় লোৱাৰ এই মুহূৰ্ত্তটোত এই কথাটোৱেই মোক বিচলিত কৰি তুলিছে আটাইতকৈ বেছি। বন্ধুসকল, মই সাহসী নহয়, মোৰ নিৰ্মাণ প্ৰতিভা নাই। মই স্বপ্নদ্ৰষ্টাও নহওঁ। ....মই ভীৰু, মই পলাতক.......

হঠাৎ নীৰৱ হৈ গল লচ। তেওঁ অদ্ভুত দৃষ্টিৰে চাৰিওফালে চালে। সকলো হতভম্ব হৈ পৰিছিল। হেলমেট চকুৰ আগলৈকে টানি ললে।

কথাটো অপ্ৰাসংগিক। মোৰ ব্যক্তিগত জীৱনৰ কথা.......মই সেইবোৰ এৰি গৈছো কোঠাটোৰ সেই অকলশৰীয়া বিচনাখনৰ ওপৰত...বিদায়, বন্ধুসকল। আপোনালোকে গ্ৰহযানখনৰ পৰা যিমান দূৰ পাৰে আঁতৰি থিয় হওক।

কেবিনৰ ভিতৰৰ পৰা এইবাৰ গুচেভে চিঞৰি কলে :

"বন্ধুসকল, মঙ্গল গ্ৰহত যিয়েই নাথাকক তেওঁবিলাক সকলোকে চোভিয়েট প্ৰজাতন্ত্ৰৰ সাদৰ সম্ভাষণ জনাম। আপোনালোকে কি কয়?"

জনতাৰ মাজত মৃদু গুঞ্জনৰ সৃষ্টি হ'ল। সকলোৱে হাত চাপৰিৰে গুচেভক সমৰ্থন জনালে।

লচে গ্ৰহযানখনৰ ফালে ঘূৰি চুচৰি গ্ৰহযানখনৰ পোৰ্টহ'লৰ মাজেদি সোমাই গল আৰু ধুম কৰি দুৱাৰখন জপাই দিলে। উত্তেজিতভাবে কথাবাৰ্ত্তা পাতি আৰু ঠেলাঠেলি কৰি মানুহবিলাক কোঠাটোৰ পৰা ওলাই আহিল আৰু মুকলি পথাৰখনত থকা মানুহৰ জুমবিলাকত সোমাই পৰিছিল। কোনোবাই যেন সাৱধান কৰি দিবৰ কাৰণে চিঞৰি কলে :

"সাৱধান, অলপমান দূৰত গৈ শুই যাওক।"

কমাৰশালৰ আলোক উজ্জ্বল চাৰিকোণীয়া খিৰিকী বিলাকৰ ফালে হাজাৰ হাজাৰ মানুহে নিশব্দে চাই আছিল। ভিতৰে বাহিৰে কতো একো শব্দ নাই। এনেৰেই কেই মিনিট মান সময় পাৰ হৈ গ'ল। অনেক মানুহ মাটিৰ ওপৰত পেট পেলাই পৰি আছিল। দূৰত ঘোঁৰাৰ আটাহ শুনিবলৈ পোৱা গৈছিল। কোনোবা এজনে ভয়ংকৰ কণ্ঠেৰে চিঞৰি কলে ঃ

"মনে মনে থাকা।"

সেই মুহূৰ্ত্ততে কাণ তাল মৰা শব্দ কৰি কোঠাটো কঁপি উঠিল। তাৰ পাছত এটাৰ পাছত এটাকৈ বিস্ফোৰণ হবলৈ ধৰিলে। পৃথিবী কঁপি উঠিছিল। গ্ৰহযানখনৰ ভোটা ধাতব পদাৰ্থটো চিলিঙি খনৰ মুকলি ঠাইৰ পৰা ওলোৱা ধূলি আৰু ধোঁৱাৰ মেঘপুঞ্জৰ মাজেদি ওলাই আহিল! ছুলি ছুলি গ্ৰহযানখন শূন্যলৈ উঠিবলৈ ধৰিলে। শূন্যতে অলপ সময় ৰ'ল যেনিবা লক্ষ্যহে ঠিক কৰি লৈছে। তাৰ পাছত প্ৰকাণ্ড গোজৰণি তুলি আঠ মিটাৰৰ গোলকটো জনতাৰ ওপৰেদি তীব্ৰবেগে পশ্চিম ফালে ৰঙা ধূলিৰ মাজত অদৃশ্য হৈ গ'ল।

তেতিয়াহে জনতাৰ হুচ আহিল। মানুহবিলাকে চিঞৰ বাখৰ কৰি কোঠাটো আগুৰি ধৰিলে।

## অন্ধকাৰ আকাশত

পোৰ্টহলৰ ঢাকনিখন স্ক্ৰু দি লগাই দিয়াৰ পাছত লচে বহি গুচেভৰ সজাত বন্দী হৈ থকা চৰাইৰ দৰে তীক্ষ্ণ আৰু উজ্জ্বল চকুহুটিলৈ চাই পঠিয়ালে।

"এৰো নে, আলেক্সই ইভানভিচ?"

"ওঁ যাবলৈ দিয়া।"

বিদ্যুত চলাচল নিয়ন্ত্ৰণ কৰা যন্ত্ৰটোত চেপা মাৰি অলপ টানি দিয়াৰ লগে লগে প্ৰকাণ্ড বিস্ফোৰণৰ শব্দ হ'ল। সেই শব্দ শুনি বাহিৰৰ জনতা চক খাই উঠিল। লচে তেনেধৰণৰে দ্বিতীয় যন্ত্ৰোটোত টান দিলে। ভৰিৰ তলত গম্ভীৰ গৰ্জন ধ্বনি উঠিল। গ্ৰহযান চপ্‌চপাই ইমান ভীষণভাবে কঁপি উঠিল যে গুচেভে নিজৰ আসনত খামুচি ধৰিলে। পাগল মানুহৰ



দৰে তেওঁৰ চকু ঘূৰিবলৈ ধৰিলে। লচে দুয়োটা যন্ত্ৰ চলাই দিলে। চপ্‌চপনি বন্ধ হৈছিল আৰু কাঁড়ৰ নিচিনাকৈ গ্ৰহযানখন ওপৰলৈ উঠিছিল। লচে চিঞৰি কলে।

"এৰি দিছো।"

গৰম লাগিছিল। গুচেভে মুখৰ ঘাম মুচিছিল। বেগমান যন্ত্ৰত দেখা গল গ্ৰহযানখন প্ৰতি চেকেণ্ডত পঞ্চাচ মিটাৰকৈ যাব ধৰিছে। যন্ত্ৰৰ কাটা তেতিয়া আৰু ওপৰলৈ উঠিছিল।

গ্ৰহযানখন পৃথিৱীৰ আবৰ্ত্তনৰ বিপৰীত মুখে ট্যানজেণ্ট গতিত যাবলৈ ধৰিছিল। কেন্দ্ৰাতিগ শক্তিয়ে পূবৰ ফালে টানিছিল। লচৰ হিচাব মতে এশ কিলোমিটাৰ ওপৰত গ্ৰহযানখনে পোন হৈ কোণীয়াকোনীকৈ যাব।

মটৰৰ কাম ধীৰভাবে চলিছিল। নোমৰ লাইন দিয়া কোটৰ বুটাম বিলাক খুলি লচ আৰু গুচেভে হেলমেট পিছৰ ফালে হেলনীয়াকৈ ল'লে। বিদ্যুতৰ লাইট জ্বলোৱা হোৱা নাছিল। পিপ্-হ'ল বিলাকৰ মাজেদি গধূলিৰ ম্লান পোহৰ ভিতৰলৈ সোমাইছিল।

অলপমান যেন দুৰ্ব্বলতা অনুভৱ কৰা হৈছিল। মূৰ ঘূৰিছিল। সেই ভাবটো গুছাবৰ কাৰণে লচে আঁঠুকাঢ়ি পিপ হ'লত চকু দিলে, তলত বিস্তৃত পৃথিৱী, নীল-ধূসৰ। প্ৰকাণ্ড এটা গোল পিয়লাৰ নিচিনা। অ'ত ত'ত ধোৱাঁ বৰণীয়া মেঘ। আটলান্তিক মহাসাগৰ।

ক্ৰমশঃ গোলাকৃতি পিয়লাটো সৰু হৈ তলৰ ফালে নামি গ'ল। সোঁ ফালে ৰূপালী আভা। এন্ধাৰৰ কাৰণে আনফালে একো দেখিবলৈ পোৱা নগৈছিল। তাক অতল গহ্বৰত পৰা এটা বলৰ নিচিনা দেখা গৈছিল।

অন্য এটা পিপ হ'লত চকু দি আছিল গুচেভে। তেওঁ কলে ঃ

"ইমান দিন একেলগে আছিলো। এতিয়া আমাৰ বিদায়ৰ পাল পৰিল। যাওঁ—যাওঁ।"

উঠিবলৈ চেষ্টা কৰোতে আকৌ নিজৰ আসনত চিত্ হৈ পৰি গ'ল গুচেভে। চোলাৰ কলাৰ টান মাৰি কলে ঃ

"দম বন্ধ হৈ আহিছে, মস্তিস্লাভ চেৰ্গেয়েভিচ! নিশ্বাস লব পৰা নাই।"

লচৰ ধাৰণা হ'ল হৃদ্‌স্পন্দন যেন ক্ৰমান্বয়ে বাঢ়ি গৈছিল। হাতুৰিৰ আঘাতৰ নিচিনা বোধ হৈছিল। তেজ গৈ মূৰত উঠিছিল। চকুৰে সৰিয়হ ফুল দেখিছিল।

তেওঁ চুচৰি বেগমান যন্ত্ৰোটোৰ কাষলৈ গ'ল। কাটা দ্ৰুতগতিৰে অবিশ্বাস্য ভাবে আগ বাঢ়িছিল। বতাহ পাতল হৈ আহিছিল। মহাকৰ্ষণো কমি আহিছিল। প্ৰতি মুহূৰ্ত্তত গতিবেগ সঞ্চয় কৰি গ্ৰহযানথন দ্ৰুতবেগে মহাকাশৰ বুকুলৈ আগবাঢ়িছিল।

কলাৰ খুলিব খোজোতে লচৰ নখ ছিঙি গৈছিল। হৃদস্পন্দন যেন বন্ধ হৈ যায় যায়।

লচে জানিছিল—গ্ৰহযানথনৰ গতিবেগৰ লগে লগে হৃৎপিণ্ডৰ ক্ৰিয়া, ৰক্ত সংবাহন আৰু দেহৰ সমগ্ৰ ছন্দৰ বিশেষ পৰিবৰ্ত্তন ঘটিব। জনা আছিল কাৰণেই আবৰ্তনগতিৰ নিয়ম প্ৰদৰ্শক এটি যন্ত্ৰ ( তেনে ধৰণৰ ছুটি যন্ত্ৰ আছিল ) তাৰঁৰ দ্বাৰা এটা আধাৰৰে সৈতে বান্ধি থোৱা আছিল য'ৰ পৰা সংকটৰ মুহূৰ্ত্তত যথেষ্ট পৰিমাণ অক্সিজেন আৰু এমোনিয়া উদ্‌গত হৈছিল।

লচেই প্ৰথমে সম্বিৎ পালে। বুকুত বিষ, মূৰ ঘূৰিছে; লাটুমৰ নিচিনা গুন গুন শব্দ হৃৎপিণ্ডৰ ভিতৰত। মগজত বিভিন্ন চিন্তাৰ ধুমুহা বলিছিল খুব দ্ৰুত আৰু পৰিষ্কাৰভাবে। অঙ্গ সঞ্চালন লঘূ আৰু নিৰ্ভুল।

জৰুৰী অক্সিজেনৰ কলটো টিপি বেগমান যন্ত্ৰৰ ফালে চালে লচে। চেকেণ্ডত প্ৰায় পাঁচশ কিলোমিটাৰ বেগে গ্ৰহযানথন উৰিবলৈ ধৰিছিল। পোহৰ হৈ আহিছিল। পিপ-হ'ল এটাৰ মাজেদি উজ্জল সূৰ্য্যৰশ্মি গুচেভৰ গাত পৰিলহি। তেওঁৰ মুখখন বীভৎস আৰু বিকৃত হৈ উঠিছিল। দাঁত ছুপাৰী চেপি ধৰিছিল। আইনাৰ দৰে চকচকীয়া চকু ছুটা যেন গাঁতৰ পৰা ওলাইহে আহিব খুজিছিল।

লচে তেওঁৰ নাকৰ সন্মুখত অলপ মান 'স্মেলিং চল্ট' তুলি ধৰিলে। গুচেভে গভীৰ নিশ্বাস ললে। চকুৰ পতা ছুখন কঁপি উঠিল। কাষলতিৰ তলত ধৰি জোৰেৰে ইঞ্জিনিয়াৰ লচে তেওঁক ডাঙি ধৰিলে। কিন্তু চাবনৰ ফেনৰ দৰে কোমল তাৰ দেহটো লচৰ হাতত ওলমি থাকিল। এৰি দিয়াৰ লগে লগে গুচেভৰ দেহটো ধীৰে ধীৰে মজিয়াত পৰি গল। ভৰিমেলি কিলাকুটি কেইটা ডাঙি ধৰি গুচেভ যেন পানীৰ ওপৰতহে বহি আছিল। হতভম্ব হৈ তেওঁ চাৰিওফালে চালে। ফোঁপাই জোপাই গুচেভে সুধিলে ঃ

"মোৰ নিচা হৈছিল নেকি ?"

লচে ওপৰৰ পিপ-হ'লটোৰ কাষলৈ গৈ বাহিৰলৈ চাবলৈ কলে। কোনোমতে থিয় হৈ ঢলংপলং কৰি মাথিৰ নিচিনাকৈ কেবিনৰ থিয় দেৱাল



পাৰ হৈ গুচেভে চামৰাৰ পেটিত জোৰেৰে ধৰিলে। পিপ-হ'লত চকু থৈ তেওঁ কলে ঃ

"ভীষণ অন্ধকাৰ, একো দেখিবলৈ পোৱা নাযায়।"

লচে সূৰ্য্যৰ ফালে মুখ কৰি থকা লেন্সখনত ধোঁৱা বৰণীয়া এটুকুৰা কাঁচ লগাই দিলে। চাৰিও পাশৰ শূন্য অন্ধকাৰৰ মাজত বিৰাট এটা গোলকৰ দৰে নিৰালম্ব সূৰ্য্যটো স্পষ্ট হৈ উঠিল। এযোৰা পাখিৰ দৰে ছয়োফালে ভাহিথকা উজ্জল কুঁৱলী। সেই ঘনপিণ্ডটোৰ পৰা এটি জলধাৰা উদ্‌গত হৈ ছাতিৰ আকাৰ লৈছিল। তেতিয়া সূৰ্য্য-কলংকৰ সময়। উজ্জল গোলকটোৰ পৰা দূৰত অগ্নিৰ জলন্ত সমুদ্ৰ। সূৰ্য্যৰ পৰা উৎক্ষিপ্ত হৈ ইয়াৰ চাৰিওফালে ঘূৰি থকা ইয়াৰ ৰঙ ৰাশিচক্ৰৰ পাখিতকৈও শেঁতা আছিল।

লচে বিশ্বব্ৰহ্মাণ্ডৰ সঞ্জীবনী অগ্নিৰ মনোৰম দৃশ্যটোৰ পৰা দৃষ্টি আঁতৰাই আনিলে। তেওঁ নিৰীক্ষণ যন্ত্ৰটোৰ ঢাকনিখন জপাই দিলে। পুনৰ আন্ধাৰ হ'ল। তেতিয়া তেওঁ কেবিনটোৰ ইটো কাষত থকা পিপহ'লটোৰ ওচৰলৈ গ'ল। ফোকাচটো ঠিক কৰি ললে। নক্ষত্ৰ এটাৰ সেউজীয়া ৰশ্মিয়ে তেওঁৰ চকুত চাঁত মাৰি ধৰিলে। তৎক্ষণাতে তাৰ পৰিবৰ্ত্তে নীলা ৰশ্মি দেখিবলৈ পোৱা গল। এইটো আছিল 'চিৰিয়াচ' উত্তৰ মহাকাশৰ প্ৰথম নক্ষত্ৰ—সৌৰ জগতৰ হীৰখণ্ড।

লচ তৃতীয় পিপ্‌হলটোৰ ওচৰলৈ বগুৱা বাই-গ'ল আৰু তাক ঠিক কৰি ললে। এবাৰ চকুৰাখি পুনৰ ৰুমালেৰে পীপহ'লটো মোহাৰি ললে আৰু পুনৰ চকু ৰাখিলে। অন্তৰখন যেন গোট মাৰি গৈছিল। অনুমান হৈছিল যেন চুলিৰ গুৰিলৈকে কঁপনি উঠিছিল।

অন্ধকাৰত সিঁহতক চেৰাই ভাহিঁগৈছিল অস্পষ্ট ধূঁৱলি-কুঁৱলী কেইটামান বিন্দু।

"নিশ্চয় আমাৰ ওচৰে ওচৰে কিবা এটা বস্তু ভাঁহি গৈ আছে" আতংকত চিঞৰি উঠিল গুচেভ।

নিম্নগামী বিন্দুবোৰ ক্ৰমাৎ উজ্জল আৰু দীপ্তিমান হৈ উঠিছিল। লচে দেখিবলৈ পালে বিচ্ছিন্ন ৰূপোৱালী ৰেখা আৰু সূতা, তাৰ পাছত এটা পাহাৰৰ হেলনীয়া দৃঢ় অথচ অবিন্যস্ত প্ৰান্তভাগ। সৌৰজগতৰ কোনো দেহাবয়ৱৰ কাষলৈ আহি তাৰ মহাকৰ্ষণৰ পৰিমণ্ডলৰ মাজত গ্ৰহযান প্ৰবেশ

কৰিছিল আৰু চাৰিওপিনে এটা উপগ্ৰহৰ দৰে পাক দিবলৈ আৰম্ভ কৰিছিল বুলি স্পষ্টভাবে বুজিব পৰা গ'ল।

কম্পিত হাতেৰে খেপিয়াই খেপিয়াই বিদ্যুত চলাচলৰ নিয়ন্ত্ৰণ যন্ত্ৰটোৰ লেভাৰত ধৰি লচে যিমান জোৰে পাৰে টান মাৰিলে। গ্ৰহযানখন ফাটি যোৱাৰ সম্ভাৱনা আছিল। তলত ইঞ্জিনটো গৰ্জ্জন কৰি উঠিল। দ্ৰুতগতিত বিন্দুবোৰ আৰু পাহাৰৰ জিলিকি থকা খেলিমেলি প্ৰান্তভাগ দূৰলৈ আঁতাৰ গ'ল। কিন্তু উজ্জল ওপৰিভাগ বিস্তৃত হৈ তেওঁবিলাকৰ কাষলৈ যেন চাপি আহিছিল। তেওঁবিলাকে ৰিক্ত নিষ্প্ৰাণ সমভূমিৰ বুকুত স্পষ্টভাবে দেখিবলৈ পালে থিয় পাহাৰবিলাকৰ জোঙা দীঘল ছাঁবোৰ।

গ্ৰহযানখন পাহাৰমুখী হৈ আগবাঢ়িছিল। এটা দাঁতিত সূৰ্য্যৰ কিৰণ প্ৰতিফলিত হোৱাৰ কাৰণে পাহাৰবোৰ নিচেই কাষত যেন বোধ হৈছিল। লচে ভাবিছিল (তেওঁৰ মন আছিল ধীৰস্থিৰ) মুহূৰ্ত্তৰ ভিতৰতে খুন্দা খাই গ্ৰহযানখন ভাগি যাব—গতি পৰিবৰ্ত্তন কৰি মহাকৰ্ষণৰ ক্ষেত্ৰলৈ ঘূৰি অহাৰ আগতেই। এইবাৰ সকলো শেষ হৈ গ'ল।

ঠিক সেই মুহূৰ্ত্ততে তেওঁৰ চকুত পৰিল থিয় পাহাৰ বিলাকৰ মাজত মৃত সমভূমিত থলপা থলপে দুৰ্গৰ ভগ্নাৱশেষ।....তীক্ষ্নাগ্ৰ পাহাৰ বিলাকৰ ওপৰেদি গ্ৰহযানখন পাৰ হৈ গ'ল। কিন্তু বহুত তলত শূন্য গাঁত, অজ্ঞাত অন্ধকাৰ। এটা ওখ-চাপৰ পাহাৰৰ গাত ধাতুময় শিৰবোৰৰ উজ্জলতা। তাৰ পাছত সেই ধ্বংসপ্ৰাপ্ত অজানগ্ৰহটোৰ ভগ্নাংশবোৰ বহুত দূৰত এৰি অনন্ত আকাশৰ ফালে যাত্ৰা চলি থাকিল। ক'লা আকাশৰ বুকুত গ্ৰহযানখন বেগেৰে যাবলৈ ধৰিলে।

হঠাৎ চক খাই গুচেভে কলে ঃ

"ওচৰত সেইটো চন্দ্ৰ নেকি ?"

ঘূৰি চাব খোজোতেই দেৱালৰ অবলম্বনৰ পৰা তেওঁ বিচ্যুত হৈ গ'ল। বেঙৰ দৰে শূন্যত ভৰি-হাত মেলি গালি পাৰি পাৰি তেওঁ পুনৰ দেৱালত ভৰ লবলৈ চেষ্টা কৰিলে। ভৰিৰ তলৰ পৰা মজিয়া আঁতৰি যোৱাৰ কাৰণে লচৰ ধাৰণা হল যে তেওঁ ভাঁহি আছে। নিৰীক্ষণ কৰা টিউবত ধৰি তেওঁ মঙ্গলগ্ৰহৰ জিকমিকীয়া ৰূপোৱালী আলোক বিন্দুৰ ফালে চাই ৰ'ল।



## অবতৰণ

অ'ত ত'ত ডাৱৰে আবৃত কৰি ৰখা ৰূপোৱালী এখন কাঁহীৰ দৰে দেখা মঙ্গলগ্ৰহটো ক্ৰমান্বয়ে ডাঙৰ আৰু স্পষ্ট হৈ আহিছিল। দক্ষিণ মেৰুত চকুত চমক লগোৱা বৰফমালা। তাৰ তলত কুঁৱলীৰ ৰেকাৰেখা পূবে নিৰক্ষ ৰেখালৈকে বিস্তৃত, পাতল ওপৰিভাগক আবৃত কৰি মূল মধ্যৰেখাৰ ওচৰাউচৰিকৈ ওপৰলৈ উঠি গৈছে ; গ্ৰহৰ পশ্চিম পাৰত দুভাগ হৈ এটা অন্তৰীপৰ সৃষ্টি কৰিছে।

নিৰক্ষৰেখাৰ ওচৰত পাঁচোটা ক'লা বিন্দু। সৰল ৰেখাৰে বিন্দুবিলাক যুক্ত হৈ আছিল। সৰলৰেখা বিলাকে দুটা সমবাহু ত্ৰিভূজ আৰু এটা দীঘল ত্ৰিভূজৰ সৃষ্টি কৰিছিল। পূবফালৰ ত্ৰিভূজটোৰ তলত এটি বৃত্তাংশ। বৃত্তাংশটোৰ মাজ ভাগৰ পৰা এটা অৰ্দ্ধবৃত্ত গৈছে ইয়াৰ শেষ প্ৰান্তলৈ। নিৰক্ষৰেখাৰ পূবত আৰু পশ্চিমত ইতস্ততঃ বিক্ষিপ্ত কেইডালমান ৰেখা, বিন্দু আৰু অৰ্দ্ধবৃত্ত। উত্তৰমেৰু অন্ধকাৰত আচ্ছন্ন হৈ আছিল।

সেই ৰেখা বিলাকৰ ফালে লুভীয়াৰ দৰে চকুমেলি চাই আছিল লচে। এয়াই আছিল মঙ্গলগ্ৰহৰ বহুৰূপী ঋজুৰেখী খালবিলাক যিবিলাকে জ্যোতিৰ্ব্বিদ সকলক বিভ্ৰান্ত কৰিছিল। ৰেখাবিলাকৰ প্ৰথমভাগ আছিল অত্যন্ত স্পষ্ট, তাৰ মাজত মনিব নোৱাৰা আন এটা অস্পষ্ট ভাগ লচৰ চকুত পৰিল।

লচে ৰেখাবিলাকৰ এখন মেপ নোটবুকত আঁকিবলৈ আৰম্ভ কৰিলে। হঠাৎ মঙ্গলগ্ৰহৰ পৰিমণ্ডল ভীষণ জোৰেৰে নামি আহি লেন্সৰ ওচৰেদি ভাঁহি গ'ল। লচ একে জাপে বিদ্যুত চলাচলৰ নিয়ন্ত্ৰণ যন্ত্ৰটোৰ কাষলৈ আহিল।

"আলেক্সাই ইভানভিচ্! আমি উপস্থিত হৈছোহি। আমাক আকৰ্ষণ কৰিছে আৰু আমি পৰি যাব ধৰিছো।"

গ্ৰহযানৰ মুখ গ্ৰহটোৰ ফালে পোনভাৱে ঘূৰাই দিয়া হ'ল। মটৰৰ বেগ কমাই দি তাৰপাছত লচে একেবাৰে বন্ধ কৰি দিলে। গতিৰ পৰিবৰ্ত্তন তেতিয়া সিমান যন্ত্ৰণাদায়ক হোৱা নাছিল। কিন্তু যি স্তব্ধতা আৰম্ভ হৈছিল সি ইমান ভয়াবহ আছিল যে গুচেভে মূৰ আজুৰি কাণত হাতেৰে চেপা মাৰি ধৰিলে।

মজিয়াত দীঘল হৈ পৰি লচে ৰূপালী কাঁহিখন ক্ৰমান্বয়ে ডাঙৰ আৰু ঘূৰণীয়া হৈ উঠা দেখিবলৈ পালে। ধাৰণা হ'ল অন্ধকাৰ মহাশূন্যৰ পৰা তীব্ৰগতিত সেই কাঁহীখন তেওঁবিলাকৰ ফালে আগবাঢ়ি আহিছিল।

বিদ্যুত চলাচলৰ নিয়ন্ত্ৰণৰ যন্ত্ৰটো লচে পুনৰ চলাই দিলে। থকথককৈ গ্ৰহযানখন কঁপি উঠিল। মঙ্গলগ্ৰহৰ মহাকৰ্ষণৰ বিৰুদ্ধে সংগ্ৰাম চলিবলৈ ধৰিলে। পতনৰ বেগ কমি আহিল। আকাশখন আঁৰ কৰি অস্পষ্ট হৈ গ'ল মঙ্গলগ্ৰহ, পিয়লাৰ দৰে তাৰ কাষবোৰ বেকাঁ হৈ গৈছিল।

শেষৰ মুহূৰ্ত্তবোৰ আছিল ভয়াবহ। পতনৰ দ্ৰুতগতিত মগজ বেয়া হৈ যোৱাৰ নিচিনা। মঙ্গলগ্ৰহে আকাশখন ঢাকি ধৰিলে। কুঁৱলীৰ কাৰণে লেন্সখন অস্পষ্ট হৈ পৰিল। কুঁৱলীত দেখ-নেদেখ এখন সমভূমি। ডাৱৰ ফালি গ্ৰহযানখন তাত অবতৰণ কৰিবলৈ ধৰিলে। কঁপনি আৰু গৰ্জ্জন। গতিবেগ ক্ৰমান্বয়ে কমি আহিল।

'নামিবলৈ ধৰিছো।'—চিঞৰি লচে মটৰ বন্ধ কৰি দিলে। পিচ মুহূৰ্ত্ততে এটা প্ৰকাণ্ড জোকাৰণিত লুটিখাই দেৱালৰ গাত পৰিল গৈ। মাটিত খুন্দা খাই গ্ৰহযানখন একাষৰীয়া হৈ হালি পাৰিছিল।

* * * *

আঠু আৰু হাত কঁপিছিল, বুকুত যেন হাতুৰিৰ আঘাত। দ্ৰুতবেগে নিঃশব্দে কেবিনটো আঁত লগাই লচ আৰু গুচেভে পৃথিবীৰ পৰা অনা এন্দুৰটো পীপ হ'লৰে বাহিৰলৈ উলিয়াই দিলে। এন্দুৰটো লাহে লাহে প্ৰাণবন্ত হৈ উঠিল, নাকটো ওপৰলৈ দাড়ি ধৰি দাড়িবিলাক লৰচৰ কৰি গাটো তিয়াই পেলালে। বাহিৰৰ জলবায়ুত প্ৰাণী জীয়াই থাকিব পাৰে, প্ৰমাণ হ'ল। তেতিয়া তেওঁবিলাকে পোৰ্ট হ'লৰ ঢাকনিখন গুচাই পেলালে। জিভাৰে ওঁঠ চেলেকি গলগলা মাতেৰে লচে কলে:

"তেনেহলে এতিয়া আমি আহি পালোহি, আলেক্সই ইভানভিচ। বাহিৰলৈ যোৱা হওক।"



তেওঁবিলাকে ফেল্টৰ বুটজোতা আৰু ফাৰৰ আঁচ দিয়া জেকেট চোলা খুলি পেলালে। গুচেভে কঁকালৰ পেটিত ৰিভলভাৰটো আঁৰি লৈ (সময়ত প্ৰয়োজন) মৃদু হাঁহি এটা মাৰি ঢাকনিখন খুলি দিলে।

———

## মঙ্গল গ্ৰহ

গ্ৰহযানখনৰ পৰা বগুৱা বাই ওলাই আহি প্ৰথমে তেওঁবিলাকে দেখিবলৈ পালে চকু চমক লগোৱা ধুমুহাৰ আগমুহূৰ্ত্তৰ সমুদ্ৰৰ দৰে গাঢ় নীল অতল আকাশ।

মঙ্গলগ্ৰহৰ ওপৰৰ ফালে বিৰাট অগ্নিপিণ্ডৰ দৰে সূৰ্য্যটো। অপূৰ্ব স্পষ্ট দিগন্তৰ পৰা উচ্চতম সীমালৈকে স্ফটিক-নীল আলোকমালাৰ শীতল স্বচ্ছ প্ৰবাহ।

"এওঁবিলাকৰ সূৰ্য্য খুব ধেমেলীয়া," কৈয়েই হাঁচি মাৰিলে গুচেভে। গভীৰ নীলা ঊৰ্দ্ধাকাশ আছিল ইমান দীপ্তিময় আৰু উজ্জ্বল। বুকুৰ মাজত যেন কিবা এটা অসাৰ ভাব। শিৰা-উপশিৰাৰ দপদপনি; কিন্তু নিশ্বাস-প্ৰশ্বাস আছিল সহজসাধ্য। বতাহ আছিল পাতল আৰু শুকান।

কমলাৰঙৰ, সমান সমভূমিৰ ওপৰত গ্ৰহযানখন পৰি আছিল। দিগন্ত আছিল নিচেই কাষত—হাত মেলিলেই ঢুকি পোৱাৰ ভিতৰত। মাটিত ডাঙৰ ডাঙৰ ফাট। ঠাল ঠেঙুলি থকা মমবাতিৰ দৰে দীঘল সিজুৰ জাৱণি—তাৰ পৰা ৰঙা-বেঙুনীয়া ছাঁ মাটিত পৰিছিলহি। জিৰ্‌জিৰ বতাহ।

কিছুসময় থিয় হৈ থাকি চাৰিওফালে এবাৰ দৃষ্টি নিক্ষেপ কৰি লচ আৰু গুচেভ আগবাঢ়ি গ'ল সমভূমিৰ ফালে। জৰজৰীয়া মাটিত পানী গাঁঠিলৈকে ভৰি সোমাই গৈছিল। তথাপিও খোজ কাঢ়িবলৈ সহজ আছিল। ওখ বিস্তৃত সিজু এডাল ঘূৰি যাবলগীয়া হওঁতে লচে তাত হাত দিলে। সেই গছ-ডাল কঁপি উঠিল—বতাহত কপাৰ দৰেই আৰু বাদামি ৰঙৰ সৰস ঠালবিলাক

লচৰ হাতত লাগিল। গুচেভে তাৰ গুৰিত গোৰ মাৰি দিলে। কুৎসিৎ বস্তুটো পৰি গ'ল। তাৰ কাঁইটবোৰ মাটিত সোমাই ধৰিলে।

প্ৰায় আধাঘণ্টা সময় দুয়োজনে খোজ কাঢ়ি ফুৰিলে। সন্মুখত কমলাৰঙৰ সমভূমি—সিজু, ৰঙা বেঙুনীয়া ছাঁ, মাটিৰ ফাঁট। সূৰ্য্যৰ লগত সমকোণ কৰি দক্ষিণ ফাললৈ ঘূৰিছিল লচ। হঠাৎ মাটিৰ ওপৰত তেওঁৰ চকু পৰিল। থমকি ৰৈ তেওঁ আঁঠুৰ ওপৰতে নিজে এবাৰ চপৰিয়ালে।

"আলেক্সই ইভানভিচ, চহোৱা মাটি, দেখিছা!"

"তাৰ মানে?"

ভাল ভাবে নিৰীক্ষণ কৰাৰ পাছত তেওঁবিলাকে সঁচাসচিকৈয়ে দেখিবলৈ পালে বহল জৰজৰীয়া চিৰাল আৰু শাৰী শাৰী সিজু। কেইখোজমান আগবাঢ়ি গৈ লচে এটা শিলাখণ্ডত উজুটি মাৰিলে। শিলাখণ্ডৰ গাত ব্ৰোঞ্জৰ এটা ডাঙৰ আঙঠি। তাত এডাল ৰছী লগাই থোৱা আছিল। থুঁতৰিত হাত বোলালে লচে। চকুদুটা জিলিকি উঠিল।

"আমি ক'ত আছো—ধৰিব পাৰিছানে?" তেওঁ কলে।

"ওঁ, এখন ফিল্ডত।"

"আৰু এই আঙঠিটো কিহৰ?"

"চয়তানেহে জানে ইহঁতে শিলৰ গাত কিয় আঙঠি লগাইছে।"

"ওপঙা নাও বান্ধিবৰ বাবে। এই ঝুনুকা বিলাক দেখিছে? আমি এটা শুকান খালৰ প্ৰান্তত আহি উপস্থিত হৈছোহি।"

"কিন্তু," গুচেভে কলে, "ইয়াততো পানী নাই যেন ধাৰণা হৈছে।"

পশ্চিম ফাললৈ মুখ কৰি তেওঁবিলাকে চিৰালবিলাকৰ ওপৰেদি যাবলৈ ধৰিলে। অদূৰৰ মুকলি পথাৰৰ ওপৰত এজনী ডাঙৰ চৰাই কঁপি কঁপি পাখি কোবাই উৰি অহা দেখিবলৈ পোৱা গ'ল। তাইৰ দেহটো আছিল দেখিবলৈ ভোমোৰাৰ দৰে। থমকি ৰৈ লগে লগেই গুচেভে ৰিভলভাৰত হাত থলে। কিন্তু চৰাইজনীয়ে ওপৰলৈ উঠি আকাশৰ নীলাৰ ফালে আগবাঢ়ি গৈ দিগন্তৰ সিপাৰত অদৃশ্য হৈ গ'ল।

সিজুবিলাক আগতে দেখাবোৰতকৈ ওখ, ঘন আৰু ৰসাল যেন দেখা গৈছিল। বতাহত কঁপি থকা কাঁইটীয়া জোপোহাবিলাকৰ মাজেদি সাৱধানে বাট উলিয়াই আগবাঢ়ি যাব লগীয়া হৈছিল। ভৰিৰ কাষেদি হুৰহুৰাই লৰ মাৰিছিল জেঠীৰ দৰে জীৱবোৰ, উজ্জ্বল কমলা ৰঙ, পিঠিত শিৰপতা। অদ্ভুত



কাঁইটীয়া গাৰে ঘৃণীয়া বস্তুবোৰ থুপথাপকৈ একাষৰীয়া হৈ জোপোহাবিলাকৰ মাজলৈ জাপ মাৰি পৰিছিল। অত্যন্ত সাৱধানতাৰে লচ আৰু গুচেভ আগবাঢ়িছিল।

চকমাটিৰ দৰে বগা এটা থিয় প্ৰান্তত সিজুবিলাক অন্ত পৰিছিল। প্ৰান্তটো দেখাদেখিকৈয়ে চেপেটা শিলেৰে বন্ধোৱা। ফাঁটবিলাকত শেলুৱৈ গজিছে। এটি শিলখণ্ডত আগৰটোৰ দৰেই এটা আঙঠি লগোৱা। খুব আৰামেৰে আঁক বাঁক লগা জেঠীবোৰে ৰ'দ লৈ আছিল।

লচ আৰু গুচেভ পাৰলৈ উঠিল। তাৰ পৰাই চকুত পৰিছিল শুকান পথাৰ। সেই কমলা ৰঙৰ, কিন্তু তাতোকৈ অলপ গাঢ়। ইতস্ততঃ বিক্ষিপ্ত চুটি চাপৰ গছ-গছনি পাহাৰীয়া পাইন গছবোৰৰ দৰে। শিলৰ স্তুপ আৰু ধ্বংসাৱশেষ। উত্তৰ পশ্চিমফালে উন্নত পৰ্ব্বতমালা, অগ্নিৰ প্ৰজ্জলিত শিখাৰ দৰে তীক্ষ্ণ আউল বাউল। পৰ্ব্বত শিখৰত চক্ চকীয়া বৰফ।

"উভটি গৈ কিবা এটা খাই অলপ জিৰণি ললেই ভাল হব।" গুচেভে ক'লে। "নিজকে অসহ্য বোধ কৰিছো। ইয়াত জীৱিত প্ৰাণীৰ বসবাসৰ কোনো লক্ষণেই দেখা নাই।"

পাৰত দুয়োজন কিছুসময় ৰ'ল। গোটেই সমভূমিখন যেন মৰ্মান্তিক ভাবে নিসংগ আৰু নিৰলা।

"ক'লৈ যে আহিলো।" গুচেভে দুখ কৰি কলে।

পাৰত নামি দুয়োজনে গ্ৰহযানৰ ফালে উভতি আহিল। সিজুবিলাকৰ মাজত যানখন'বিচাৰি উলিয়াওঁতেই কিছুসময় লাগিল।

গুচেভে হঠাৎ ফুচফুচাই কলে:

"দেখিছেনে?"

অভ্যস্ত হাতেৰে তেওঁ তৎক্ষণাতে ৰিভলভাৰটো উলিয়াই ললে, তাৰ পাছত চিঞৰি ক'লে:

"গ্ৰহযানখনৰ ওচৰত তুমি কোন? নহলে এতিয়াই গুলী চলোৱা হব!"

"কাক কৈছে?"

"দেখিছেনে? গ্ৰহযানখন দেখিছেনে বাৰু?"

"ওঁ। দেখিছো।"

"সোঁফালে কোনোবা এজন বহি আছে। সেইটো।"

লচৰ চকুত পৰাৰ লগে লগে দুইজনে উজুটি-মুজটি খাই গ্ৰহযানখনৰ ফালে

লৰ মাৰি গ'ল। ওচৰৰ পৰা সেই প্ৰাণীটো আঁতৰি গল, জাপ মাৰি মাৰি গৈ সিজুবনৰ মাজত টপ কৰি উঠি দীঘল পাখিমেলি দ্ৰুতবেগে ঘৰঘৰ শব্দৰে আকাশৰ ওপৰলৈ উঠিল, তেওঁবিলাকৰ মূৰৰ ওপৰত কেইটামান পাক দি নীলা শূন্যৰ ফালে উৰি গ'ল। এইটোৱেই আছিল চৰাই বুলি ভবা বস্তুটো। গুচেভে ৰিভলভাৰটো দাঙি সেইফালে লক্ষ্য কৰাৰ লগে লগে লচে তৎক্ষণাত তাক আঁচোৰ মাৰি ধৰিলে।

"বলিয়া হৈছে নেকি? সেইজন মঙ্গলগ্ৰহৰ মানুহ।"

গহীন নীল আকাশৰ বুকুত তেওঁবিলাকৰ মূৰৰ ওপৰত পাক দিয়া অদ্ভুত প্ৰাণীটোৰ ফালে মুখ মেলি চাই ৰল গুচেভ। লচে ৰুমাল জোকাৰি দেখুৱাবলৈ ধৰিলে।

"সাৱধান।" গুচেভে ক'লে। "আমাক তাৰ পৰাই আক্ৰমণ কৰিব পাৰে।"

"কথা শুনক। ৰিভলভাৰ থৈ দিয়ক।"

সেই ডাঙৰ চৰাইজনী নামি আহিছিল। এইবাৰ পৰিষ্কাৰকৈ দেখিবলৈ পোৱা গ'ল—সেয়া আছিল মানুহৰ নিচিনা এটি প্ৰাণী, উৰিব পৰা যন্ত্ৰ এটাৰ বহা আসনত বহি আছিল। দুকাষত কান্ধলৈকে পৰা দুখন বেঁকা পাখি। পাখি দুখনৰ তলত ঘৰঘৰকৈ শব্দ কৰিছিল এটা সৰু চকাই। খুব সম্ভৱ প্ৰপেলাৰ। বহাৰ আসনৰ পাছ ফালে লেভাৰ দিয়া এডাল নেজ বাহিৰ ওলাই আছিল। যন্ত্ৰটোৰ গঠন আৰু গতি জীৱন্ত প্ৰাণীৰ দৰে সহজ আৰু স্বচ্ছন্দ আছিল।

ছোঁ মাৰি নামি মঙ্গলগ্ৰহবাসীজনে এখন পাখি নমাই, আন খন পাখি তুলি ধৰি পথাৰৰ ওপৰেদি ভাঁহি গল। দীঘল পাৰ থকা কণীবদৰে দেখা হেলমেট টুপি পিন্ধা মূৰটো দেখিবলৈ পোৱা গ'ল। চকুত গগলচ, দীঘল ৰঙচুৱা মুখ, জোঙা নাক। মুখখন ডাঙৰকৈ মেলি কিবা এটা ক'লে। তাৰ পাছত দ্ৰুতভাৱে পাখি কোবাই মাটিলৈ নামি আহিল। অলপদূৰ লৰমাৰি আগবাঢ়ি গৈ আসন ত্যাগ কৰি তেওঁবিলাকৰ পৰা প্ৰায় ৩০ খোজ মান দূৰত জাপ মাৰি নামিল।

মঙ্গলগ্ৰহবাসীজন দেখিবলৈ মধ্যমীয়া ভাবে ওখ মানুহৰ নিচিনা। হালধীয়া ৰঙৰ ঢিলা চোলা পিন্ধিছিল আৰু সৰু লিকলিকীয়া ভৰি দুটিৰ আঁঠুৰ মূৰত খুব টানকৈ বন্ধা আছিল। পৰিথকা সিজুবিলাকৰ ফালে খঙেৰে আঙুলি টোঁৱাই



তেওঁ দেখুৱালে, কিন্তু লচ আৰু গুচেভে তেওঁৰ ফালে ভৰি আগবঢ়োৱাৰ লগে লগেই তেওঁ একে জাপে আসনত বহিল আৰু তেওঁবিলাকৰ উদেশ্যে দীঘল আঙুলি কেইটা জোকাৰি পোনেপোনেই ওপৰলৈ উঠি গল; তাৰ পাছত আকৌ নামি সৰু খেংখীয়া মাতেৰে ভাগি পৰা গছবিলাক দেখুৱাই চিঞৰিবলৈ ধৰিলে।

"মূৰ্খটোৰ খং উঠিছে।" গুচেভে ক'লে। মঙ্গলগ্ৰহবাসীক তেওঁ চিঞৰি ক'লে: "তোৰ খেংখেঙনি বন্ধ কৰ, বুৰ্ব্বক কৰবাৰ। এইফালে আহ। আমি কামুৰি নাখাওঁ।

"খং উঠিলে কি লাভ হব, আলেক্সই ইভানভিচ। ৰুছভাষা তেওঁ বুজি নাপায়। বহক, নহলে তেওঁ কেতিয়াও ওচৰলৈ নাহে।"

ৰৌদ্ৰদগ্ধ মাটিৰ ওপৰত লচ আৰু গুচেভ দুয়ো বহিল। লচে ইংগিতেৰে বুজাব খুজিলে যে তেওঁ পানী খাব খুজিছে। এটা চিগাৰেট জলাই গুচেভে ধু পেলালে। কিছুসময় তেওঁবিলাকৰ ফালে চাই থকাৰ পাছত মঙ্গলগ্ৰহবাসী-জনৰ চিঞৰ-বাখৰ বন্ধ হৈ গ'ল। কিন্তু তেতিয়াও খণ্ডত পেন্সিলৰ দৰে সৰু আঙুলি জোকৰা বন্ধ ন'হল। তাৰ পাছত আসনৰ পৰাই এটা বস্তা তেওঁবিলাকৰ ফালে দলিয়াই দিলে। তেওঁ প্ৰকাণ্ড পাক খাই খাই অনেক ওপৰলৈ উঠি দ্ৰুতগতিত উত্তৰমূৱা হৈ উৰি গ'ল, চাওঁতে চাওঁতেই দিগন্ত অতিক্ৰম কৰি অদৃশ্য হৈ গ'ল।

মোনাটোত দুটা ধাতুৰ বাকচ আৰু চেপেটা পাত্ৰ এটাত কিবা এটা তৰল পদাৰ্থ। গুচেভে বাকচ দুটা খুলিলে—এটাত উগ্ৰ গন্ধ থকা জেলি আৰু আনটোত চটাচটা কেইটামান চেনি পিঠা। শুঙি চাই গুচেভে কলে:

"ছিঃ! খোৱা বস্তুৰ চেহেৰা চোৱা!"

গ্ৰহযানখনৰ পৰা খোৱাৰ টোপোলাটো আনি গুচেভে সিজুৰ কেইটামান শুকান ডাল গোটাই জুই একুৱা ধৰিলে। ধোৱাঁৰ পাতল ৰেখা, ডালবিলাক জৰজৰাই উঠিল। প্ৰকাণ্ড উত্তাপ। মাংসৰ এটা টিন গৰম কৰি লৈ তেওঁবিলাকে পৰিষ্কাৰ নেপকিনৰ ওপৰত খোৱা বস্তুবোৰ থৈ তেওঁবিলাকে গোগ্ৰাসে খাবলৈ আৰম্ভ কৰিলে। ইমান যে ভোক লাগিছিল সেই কথা তেওঁবিলাকে অনুমানকে কৰিব নোৱাৰিছিল।

সূৰ্য্য আকাশৰ মাজ ভাগত আছিল। বতাহ স্তব্ধ হৈ গৈছিল। খুওব গৰম পৰিছিল। কমলাৰঙৰ টিলা বিলাকৰ ওপৰেদি বগুৱা বাই তেওঁ-

কীটাকৰ ফালে এটা সৰু প্ৰাণী আগবাঢ়ি আহিছিল। গুচেভে তাৰ ফালে এটুকুৰা শুকান ৰুটী দলিয়াই দিলে। শিঙলগা ত্ৰিভূজাকৃতিৰ মূৰটো ওপৰলৈ দাঙি প্ৰাণীটো হঠাৎ নিশ্চল হৈ গ'ল।

গুচেভৰ পৰা এটা চিগাৰেট খুজি লৈ লচ দীঘল দিলে গালত হাত থুখন থৈ। চিগাৰেট লৈ থকা মুখখনত মৃদু হাঁহি বিৰিঙি উঠিল।

"আলেক্সই ইভানভিচ, আমি কিমান সময় খোৱা নাই—মনত পৰেনে?"

"কালি সন্ধ্যাৰ পৰা। যাত্ৰা আৰম্ভ কৰাৰ আগে আগে মই পেট ভৰাই আলু খাই লৈছিলো।"

"বন্ধু, আমি দুয়োজনে তেইশ-চৌব্বিশ দিন খোৱা নাই।"

"মানে?"

"কালি পেট্ৰগ্ৰাডত ১৮ আগষ্ট আৰু আজি ইয়াত ১১ চেপ্তেম্বৰ। অবাক কাণ্ড, নহয়নে?"

"শুনিয়েই মূৰ ঘূৰি গৈছে, মস্তিস্লিভ্ চেৰ্গেয়েভিচ, একো বুজি পোৱা নাই।"

"কথাটো ময়ো ঠিক ধৰিব পৰা নাই। আমি যাত্ৰা কৰিছো সন্ধ্যা ৭ বজাত। এতিয়া আবেলি ২ বাজিছে। মোৰ ঘড়ী মতে ১৯ ঘণ্টা আগতে পৃথিবী এৰি আহিছো। কিন্তু কমাৰশালৰ ঘড়ী মতে প্ৰায় ১ মাহ আগতে। আপুনি নিশ্চয় লক্ষ্য কৰিছেনে বেল বৈ যোৱাৰ লগে লগে টোপনি ভাগি গলে কেনেকুৱা অদ্ভুত লাগে, নাইবা ৰেলখন বৈ থকাৰ সময়ত টোপনি গৈ থাকিলে শৰীৰত কি বিচিত্ৰ অনুভূতিৰ শিহঁৰণ জাগে? ৰেলখন বৈ যোৱাৰ লগে লগে আমাৰ শৰীৰৰ গতি বেগো কমি যায়। চলন্ত ৰেলত আমাৰ হৃদপিণ্ড আৰু ঘড়ী, দুয়োটাৰে গতিবেগ বৈ থকা ট্ৰেনতকৈও বেছি। অৱশ্যে কওঁতে পাৰ্থক্যটো ধৰিব পৰা নাযায়। কিয়নো ৰেলৰ গতি বিশেষ একো নহয়। কিন্তু আমাৰ যাত্ৰা হৈছে একেবাৰে বেলেগ বস্তু। অৰ্ধেক পথ আহিছো পোহৰৰ গতিৰে,— পাৰ্থক্যটো হাঁড়ে হাঁড়ে উপলব্ধি কৰিছো। উৰাৰ গোটেই সময়ছোৱা আমাৰ হৃদপিণ্ডৰ ক্ৰিয়া আৰু সমস্ত অঙ্গসঞ্চালন কৰলৈ গলে গ্ৰহযানৰ বেগৰ লগত তাল ৰাখিহে হৈছে। আটাইবিলাক তাৰেই সমান ছন্দত চলিছিল। পৃথিৱীৰ সাধাৰণ গতিত চলমান যি কোনো বস্তুতকৈও আমাৰ গ্ৰহযানখন পাঁচলক্ষ গুণ বেছি বেগত চলিছিল। সেই কাৰণে আমাৰ হৃদপিণ্ডৰ স্পন্দনৰ মাত্ৰা—যিটো জাহাজৰ ঘড়ী হিচাবে চেকেণ্ডত



এবাৰ—সেই মাত্ৰা পাঁচ লক্ষ গুণ বাঢ়ি যায়। আমাৰ হৃদস্পন্দন হিচাবেও, গ্ৰহযানৰ ঘড়ী আৰু আমাৰ অনুভূতিৰ হিচাবেৰে বাটত ১৯ ঘণ্টা লাগিছে।—আৰু ঠিক সেই ১৯ ঘণ্টাই। কিন্তু পেট্ৰগাডৰ কোনো মানুহৰ হৃদস্পন্দন আৰু পেত্ৰপাভলভস্কি গিৰ্জাৰ ঘড়ীৰ হিচাবেৰে যদি চাওঁ, পৃথিৱী এবাৰ পাছত আমাৰ তিনি সপ্তাহ পাৰ হৈ গৈছে। হয়তো এনেকুৱা দিন আহিব যিদিনা এখন ডাঙৰ গ্ৰহযান তৈয়াৰ কৰি ছমাহৰ খোৱাবস্তু অক্সিজেন, আলট্ৰালিড্ডাইট মজুত কৰি, কেইটামান পগলা মানুহক তাত সুমুৱাই কব পাৰিম—

"কি ডাঙৰীয়া, আমাৰ যুগটোত আপোনালোকৰ অৰুচি কিহৰ? এতিয়াৰ পৰা আৰু এশ বছৰ জীয়াই থাকিবলৈ বাঞ্চা কৰে নে কি? তেনেহলে ইয়াত সোমাই যাওক। ছমাহ মান ধৈৰ্য্য ধৰি থাকক। পাছত অনুতাপ নকৰিব। উভতি গৈ সেই পৃথিবী কেনেকুৱা দেখিবলৈ পাব। এশ বছৰৰ পাছত উভতি আহিব।" তেওঁবিলাকক গ্ৰহলোকলৈ পঠিয়াই দিয়া হব—পোহৰৰ গতিবেগেৰে। ছমাহ তেওঁবিলাকে মন মাৰি থাকিব। দাড়ি গজিব। তাৰ পাছত পৃথিবীলৈ ঘূৰি আহিব, দেখিব—সোণালী যুগ। ঠিক সেই ধৰণৰে হব কথাটো।

গুচেভে আঃ আঃ কৰি টকালি পাৰি সুধিলে:

"মস্তিস্লাভ চেৰ্গেয়েভিচ, এই খোৱা বস্তুটোৰ বিষয়ে আপোনাৰ কি ধাৰণা? খালে অপকাৰ কৰিব নে কি?"

মঙ্গলগ্ৰহৰ সেই ফ্লাছৰ থিলাটো দাঁতেৰে কামুৰি খুলি তৰল পদাৰ্থখিনি জিভাত লগাত থু পেলাই গুচেভে কলে—"খাব পৰা যায়।" কেইঢোকমান খোৱাৰ পাছত এটা উগাৰ মাৰি কলে:

"আমাৰ মাইদিৰাৰ লগত অলপ অলপ মিলে।"

লচে এঢোকা খাই চালে। বস্তুটো আছিল ডাঠ আৰু মিঠা। গন্ধটো আছিল ফুলৰ দৰে। চাওঁতে চাওঁতেই ফ্লাস্কটোৰ আধা শেষ হৈ গ'ল। শৰীৰটো খুব পাতল আৰু গৰম লাগিছিল। কিন্তু মূৰটো পৰিষ্কাৰ আছিল।

থিয় হৈ লচে গা-এঙামূৰি দিলে। কি অপৰূপ, অদ্ভুত পাতল লাগিছিল দেহ মন অচিন আকাশৰ তলত। স্বপ্নহে যেন। ধাৰণা হ'ল নক্ষত্ৰৰ

সমুদ্ৰৰ ঢৌৱে তাক উপকূলত আনি তুলিছিলহি—অচিন নতুন জগতত তেওঁ যেন পুনৰ জন্মগ্ৰহণ কৰিছিল।

খোৰাৰ টোপোলাটো গ্ৰহযানখনত থৈ পোৰ্টহোলৰ ঢাকনিখন লগাই দি গুচেভে টুপিটো পাছলৈ হাওলাই দিলে। ক'লে :

"খুওব ভাল লাগিছে, মস্তিষ্কাভ চেৰ্গেয়েভিচ। আহিছো বুলি মনত অলপো দুখ নাই।"

তেওঁবিলাকে ঠিক কৰিলে খালটো পাৰহৈ গৈ সন্ধ্যালৈকে পাহাৰৰ ঠাইবোৰ তন্ন তন্নকৈ নিৰীক্ষণ কৰিব।

মনৰ আনন্দত কথা পাতি পাতি তেওঁবিলাক দুয়োজনে সিজুৰ মাজে মাজে যাবলৈ ধৰিলে। মাজে মাজে সেইবিলাক জাপ মাৰি পাৰ হৈ গৈছিল। কিছু সময়ৰ পাছত জোপোহাৰ মাজেদি তেওঁবিলাকৰ চকুত পৰিল বগা চেপেটা শিলাখণ্ডবোৰ।

হঠাৎ থমক খাই লচ বৈ গ'ল। গোটেই গাৰ নোমবিলাক থিয় হৈ উঠিল। তিনি খোজমান আঁতৰত সিজুৰ পাত বিলাকৰ ফাকেঁদি এযোৰ চকুৱে তেওঁবিলাকক লক্ষ্য কৰিছিল। চকুযুৰি ঘোঁৰাৰ চকুৰ দৰে ডাঙৰ। চকুৰ পিলাথী ওলমি পৰা, ৰঙা, তীক্ষ্ণ দৃষ্টিত ফুটি উঠিছিল বিদ্বেষ।

"কি হ'ল?" সোধাৰ লগে লগে গুচেভেও দেখিবলৈ পালে। লগে লগে তেওঁ ৰিভলভাৰ চলালে। ধূলি উৰুৱাই তৎক্ষণাতে অদৃশ্য হৈ গ'ল চকু দুটা। "এই যে আকৌ এটা, কি বিপদ।" বাদামি ৰঙৰ শকত দেহ এটা দীঘল দীঘল খোজ পেলাই মকৰাৰ দৰে দৌৰি গৈছিল। গুচেভে পুনৰ সেই ফালে গুলী চলালে। পৃথিবীত অতলান্ত মহাসমুদ্ৰৰ গভীৰত যি অতিকায় মকৰা দেখিবলৈ পোৱা যায় ঠিক দেখিবলৈ তেনেকুৱাই সেই বস্তুটো জোপোহাৰ মাজলৈ পলাই গ'ল।

## পৰিত্যক্ত ঘৰ

**খা**ল পাৰ হৈ আটাইতকৈ ওচৰতে থকা গছগছনিবিলাকৰ ফালে লচ আৰু গুচেভ আগবাঢ়ি গ'ল। ভৰিৰ তলত বাদামী তপত মাটি। মাজে



মাজে শুকান খাল আৰু পুখুৰী ঘূৰি যাবলগীয়া হ'ল। পৰিত্যক্ত খালৰ বুকুত বালিত অ'ত ত'ত এসময়ৰ নৌকাবিলাকৰ উৰঁলি যোৱা কাঠ। মৃত নিৰানন্দ প্ৰান্তৰত এক মিটাৰ ব্যাসৰ অনেক চাকতিৰ দীপ্তি। চকচকীয়া বিন্দুৰ দৰে সেইবিলাক শাৰী শাৰীকৈ উত্তুংগ পাহাৰৰ পৰা তলৰ হাবিৰ ধ্বংসস্তূপ পৰ্য্যন্ত বিস্তৃত হৈ আছিল।

দুটা পাহাৰৰ মাজত বাদামী ৰঙৰ খণ্ডিত, চেপেটা মূৰৰ, হালি পৰা ডালৰে সৈতে গছৰ জোপোহা। পাতবিলাক শেলুৱৈৰ দৰে, গছৰ গুৰিবিলাক গাঁঠি আৰু শিৰলগা। একেবাৰে দূৰৰ গছবিলাকৰ মাজত কাঁটা তাৰৰ ছিন্ন জালৰ আভাস।

দুয়োজনে আহি হাবিবিলাকৰ কাষ পালেহি। অলপমান চাপৰি গুচেভে কিবা এটাত গোৰ মাৰি দিয়াত মানুহৰ মূৰৰ খোলাবিলাক ওলাই পৰিছিল। দাঁতত ধাতুৰ জিলিকনি। ঠাইটুকুৰা বৰ জয়াল। জুইৰ দৰে বতাহ নাইকিয়া ৰ'দ। শেলুৱৈয়ে ঢকা গছৰ ডালৰ ছাঁ যথেষ্ট নহয়। কেই খোজমান আগবাঢ়ি যোৱাৰ পাছত দুয়োজনেই উজুটি খালে এটা উঠঙা চাকতিত। ঘূৰণীয়া ধাতুৰ কুঁৱাৰ গাত সেইটো লগাই থোৱা আছিল। তাৰ পাছত হাবিৰ পাছ ফালে ইটাৰ ভঙা দেৱাল এখন দেখিবলৈ পোৱা গ'ল। চাৰিওফালে ভঙা ইট-শিল, আৰু ধাতুৰ বেঁকা বৰঙ্গাৰ দ'ম।

"ঘৰবাৰীবোৰ একেবাৰে উৰুৱাই দিয়া হৈছে।" গুচেভে কলে। "ধাৰণা হৈছে যেন যুদ্ধ হৈছিল। এনেকুৱা বস্তু বহুত দেখিছো।"

ভঙা পাথৰৰ স্তূপৰ পিছফালৰ পৰা এটা বিৰাট মকৰা ওলাই আহি ওখৰা-মোখোৰা দেৱালৰ গাত ফৰফৰকৈ বগাই গ'ল। গুচেভে ৰিভলভাৰে গুলী চলালে। মকৰাটো জাপ মাৰি উঠি লুটি খাই পৰি গ'ল। আন এটা মকৰাই ধ্বংসস্তূপৰ পৰা দ্ৰুত গতিত ওলাই আহি গছগছনিবিলাকৰ ফালে বেগেৰে আগুৱাই গ'ল তাম বৰণীয়া ধূলিৰ ডাৱৰ সৃষ্টি কৰি। তাৰ পাছত কাঁটা তাঁৰৰ জালত পৰি নিজকে এৰুৱাবলৈ ছটফটাবলৈ ধৰিলে।

সৰু এটি পাহাৰৰ মূৰলৈ আহি আৰু এটা জোপোহাৰ ফালে লচ আৰু গুচেভ নামি গ'ল। তাৰ পৰাই দেখিবলৈ পোৱা গ'ল দীঘল চিলিঙি থকা শিলৰ দালানৰ চাৰিওকাষে ই'টাৰ গাঁথনি। পাহাৰ আৰু ঘৰবিলাকৰ মাজত কেইটামান চাকতি। সেইবিলাক দেখুৱাই লচে কলে :

"এই কুঁৱাৰ মাজতে পানী সৰবৰাহৰ ব্যৱস্থা, নিউমেটিক পাইপ আৰু

ইলেকট্ৰিক তাঁৰ আছে বুলি ধাৰণা হৈছে। বহুত দিন অব্যৱহৃত হৈ থকাৰ দৰে।"

"কাটা তাঁৰ পাৰ হৈ, হাবি গছ-গছনি ইত্যাদি পাৰ হৈ দুয়োজনে শিল বন্ধোৱা এখন বহল প্ৰাঙ্গণত আহি উপস্থিত হলহি। শেষৰ ফালে এটি দালান। গম্ভীৰ আৰু বিচিত্ৰ তাৰ স্থাপত্য। সিহি দেৱালবিলাক ক্ৰমান্বয়ে সৰু হৈ ক'লা আৰু ৰঙা পাথৰৰ বিৰাট কৰ্ণিছৰ ফালে ওপৰলৈ উঠি গৈছিল। দেৱালৰ খিৰিকীবিলাক আছিল ফাটৰ দৰে দীঘল আৰু সৰু। ক্ৰমশঃ সৰু হৈ যোৱা দুটা আঁখিলগা ঢাম দি থোৱা প্ৰবেশ পথ, নিমিলিত চকুৰে অৰ্দ্ধশায়িত ব্ৰোঞ্জৰ মূৰ্ত্তি তাত খোদাই কৰি থোৱা আছিল। দালানৰ সন্মুখৰ দিশটো বিস্তৃত হৈ বহল চিৰি এডাল বিৰাট এখন চাপৰ দুৱাৰৰ কাষলৈকে উঠি গৈছিল। দেৱালখনৰ ডাঙৰ ডাঙৰ পাথৰৰ টুকুৰাৰ মাজত শুকান লতাৰ জাল। দালানটো দেখিবলৈ এটা বিৰাট কবৰৰ দৰে।

ধাতুৰে তৈয়াৰী দুৱাৰখনত কান্ধ লগাই ঠেলা দিলে গুচেভে। কেঁ কেঁ কৈ শব্দ কৰি দুৱাৰখন খুলি গ'ল। অন্ধকাৰ পাৰ হৈ তেওঁবিলাকে বিৰাট এটা হ'ল-ঘৰত উপস্থিত হ'ল। আইনাৰ স্তম্ভ এটাৰ পৰা ক্ষীণ পোহৰ আহি হ'লঘৰটোত পৰিছিল। কবলৈ গলে ঘৰটো আছিল একেবাৰে শূন্য; কেইখনমান টুল লুটি খাই পৰি আছিল। লেতেৰা ধূলিময় কাপোৰেৰে ঢাকি থোৱা এখন টেবুল। পাথৰৰ মজিয়াত আইনাৰ ভঙা বাচন-বৰ্ত্তন সিঁচৰিত হৈ আছিল। দুৱাৰৰ কাষত এটা অদ্ভুত যন্ত্ৰ বা কল, চাকতি, গ্লোব আৰু জালেৰে তৈয়াৰী। সকলোতে কেৱল ধূলি আৰু ধূলি।

ফুট ফুট কৈ সোণালী ৰঙৰ দাগ দিয়া হালধীয়া ধূলিৰ জালৰ মাজেদি পোহৰৰ ৰেখা আহিছিল। দেৱালৰ এটা প্ৰকাণ্ড অংশৰ মোজেইক কৰা দৃশ্যৰ বিষয়-বস্তু আছিল স্পষ্টতঃ ঐতিহাসিক ঘটনাঃ হালধীয়া বৰণৰ আৰু ৰঙা বৰণৰ গাৰ মানুহবিলাকৰ মাজত হোৱা যুদ্ধ, কঁকাললৈ সাগৰৰ পানীত নিমগ্ন হৈ থকা মানুহৰ মূৰ্ত্তিটো নক্ষত্ৰলোকলৈকে উড্ডীন হৈ আছিল; যুদ্ধৰ দৃশ্য, চিকাৰী জন্তু বিলাকৰ লগত যুদ্ধ, দেখিবলৈ অদ্ভুত দেখা পশুবিলাকক গৰখীয়া ল'ৰাই খেদি লৈ যোৱাৰ দৃশ্য, গৃহস্থালিৰ দৃশ্য, চিকাৰৰ ছবি, নাচ আৰু জন্ম-মৃত্যুৰ ক্ৰিয়া-কৰ্মৰ পদ্ধতি ইত্যাদি।

নীৰস মোজেইক দুৱাৰৰ ওপৰৰ প্ৰকাণ্ড এটা জলাধাৰৰ ছবি শেষ হৈছে। 'অদ্ভুত, অদ্ভুত' বুলি চিঞৰি মোজেইকটো ভালকৈ চাবৰ কাৰণে



লচ এখন টুলৰ ওপৰত উঠিল। "বাৰে বাৰে মানুহৰ এটা অদ্ভুত মূৰ আঁকা হৈছে, সঁচাকৈয়ে অদ্ভুত কথা।"

ইতিমধ্যে গুচেভে আৰু এখন দুৱাৰ আবিষ্কাৰ কৰিছিল। সেই দুৱাৰখন পাৰ হৈয়ে ভিতৰ মহলৰ চিৰি। গম্বুজ লগোৱা বহল বাৰান্দা। পোহৰত উজ্জল হৈ উঠা ধূলিৰ কণিকা।

সমগ্ৰ দেৱাল আৰু খোৰোংবোৰত পাথৰ আৰু ব্ৰঞ্জৰ মূৰ্ত্তি, আবক্ষ মূৰ্ত্তি, মূৰ, মুখা, নানা পাত্ৰৰ টুকুৰা অংশ। বগা পাথৰ আৰু ব্ৰঞ্জৰ দুৱাৰ পাৰ হৈয়ে নিভৃত কক্ষ।

চাপৰ চিলিঙ, কাঠফুলা গজা স্বল্পালোকিত ঘৰবিলাক তন্ন তন্নকৈ চাবৰ কাৰণে গুচেভে সিদ্ধান্ত কৰিলে। এটুকুৰা সাঁতোৰাৰ ঠাই দেখিবলৈ পালে, পানী নাই, তলত মৰা মকৰা। অন্য এটা ঘৰত সমগ্ৰ দেৱালখনতে এখন প্ৰকাণ্ড আইনা। মজিয়াত পচা জাবৰ আৰু লুটি খাই পৰিথকা আচবাবৰ দ'ম, কাপোৰ থোৱা ঠাইত নানান ধৰণৰ পোছাকৰ অৱশিষ্টাংশ।

তৃতীয় ঘৰটোত স্কাইলাইটৰ তলৰ মঞ্চৰ ওপৰত বহল চকী বা কৌচ। কৌচৰ পৰা মজিয়াত ওলোমাই থোৱা মঙ্গলগ্ৰহবাসীৰ এটি কংকাল। গোটেইবিলাকতে ভয়ংকৰ যুদ্ধৰ চিন। একোণত আৰু এটি কংকাল কোঁচমুছ খাই পৰি আছিল।

জঞ্জালবোৰৰ মাজৰ পৰা গুচেভে মুদ্ৰাৰ দৰে কেইটামান বস্তু পালে;— সেইবিলাক তিৰুতা মানুহৰ গহনাৰ দৰে আছিল,—আৰু কেইটামান শিলৰ পাত্ৰ। একালত কংকালৰ পৰিধানত থকা সেই পচা কাপোৰৰ পৰা গাঢ় সোণালী ৰঙৰ দুটা ডাঙৰ পাথৰ বুটলি ললে। সেইবিলাক সৰু শিকলিৰে বন্ধা আছিল। পাথৰ দুটা জিলিকি আছিল তীব্ৰভাবে।

"এইবিলাক প্ৰয়োজনীয় হব।" গুচেভে ভোৰভোৰালে। "মাচাক এই বিলাক দিব পৰা যাব।—"

লচে বাৰান্দাৰ মূৰ্ত্তিবিলাক ভাল ভাবে নিৰীক্ষণ কৰিছিল। দীঘল নাকেৰে সৈতে মঙ্গলগ্ৰহবাসীসকলৰ মূৰ, নানা প্ৰকাৰৰ অতিকায় সামুদ্ৰিক জীৱৰ মূৰ্ত্তি, ৰঙীণ মুখা, আৰু নানান পাত্ৰ। আকাৰ আৰু কাৰুকাৰ্য্যৰ ফালৰ পৰা সেই বিলাকৰ বিশেষ সাদৃশ্য আছিল এট্ৰাচ্কানবিলাকৰ দুহতীয়া পাত্ৰবিলাকৰ লগত। এইবিলাকৰ মাজত তাৰ চকুত পৰিল— আউলি বাউলি চুলি, বৰ্বৰ ৰুক্ষ মুখাৱয়বৰ এটি ডাঙৰ নগ্ন নাৰী মূৰ্ত্তি।

স্তন দুটি তীক্ষ্ণাগ্র আৰু যথেষ্ট পৰিমাণে আঁতৰা-আঁতৰি হৈ থকা। মূৰ সোণোৱালী তৰাৰ টায়ৰা কপাললৈকে নামি আহিছিল বৃত্তাকাৰে। চকু দুটা গোলক তাত খচিত আছিল। এটা ইটাগুৰীয়া আৰু আনটো পাতল ৰঙচুৱা। নাৰীমূৰ্ত্তিটোৰ প্ৰলুব্ধ বাসনাৰে উদ্ধত মুখখন বৰ চিনাকি চিনাকি লাগিল।

মূৰ্ত্তিটোৰ কাষত তাঁৰৰ জাল দিয়া ক'লা খোৰোং। লচে জালৰ ভিতৰলৈ আঙুলি ভৰাই দিলে, কিন্তু ফল নধৰিলে। জুইশলা জলাই ভিঙি মেলি চালে। কুচনৰ অৱশিষ্টাংশত পৰি আছিল সোণোৱালী এটা মুখা। গালৰ হাড়-বহল প্ৰশান্ত নিমিলিত চকুৰে সৈতে এজন মানুহৰ মুখা আছিল সেইটো। বেকা ওঁঠত লাগি আছিল হাঁহি। চৰাইৰ ঠোঁটৰ দৰে ধাৰ থকা নাক। ভ্ৰুৰ মাজত ডাঙৰ গঙ্গাফৰিঙৰ দৰে এটা ফোঁট। প্ৰথম হল ঘৰটোৰ মোজেইক কাৰুকাৰ্য্যৰ যি মূৰ্ত্তিটো আছিল তাৰ শিৰৰ অংশ আছিল এইটো।

বিচিত্ৰ মুখাটো ভালকৈ নিৰীক্ষণ কৰিবলৈ যাওঁতে জুইশলাৰ আধা কাঠি লচে খৰচ কৰি পেলালে। পৃথিৱী এৰি অহাৰ কেইদিনমান আগতে তেওঁ এনেকুৱা মূৰ্ত্তিৰ ছবি দেখিবলৈ পাইছিল। সেইবিলাক আবিষ্কৃত হৈছিল নাইজাৰ নদীৰ উপকূলত থকা একালৰ বিৰাট বিৰাট নগৰবিলাকৰ ধ্বংসস্তূপৰ মাজত। আফ্ৰিকাৰ এই অংশ বিলুপ্ত সংস্কৃতিৰ বিভিন্ন চিহ্নৰ পৰা এটা জাতিৰ ৰহস্যময় বিলুপ্তিৰ কথা অনুমান কৰিব পৰা যায়।

বাৰান্দাৰ এটা কাষত এখন দুৱাৰ খোলা আছিল। ওখ চিলিঙ লগোৱা এটা দীঘল ঘৰত প্ৰৱেশ কৰিলে লচে। ভিতৰত গেলাৰী আৰু বাৰান্দা। গেলাৰীৰ ওপৰত আৰু গেলাৰী পাৰ হৈ কিতাপৰ আলমাৰি। তাৰ ঠাকবোৰত আছিল ডাঙৰ আৰু সৰু অসংখ্য কিতাপ। ধূসৰ দেৱালখনত শাৰী শাৰীকৈ থোৱা কিতাপবিলাকৰ পাচফালে সোণালী মাৰ্কা মাৰি থোৱা আছিল। কিতাপৰ কেইটামান আলমাৰিত ধাতুৰ চৌকাচাৰ নিচিনা সৰু আধাৰ, আৰু চামৰা কাঠেৰে বন্ধোৱা কিতাপ। আলমাৰি, ঠাক আৰু অন্ধকাৰ কোণৰ পৰা নিষ্প্ৰভ চকুৰে দৃষ্টিপাত কৰিছিল বলিৰেখা আকীৰ্ণ মুখৰ মঙ্গলগ্ৰহৰ তপামুৰীয়া বিজ্ঞানীসকলৰ আবক্ষ মূৰ্ত্তি, কাষত ঘূৰণীয়া পৰ্দ্দালগোৱা কেইটামান দেৰাজ থকা আলমাৰি আৰু কিছুমান বহাৰ আসন ঘৰটোৰ ইফালে সিফালে পাৰি থোৱা আছিল।



ৰুদ্ধ নিশ্বাসত কাঠফুলা গজা এই ৰত্নকোষ লক্ষ্য কৰিবলৈ ধৰিলে লচে। কিতাপবিলাকৰ মাজত কত শতাব্দীৰ সঞ্চিত জ্ঞান!

এটা ঠাকৰ ওচৰলৈ গৈ সাৱধানে এখন কিতাপ লচে উলিয়াই ললে। কিতাপৰ পাতবিলাক আছিল সেউজীয়া; আখৰবিলাক পাতল বাদামীৰঙৰ জ্যামিতিক সংখ্যাবিলাকৰ নিচিনা। তেওঁ যন্ত্ৰপাতি অংকন কৰি থোৱা এখন কিতাপ পাছত ভালকৈ পঢ়ি চোৱাৰ মানসৰে জেপত ভৰাই ৰাখিলে। ধাতুৰ আধাৰবিলাকত আছিল হালধীয়া চুঙা—প্ৰাচীনযুগৰ ফোনোগ্ৰাফৰ ৰেকৰ্ডৰ নিচিনা। নখেৰে আঁচোৰ মাৰিলে হাড়ৰ দৰে শব্দ কৰে, কিন্তু ওপৰ অংশটো আইনাৰ দৰে মিহি। পৰ্দ্দা লগোৱা দেৰাজযুক্ত আলমাৰি এটাৰ ওপৰত তেওঁৰ চকু পৰিল। অনুমান হ'ল, কোনোবাই তাক ব্যৱহাৰ কৰিব খোজাৰ সময়তেই যুদ্ধ আৰম্ভ হৈ গৈছিল।

কিতাপৰ ক'লা আলমাৰি এটা খুলি চামৰাৰে বন্ধোৱা পোকে খোৱা এখন কিতাপ উলিয়াই লচে চোলাৰ হাতৰ অংশৰে সযত্নে তাৰ ধূলিবিলাক জোকাৰি পেলালে। কালৰ প্ৰভাৱত হালধীয়া জীৰ্ণ পাতবিলাক পুৰণি পুথিৰ দৰে দীঘল আৰু থিয়। বিচনীৰ দৰে তাক জাপিব পাৰি। এটা পাত আনটো পাতৰ ওপৰত পৰিছিল। হাতৰ নখৰ আকাৰৰ ৰঙীণ ত্ৰিভুজৰে সেইবিলাক পৰিপূৰ্ণ আছিল। ত্ৰিভুজবিলাক সোঁহাতৰ পৰা বাওঁ হাতলৈ, বাওঁ হাতৰ পৰা সোঁ হাতলৈ বক্ৰৰেখাৰ দৰে তলৰ ফালে নামি গৈ থোপা বান্ধি লগ লাগিছিল। বিভিন্ন ছবি, বিভিন্ন ৰঙ। কেইখিলামান পাতৰ তলত ত্ৰিভুজ-বিলাক বিভিন্ন ৰঙৰ আৰু নানা আকাৰৰ বৃত্তৰ মাজত দুটা হৈ মিলি বিভিন্ন নক্সাৰ সৃষ্টি কৰিছিল। প্ৰত্যেকটো পাততে বিস্তৃত এই বেলেগ বেলেগ ৰঙৰ ত্ৰিভুজ, বৃত্ত, চতুৰ্ভুজ আৰু জটিল মূৰ্ত্তিৰ মিশ্ৰিত ৰূপ। লচৰ কাণত পৰিল অপৰূপ এটি সুৰ—যিসুৰ সততে শুনিবলৈ পোৱা নাযায়।

কিতাপখন জপাই থৈ স্বপ্নালস ভাবে কিতাপৰ আলমাৰিতে আঁউজি থিয় হৈ থাকিল লচ। নতুন অনুভূতিৰে তেওঁ ৰোমাঞ্চিত আৰু বিচলিত হৈ উঠিছিল। সেইখন আছিল গান গোৱা কিতাপ।

"মুস্তিমাভ্ চেৰ্গেইভিচ্" গুচেভৰ মাত শুনা গ'ল। শূন্যঘৰৰ ভিতৰত তাৰ মাতটো গম্‌গমাই গৈছিল। "শীঘ্ৰে আহক, শীঘ্ৰে।"

বাৰান্দালৈ ওলাই আহি লচে আন এটা প্ৰান্তত দুৱাৰ মুখত গুচেভক দেখিবলৈ পালে। মুখত তাৰ ভীৰু হাঁহি।

"ইয়াত কি আছে—চাওক।"

প্ৰায়ান্ধকাৰ এটি সৰু ঘৰলৈ তেওঁ লচক লৈ গল। ঘৰটোৰ আনফালে দেৱালত ডাঙৰ চাৰিকোণীয়া বগা এখন আইনা। সন্মুখত কেইখনমান টুল আৰু হাতল যুক্ত চকী।

"ৰছীত ওলোমাই থোৱা ঘূৰণীয়া সৰু হাতলটো দেখিছেনে? সোণ বুলি ছিঙি আনিব খুজিছিলো। কি কথা দেখিছেনে।"

গুচেভে হাতলত টান মাৰি দিলে। আইনাখন আলোকিত হৈ উঠিল। আইনাখনৰ বুকুত দেখিবলৈ পোৱা গ'ল শাৰী শাৰী দালানৰ বহিৰ্লেখা। অস্তগামী সূৰ্য্যৰ শেষ ৰশ্মিৰ পোহৰত জলমল কৰিছিল খিৰিকীৰ আইনা; উৰন্ত পতাকা। জনতাৰ ক্ষীণ গৰ্জনত গোটেই ঘৰটো ভৰি গল। এটা পাখি লগা ছায়াই আইনাৰ ওপৰত ভাহি নগৰখন অদৃশ্য কৰি দিলে। হঠাৎ আইনাখন জিলিকি উঠিল। মজিয়াত সৰ্‌সৰ্‌ শব্দ উঠিল। আইনাখন ম্লান হৈ পৰিল।

"ছৰ্ট চাৰ্কিট" গুচেভে কলে। "এতিয়া যোৱা দৰ্কাৰ, চেৰ্গেয়েভিচ, ৰাতি বহুত হ'ল।"

---

## সূৰ্য্যাস্ত

কুৰলীৰ পাতল পাখি মেলি ক্ৰমান্বয়ে সূৰ্য্য হালি পৰিছিল।

ততাতৈয়াকৈ পথাৰ পাৰ হৈ দুয়োজনে খালৰ পাৰৰ ফালে আগবাঢ়িলে। ম্লান পোহৰত আৰু নিৰ্জন আৰু হাবিময় দেখিছিল পথাৰখন। পথাৰৰ প্ৰান্তত দ্ৰুত গতিৰে নামি সূৰ্য্য অস্ত গ'ল, অস্ত আকাশত বৈ গল ৰক্তিম আভা। তীক্ষ্ণ আলোকৰশ্মি দেখা গ'ল আকাশত, তাৰ পাছত খুব বেগেৰে ছাই-ৰ'দৰে ধূসৰ হৈ অদৃশ্য হৈ গ'ল সেই আলোকৰশ্মি। আকাশৰ চেহেৰা হৈ পৰিল অস্বচ্ছ।

মঙ্গলগ্ৰহৰ অলপ ওপৰত সূৰ্য্যাস্তৰ ধূসৰ আভাত দেখা গল প্ৰকাণ্ড এটা ৰঙা



তৰা। ক্ৰুদ্ধ চকুৰ দৰে তাৰ দীপ্তি। কেৱল তাৰ ভয়ংকৰ ৰেখাৰে ক্ষন্তেকৰ কাৰণে এন্ধাৰবোৰ যেন পোহৰ হৈ উঠিল।

চাওঁতে চাওঁতেই অদ্ভুত ওখ আকাশমণ্ডল নক্ষত্ৰৰে পূৰ্ণ হৈ গ'ল। চকুত পৰিল সেউজীয়া আভাৰ নক্ষত্ৰপুঞ্জৰ হিমশীতল আলোকমালা। উৰ্দ্ধগামী সেই জলন্ত ৰঙা তৰাটি আৰু উজ্জ্বল দেখা গ'ল।

খালৰ পাৰত আহি থিয় হ'ল লচ। আঙুলি টোৱাঁই তৰাটোলৈ দেখুৱাই লচে কলে:

"আমাৰ পৃথিবী।"

টুপি খুলি থৈ ঘাম মুছিলে গুচেভে। মূৰটো একতীয়া কৰি একেৰাহে নক্ষত্ৰপুঞ্জৰ মাজত ভাঁহিথকা সুদূৰ জন্মভূমিৰ ফালে চাই ৰ'ল তেওঁ। মুখত আৰ্ত্তবিষণ্ণ ভাব ফুটি উঠিল।

"পৃথিবীয়েই হয়।" তেওঁৰ মুখৰ পৰা ওলাল।

তৰাৰ আলোকত ধূৰঁলিকুৱঁলীকৈ দেখা শিজুৰে আকীৰ্ণ সমভূমিৰ ওপৰত প্ৰাচীন সেই খালৰ পাৰত কিছুসময় দুয়োজন থিয় হৈ থাকিল।

তীক্ষ্ণ দিগন্ত ৰেখাৰ ওপৰত দেখিবলৈ পোৱা গ'ল কাচিৰ দৰে ৰূপোৱালী তৰা, জোনৰ কাচিৰ আকৃতিতকৈও সৰু। শিজুৰ পথাৰলৈ আহিল। হাতৰ তলুৱাৰ দৰে দেখা গছবিলাকৰ দীঘল ছাঁ মাটিত পৰিলহি।

কিলাকুটিৰে ঠেলা মাৰি গুচেভে কলে:

"পিছলৈ এবাৰ উভতি চোৱাচোন।"

পাছফালে দুৰ্গম পথাৰৰ ওপৰত, জোপোহা আৰু ধ্বংসস্তূপৰ ওপৰত মঙ্গল গ্ৰহৰ দ্বিতীয় উপগ্ৰহটো জলমল কৰিছিল; জোনতকৈও সৰু হালধীয়া গোলকটো পাহাৰৰ সিপাৰলৈ নামি গল। চিকমিকাই উঠিল পাহাৰৰ ওপৰৰ চাকতিবোৰ।

"অদ্ভুত ৰাতি, স্বপ্নৰ দৰে।" গুচেভে ফুচ্‌ফুচাই কলে।

পাৰৰ পৰা দুয়োজনে সাৱধানে শিজুৰ পথাৰৰ মাজলৈ নামি আহিল। ছাঁৰ দৰে কিবা এটা ভৰিৰ তলত হৰহৰ কৰি উঠিল। দুটা উপগ্ৰহৰ পোহৰ আৰু এন্ধাৰত জপৰা এটা বল মাটিত বাগৰি গ'ল। কিবা এটা খৰ্‌খৰ্‌ কৰি উঠিল। তাৰ পাছত কিবা এটাৰ কোঁকোঁৱনিৰ শব্দ। ক্ষীণ, তীক্ষ্ণ সেই শব্দত গাৰ তেজ হিম হৈ আহে। শিজুৰ উজ্জ্বল পাতবিলাক লৰচৰ কৰি উঠিল। মকৰাৰ জালবিলাক মুখত লাগিছিলহি। ছিগি গৈছিল জালৰ দৰে।

হঠাৎ সুতীক্ষ্ণ আৰ্ত্তনাদত বিদীৰ্ণ হৈ উঠিল ৰাতিৰ অন্ধকাৰ। শব্দটো নীৰৱ হৈ গ'ল। গভীৰ স্তব্ধতা। বিতৃষ্ণা আৰু বিভীষিকাত কঁপি উঠা গুচেভ আৰু লচ পথাৰৰ মাজে মাজে লৰ মাৰি গ'ল। জীৱন্ত হৈ উঠা কম্পমান গছবিলাক জাপমাৰি পাৰ হৈ গ'ল।

শেষত গ্ৰহজাহাজখন দেখিবলৈ পোৱা গ'ল। সেই উৰ্দ্ধগামী কাচিৰ নিচিনা দেখা তৰাৰ পোহৰত চিকমিকাই উঠিছিল জাহাজৰ লোৰ আবৰণ। দৌৰ মাৰি গৈ তাৰ কাষত দুয়োজন বহি পৰিছিল। খুব বেছিকৈ কোঁপনি ধৰিছিল।

"এই ভূতৰ ৰাজ্যত ৰাতি মই আৰু ফুৰিবলৈ নোলাওঁ," গুচেভে কলে। পোৰ্টহলৰ দুৱাৰ খুলি তেওঁ ভিতৰলৈ সোমাই গ'ল।

লচে কিছু সময় অপেক্ষা কৰিলে। সতৰ্কভাৱে তেওঁ লক্ষ্য কৰিছিল; হঠাৎ চকুত পৰিল নক্ষত্ৰৰ মাজৰ পৰা উৰি অহা এখন উৰা-জাহাজৰ পাখিৰ অদ্ভুত ৰেখা।

———

## লচৰ পৃথিৱী দৰ্শন

উৰা-জাহাজৰ ছাঁটো নেদেখা হৈ গল। নিজৰ জাহাজখনৰ তিতি থকা গাটোৰ ওপৰত থিয় হৈ লচে চিগাৰেট এটা জ্বলাই আকাশৰ তৰাবিলাকৰ ফালে চাই ৰ'ল। হিমশীতল বতাহে শৰীৰত কঁপনি তুলিছিল। গ্ৰহযানখনৰ ভিতৰত বুটলি লোৱা বস্তবোৰ গুচেভে ভোৰভোৰাই ভোৰভোৰাই আঁত লগাই থবলৈ চেষ্টা কৰিছিল। তাৰপাছত পোৰ্টহলেৰে মুখখন উলিয়াই তেওঁ কলে:

"আপুনি যিয়েই নকওক লাগে, এইবিলাক একেবাৰে খাটি সোণৰ বস্ত্ৰ। পাথৰবিলাক একেবাৰে অমূল্য সম্পদ। এইবিলাক পাই তাই খুব আনন্দিত হব, কথাই নাই।"

মূৰটো আঁতৰাই নিলে গুচেভে। অলপ সময়ৰ কাৰণে তাৰ সাৰসুৰ নাছিল। সুখী মানুহ সঁচাকৈয়ে।



লচৰ কিন্তু টোপনি নাহিল। মুখত চিগাৰেটৰ পাইপ লৈ বহি বহি স্বপ্নালসভাৱে তৰাবিলাকৰ ফালে চাই ৰল। ঘটনাটোনো কি আছিল—চয়তানেহে জানিছিল। ড্ৰেগন চৰাইৰ দৰে তৃতীয় চকুলগা সোণোৱালী মুখাবিলাক কেনেকৈনো মঙ্গল গ্ৰহ পালেহি? আৰু মোজেইক? সমুদ্ৰ ডুব যোৱা, নক্ষত্ৰলোকত উড্ডীন হোৱা সেই দানববোৰ? আৰু সেই অধিবৃত্তটো? সেই ৰঙা গোলকটো, পৃথিৱীৰ ইটাৰৰণীয়া গোলকটো মঙ্গলগ্ৰহৰ প্ৰতীক নেকি? দুখন পৃথিৱী কৰায়ত্ত হোৱা তাৰেই চিন নেকি? সঁচাকৈয়েই ৰহস্যময়। আৰু সেই গান গোৱা বহীখন? ছায়াৰ দাপোণত প্ৰতিফলিত অদ্ভুত নগৰ; এই দেশখন কিয় ইমান নিৰ্জ্জন আৰু পৰিত্যক্ত।

জোতাৰ গোৰোহাত টোকৰ মাৰি তেওঁ পাইপৰ ছাইবিলাক পেলাই দিলে। দিন নহবই নেকি? মঙ্গল গ্ৰহৰ সেই উড়ন্ত বাসিন্দাজনে নিশ্চয় কোনো জনবসতি অঞ্চলত তেওঁবিলাকৰ আগমনৰ সংবাদ পৰিবেশন কৰিছে। হয়তো এতিয়াই তেওঁবিলাকৰ সন্ধান লবলৈ ওলাই আহিছে। সিইতৰ কাৰণেই কিজানি অলপ আগেয়ে দেখা জাহাজখন পঠিওৱা হৈছিল।

আকাশলৈ চকু তুলি চালে লচে। ওখ, সীমাৰ ওচৰ চাপি আহিছিল সেই ৰঙা তৰাটি—পৃথিৱীৰ পোহৰ ক্ষীণ হৈ আহিছিল। সেই পোহৰে তেওঁৰ অন্তৰ তোলপাৰ লগাই তুলিলেহি।

ঠিক এনেকৈয়ে বিষণ্ণ হিমশীতল হৃদয় লৈ পৃথিৱীৰ নিজৰ কমাৰশালাত দুৱাৰমুখত থিয় হৈ উৰ্দ্ধগামী মঙ্গলগ্ৰহলৈ লক্ষ্য কৰি তেওঁ বিনিদ্ৰ ৰজনী পাৰ কৰি দিছিল মাত্ৰ দুদিন আগতে। সেই সময়, পৃথিৱীৰ সেই সময় আৰু ইয়াৰ সময়ৰ মাজত মাত্ৰ এদিনৰ ব্যৱধান।

হায় সেই পৃথিৱী! কিমান সেউজীয়া, ডাৱৰৰ আঁৰে আঁৰে আলোকোজ্জ্বল, গভীৰ পানীৰ সেই পৃথিৱী সন্তানবিলাকৰ প্ৰতি কিমান নিষ্ঠুৰ। তথাপিও সেই সন্তানসকলে পৃথিৱীক, নিজৰ জন্মভূমিক কিমান ভাল পায়।

জাৰৰ কাৰণে মূৰটো অসাৰ যেন বোধ হৈছিল। পৃথিৱীৰ সেই ৰঙা গোলকটো—যেন এখনি জ্বলন্ত হৃদয়। নশ্বৰ মানুহ আহে জীৱলোকলৈ খন্তেকৰ কাৰণে, আৰু তেওঁ অকলশৰে, উন্মাদ ইচ্ছাশক্তি খটুৱাই পৃথিৱীৰ লগত সকলো সম্পৰ্ক ছিন্ন কৰি নিসঙ্গ দানবৰ দৰে এই মৰুভূমিৰ বুকুত বহি আছেহি। নিসঙ্গতা, এয়েই নিসঙ্গতা। তেওঁ জানো ইয়াকে বিচাৰিছিল! নিজৰ ওচৰৰ পৰাই জানো তেওঁ আঁতৰি আহিব পাৰিছে!

শীতত থকথককৈ শৰীৰ কঁপি উঠিছিল। জেপত চিগাৰেটৰ পাইপটো ভৰাই গ্ৰহজাহাজত আৰোহণ কৰি তেওঁ গুচেভৰ কাষতে শুই পৰিল। গুচেভৰ নাক বাজিছিল। এই সহজ মানুহটোৱে মাতৃভূমিক প্ৰতাৰণা কৰা নাই। মহাশূন্যৰ নবমলোকলৈ উৰি অহাৰ পাছতো ঠিক পৃথিবীত যেনেকৈ আছিল তেনেকৈয়ে আছে। শান্ত গভীৰ টোপনি, বিবেকৰ কোনো দংশন নাই।

অত্যন্ত গৰম আৰু ক্লান্তিত লচ শুই পৰিল। স্বপ্নৰ মাজতে পালে সান্ত্বনা। স্বপ্নত দেখিলে: পৃথিবীৰ এখনি নৈৰ তীৰ, বতাহত বাৰ্চ গছৰ মৰ্মৰ ধ্বনি, ডাৱৰ, পানীৰ মাজত পোহৰৰ খেলা আৰু সিপাৰৰ পৰা যেন শুভ্ৰ, দীপ্ত কোনোবা মানুহে হাত বাউলি দি মাতিছে। প্ৰপেলাৰৰ কৰ্কশ ঘৰ্ঘৰনিৰ শব্দত গুচেভ আৰু লচৰ টোপনি ভাগি গ'ল।

———

## মঙ্গল গ্ৰহৰ বাসিন্দা

ৰাতিপুৱাৰ আকাশত সূতাৰ নেচাৰ দৰে উজ্জ্বল ৰঙা বেঙুনীয়া ডাৱৰবোৰ উৰি গৈছিল। ৰ'দৰ পোহৰত তিৰবিৰাই উঠা এখনি উৰা-জাহাজ নামি আহিছিল। গভীৰ নীল মেঘৰ ফাকে ফাকে কেতিয়াবা দেখা পোৱা গৈছিল আৰু কেতিয়াবা কেতিয়াবা অদৃশ্য হৈ গৈছিল ৰঙা বেঙুনীয়া ডাৱৰৰ কিনাৰত। তিনিটা মাস্তুল থকা ফ্ৰেমৰ দুয়োকাষে তিনিখনিকৈ সৰু ওখ পাখি। গোটেই বস্তুটো দেখিবলৈ এটা বিৰাট গুবৰুৱাৰ দৰে।

সিক্ত উজ্জ্বল চেহেৰাৰ ৰূপোৱালী জাহাজখন—ডাৱৰ ভেদ কৰি শিজু গছৰ ওপৰলৈ ভাঁহি আহিল। দুয়োফালৰ চাপৰ মাস্তুলৰ মূৰত পোন ক্ৰু ঘৰ্ঘৰ্ কৈ ঘূৰি জাহাজখনক মাটিৰ ওপৰত ৰাখিছিল। দুয়োকাষৰ পৰা দুডাল জখলা তললৈ নমোৱা হ'ল। গ্ৰহজাহাজখন তাৰ ওপৰত ভৰ দি থাকিল। স্ক্ৰুবিলাক বন্ধ হৈ গল।

জখলা বগাই নামি আহিল এজনৰ পাছত এজনকৈ মঙ্গল গ্ৰহৰ ৰুগীয়া, চাপৰ বাসিন্দাবিলাক। সকলোৱে মূৰত একে ধৰণৰ ডিম্বাকৃতি শিৰস্ত্ৰাণ,



গত ৰূপৰ ঢিলা জেকেট-চোলা। ডিঙি আৰু গলধন মস্ত কলাৰেৰে ঢাক খোৱা। প্ৰত্যেকৰে হাতত চুটি অটোমেটিক ৰাইফল। ৰাইফলৰ বেৰেলৰ মাজতো এটা চাকতি লগোৱা।

গ্ৰহজাহাজখনৰ ওচৰতে জ্ৰ-কুঞ্চন কৰি বিভলভাৰৰ ওপৰত হাতখন থৈ থিয় হৈ আছিল গুচেভ। তেওঁ লক্ষ্য কৰিলে মঙ্গল গ্ৰহৰ বাসিন্দাসকলে দুশাৰী হৈ থিয় হ'ল। সিহঁতৰ প্ৰত্যেকৰে ৰাইফলৰ মাজুলটো কোঁচাই খোৱা হাতৰ মাজত আছিল।

"মূৰ্খহত, তিৰোতামানুহৰ দৰে বন্ধুক লৈছে, চোৱা," গুচেভে ভোৰ-ভোৰাই কলে।

বুকুত হাত থৈ লচে হাঁহি হাঁহি থিয় হৈ আছিল। জাহাজৰ পৰা একেবাৰে শেষত যিজন নামিলে তেওঁৰ গাত এটা ক'লা হলোচোলা। কান্ধৰ পৰা ভাঁজ। তেওঁৰ খালি মূৰটো আছিল তপা আৰু উঠঙা, দাড়ি গোফহীন দীঘল মুখখনৰ ৰং আছিল নীলা।

সৈন্যসকলৰ শাৰী দুটা পাৰ হৈ মাটিত দপদপ খোজ কাঢ়ি তেওঁ আগবাঢ়ি আহিল। সোমাই যোৱা ঢেলা চকুদুটিৰে হিমচেচা দৃষ্টিৰে গুচেভলৈ চাই ৰল। তাৰ পাছত কেৱল লচৰ ফালেহে চাবলৈ ধৰিলে। দুয়োজনৰ কাষলৈ আহি চোলাৰ দীঘল আঙিনেৰে আবৃত হাত দুখন দাঙি ক্ষীণ পাতল জনজনীয়া মাতেৰে কলে:

'তালৎসেল।'

—তাৰ চকু দুটা আৰু বিস্ফাৰিত হৈ গ'ল। সেই চকুত আছিল উত্তেজনাৰ আভাস। চৰাইৰ দৰে এটি শব্দ কৰি তেওঁ ৰাজকীয় আদেশৰ ভঙ্গিমাত আকাশৰ ফালে দেখুৱালে। লচে কলে:

'পৃথিবী'।

'পৃথিবী' ভ্ৰুকুঞ্চন কৰি বৰ কষ্টেৰে মঙ্গলগ্ৰহবাসীয়ে পুনৰ উচ্চাৰণ কৰিলে,—এখোজ আগলৈ আহি অকণমান গলখেকাৰি এটা মাৰি অলপ থঙৰ ভাবেৰে গুচেভে কলে:

"আমি আহিছো চোভিয়েত ৰুছিয়াৰ পৰা। আমি ৰুচীয় মানুহ। দেখিছেই চোন—ইয়াত আমি ফুৰিবলৈ আহিছো।" টুপিত হাত দি তেওঁ আকৌ কলে। "আপোনালেকৰ আমি একো ক্ষতি নকৰো—আপোনালোকেও

আমাৰ একো ক্ষতি নকৰিব। ওহোঁ, মস্তিস্লাভ চের্গেইভিচ, তেওঁৰ মুৰত এটা কথাও সোমোৰা নাই।"

—মঙ্গলগ্ৰহবাসীৰ বুদ্ধি দীপ্ত নীল মুখৰ কোনো পৰিবৰ্ত্তন নহ'ল, কেৱল দুয়োটা ভ্ৰূৰে মাজত এটা ডাঙৰ দাগ ফুটি উঠিবলৈ ধৰিলে—যাক মানসিক কষ্ট বা চিন্তাৰ লক্ষণ বুলি কব পাৰি। নিৰ্লিপ্তভাবে সূৰ্য্যৰ ফাললৈ দেখুৱাই তেওঁ অদ্ভুত কিন্তু চিনাকি এটা শব্দ উচ্চাৰণ কৰিলে:

"চয়াৎচেৰা।"

তাৰ পাছত মাটিলৈ আঙুলি টোৱাঁই ঘূৰণীয়া কিবা বস্তুক সাৰটি ধৰা নিচিনাকৈ হাত জোকাৰি কলে:

'তুমা।'

ইয়াৰ পাছত অৰ্দ্ধবৃত্তাকাৰে পাছফালে থিয় হৈ থকা সৈন্যসকলৰ এজনক দেখুৱালে আৰু তাৰ পাছত গুচেভক, নিজক আৰু লচক দেখুৱাই কলে:

'চখো।'

কেইটামান বস্তুৰ নাম কৈ পৃথিৱীৰ ভাষাত তাক কি কয় শুনিলে। লচৰ কাষলৈ আহি অনামিকা আঙুলিৰে ভ্ৰূৰ মাজৰ অংশত গুৰুগম্ভীৰভাবে স্পৰ্শ কৰিলে। প্ৰতি নমস্কাৰৰ ভংগীৰে লচে মূৰ জোকাৰিলে। ঠিক সেই দৰেই গুচেভৰ ওচৰলৈ আহি স্পৰ্শ কৰাত তেওঁ টুপিটো চকুৰ সমুখলৈ নমাই আনি কলে,

"তেওঁবিলাকে আমাক জন্তুৰ দৰে ব্যৱহাৰ কৰিছে।"

মঙ্গলগ্ৰহবাসীজনে গ্ৰহজাহাজথনৰ কাষলৈ গৈ—অতিশয় বিস্ময়েৰে নিৰীক্ষণ কৰিবলৈ ধৰিলে। ধাৰণা হল জাহাজখন তেওঁৰ বোধগম্য হৈছিল। ধূলিৰে লেতেৰা হৈ থকা ইস্পাতৰ বিৰাট কণাটোক তেওঁ তন্ন তন্নকৈ পৰীক্ষা কৰিলে। হঠাৎ হাত দাঙি সৈন্যসকলৰ ফালে মুখ কৰি কিবা এটা কলে।

"আই—য়ু," আৰ্ত্তকণ্ঠে সৈন্যসকলে চিঞৰি উঠিল।

—মঙ্গলগ্ৰহবাসীজনে হাতৰ তলুৱাৰে কপাল স্পৰ্শ কৰি এটি দীৰ্ঘ নিশ্বাস ত্যাগ কৰিলে। উত্তেজনা চম্ভালি লৈ লচৰ ফালে উলটি চালে। চকুত আৰু আগৰ সেই সংযত গাম্ভীৰ্য্য নাই। যি চকুৰে তেওঁ লচৰ ফালে চাইছিল সেই চকু আছিল অন্ধকাৰ আৰু সিক্ত।

—তেওঁ কলে: "আই-য়ু, আই-য়ু উতাখা চখো। দাৎচিয়া তুমা ৰা গে ও তালৎ ষেৎল।"



—ইয়াৰ পাছত চকু দুটি হাতেৰে ঢাকি তললৈ মূৰ কৰি নমস্কাৰ জনালে। এজন সৈন্যক মাতি আনি তাৰ পৰা এখন সংকীৰ্ণ খুৰ লৈ গ্ৰহ জাহাজৰ ওপৰত আঁচ পাৰি পাৰি ছবি আঁকিবলৈ ধৰিলে। যি ছবি আঁকিছিল সেই ছবি আছিল এটা কণীৰ, তাৰ ওপৰত ঢাকনি আৰু কাষত এটা সৈন্যৰ মূৰ্ত্তি। মঙ্গলগ্ৰহবাসীৰ কান্ধৰ ওপৰেদি জুমি চাই গুচেভে কলে:

"জাহাজখনৰ ওপৰত এটা তম্বু তৰি প্ৰহৰী ৰাখিবলৈ ব্যৱস্থা কৰাটো বিচাৰো। কিন্তু আমাৰ বস্তুবিলাক নষ্ট নহয় যেন, ঢাকনখনত কোনো চাবি নাই।"

'কি বাজে কথা কৈছে, আলেক্সই ইভানভিচ, বুৰ্বকৰ দৰে কথা নকব।'

'কিন্তু আমাৰ সকলো যন্ত্ৰপাতি আৰু কাপোৰ-কানিবোৰ যে তাতেই আছে। আৰু মোৰ কথা যদি কয় তেনেহলে সৌ সৈনিকজনৰ চেহেৰাটো এবাৰ লক্ষ্য কৰকচোন। মই হোৱা হলে তেওঁৰ পৰা এশ হাত দূৰত থাকিলোহেতেন।'

সসম্মানে আৰু মনোযোগ সহকাৰে মঙ্গলগ্ৰহবাসীজনে তেওঁবিলাকৰ কথা শুনিছিল। লচে ইঙ্গিতেৰে জনাই দিলে যে গ্ৰহজাহাজৰ ওপৰত তম্বু তৰিবৰ কাৰণে তেওঁৰ কোনো আপত্তি নাই। অকণমান ওঁঠত হুইচেল এটা লৈ বজাই দিয়াৰ লগে লগে উৰা-জাহাজৰ পৰা একে ধৰণৰ তীক্ষ্ণ সুৰত তাৰ উত্তৰ আহিল। ইয়াৰ পাছত মঙ্গলগ্ৰহবাসীজনে বিভিন্ন ধৰণৰ ইংগিত দিলে। জাহাজৰ মাজভাগৰ দীৰ্ঘ মাস্তুলৰ পৰা সৰু সৰু তাঁৰবিলাক অগ্নি স্ফুলিংগৰ সৃষ্টিকৰি ওপৰফালে লৈ যোৱা হ'ল।

উৰা-জাহাজৰ পৰা মঙ্গলবাসীজনে লচ আৰু গুচেভক ইংগিত দিলে। সৈন্যবিলাকে ওচৰলৈ আহি তেওঁলোকক চাৰিওফালে বেৰি ধৰিলে। মুখখন ঘূৰাই সিইঁতৰ ফালে চাই ভ্ৰূকুটিৰে সৈতে গুচেভ উৰা-জাহাজত উঠিল। চোলা কাপোৰৰ মোনা দুটা উলিয়াই পোৰ্টহ'লটো বন্ধ কৰি ৰিভলভাৰত দুই এটা টোকৰ মাৰিলে। তাৰ পাছত সৈন্যবিলাকৰ ফালে আঙুলি টোৱাঁই মুখত এটা ভয়ংকৰ ভাব ফুটাই তুলিলে। তেওঁবিলাকে অবাক হৈ গুচেভৰ গতিবিধি লক্ষ্য কৰিলে।

"আলেক্সই ইভানভিচ, বন্দীয়েই হওঁ বা অতিথিয়েই হওঁ, আশা এৰি দিব লাগিব।" মৃদু হাঁহি এটা মাৰি কথাষাৰ কৈয়েই লচে কান্ধত বস্তাটো তুলি ললে। দুইজন জাহাজৰ ফালে আগবাঢ়ি গল।

মাস্তুলৰ থিয় স্ক্ৰুবিলাকৰ পৰা ঘৰঘৰ শব্দ শুনিবলৈ পোৱা গ'ল। পাখি তুখন নামি আহিল। প্ৰপেলাৰ তুখন গৰ্জন কৰি উঠিল। অতিথি বা বন্দী-যিয়েই নহওক, লচ আৰু গুচেভ চিৰি বগাই ওপৰলৈ উঠিল।

———

## পাহাৰৰ সিপাৰত

মঙ্গলগ্ৰহৰ অলপ ওপৰৰ পৰা উত্তৰ পূবৰ ফালে উৰা জাহাজখন যাবলৈ ধৰিলে। ডেকত আছিল সেই মানুহজন। গুচেভ তললৈ সৈন্যবিলাকৰ কাষলৈ নামি গৈছিল।

খয়েৰ ৰঙৰ এটা আলোকোজ্জ্বল কোঠাত সোমাই হাতথকা বেতৰ চকীত চপ্ কৰি বহি তেওঁ জোঙা নাকৰ, চাপৰ চাপৰ সৈন্যবিলাকৰ প্ৰতি বৰ মনোযোগেৰে দৃষ্টিপাত কৰিলে। চৰাইৰ দৰে দেখা সিহঁতৰ ৰঙা চকু পিট্ পিট্ কৰিছিল। তাৰ পাছত গুচেভে বহুমূলীয়া টিনৰ চিগাৰেট কেচটো উলিয়াই (যুদ্ধৰ সাত বছৰ কালতো কেতিয়াও তেওঁ হাতৰ পৰা এৰা নাছিল।) ঢাকনিখনত কেইটামান টোকৰ মাৰিলে, যেন কবলৈ বিচাৰিছিল 'বন্ধুসকল চিগাৰেট লাগে নেকি ?' তেওঁবিলাকৰ ফালে তেওঁ চিগাৰেট আগবঢ়াই দিলে।

ভয়ত খুব জোৰেৰে মূৰ জোকাৰিলে মঙ্গলগ্ৰহবাসীসকলে। যিয়েই নহওক, এজনে চিগাৰেট হাতত লৈ তাক মনোযোগেৰে চালে। এবাৰ শুঙি চালে আৰু তাৰ পাছত বগা পটলুঙৰ জেপত ভৰাই থলে।

গুচেভে চিগাৰেটটো জলোৱাৰ লগে লগে তেওঁবিলাকে ভীৰু কণ্ঠত ফুচফুচাই কলে "ছখো তাও তাভ্ৰা ছখো ওম্।'

"ছখোটোৱে ধোৱাঁ খাইছে কাৰণেই তেওঁৰ ৰঙা মুখত কি বিভীষিকা!' কিন্তু অলপ সময়ৰ পাছতে গোটেই কথাটো তেওঁবিলাকৰ পৰিষ্কাৰ হৈ গল। শান্ত হৈ আকৌ ওচৰলৈ আহি জুম বান্ধিলেহি।

মঙ্গলগ্ৰহৰ ভাষা নজনাৰ বাবে গুচেভ অলপো বিচলিত হোৱা নাছিল। তেওঁ নতুন বন্ধুসকলক গল্প কবলৈ ধৰিলে, ৰুছিয়াৰ গল্প, যুদ্ধৰ গল্প আৰু তেওঁৰ নিজৰ কীৰ্ত্তি-কলাপৰ গল্প।



"গুচেভ—এইটো মোৰ পদবী। শব্দটো 'গুজ'ৰ পৰা আহিছে। পৃথিবীৰ এটা প্ৰকাণ্ড চৰাই। ইমান প্ৰকাণ্ড চৰাই কিজানি আপোনালোকে দেখাই নাই। মোৰ নাম এলেক্সই ইভানভিচ, অকল ৰেজিমেণ্টেই নহয়—সমগ্ৰ অশ্বাৰোহী ডিভিজন এটাৰ দায়িত্ব আছিল মোৰ ওপৰত। মই বীৰ, আৰু এজন ভয়ঙ্কৰ বীৰ। মই মেচিন-গানলৈ ভয় নকৰো। তৰোৱালখন উলিয়াই মই সিঁহতক কচু কটাৰ দৰে কাটো আৰু মাতো—"হেৰ নৰাধমইত, এইবাৰ অস্ত্ৰ ত্যাগ কৰ।" মই নিজেও আঘাতপ্ৰাপ্ত হৈছিলো। কিন্তু মই অলপো ভয় কৰা নাছিলো। আমাৰ সামৰিক একাডেমীত এটি বিশেষ পাঠ্যক্ৰম আছে, তাৰ নাম "তৰোৱাল চলোৱাৰ গুচেভ ৰীতি।" বিশ্বাস হোৱা নাই নেকি ? মোক এটা ডাঙৰ দলৰ ভাৰ দিবলৈ বিচাৰিছিল।' টুপিটো পাছ ফাললৈ হাউলাই দি মূৰ খজুৱাই গুচেভে কলে—'মই কলো, ক্ষমা কৰিব আৰু ইচ্ছা নাই। সাতবছৰ যুদ্ধ কৰাৰ পাছত এতিয়া ঘৃণা লাগিছে, আৰু তেতিয়া মস্তিস্লাভ্ চেৰ্গেয়েভিচে মোক তেওঁৰ লগত উৰিবৰ কাৰণে আহ্বান জনালে। মোক কলে, 'এলেক্সই ইভান্ভিচ, আপুনি নাথাকিলে কি জানি মঙ্গলগ্ৰহত উপস্থিত হবই নোৱাৰিম।' বচ, ইয়াত আহি উপস্থিত হৈ গলো।"

—মঙ্গল গ্ৰহৰ বাসিন্দাসকলে অবাক হৈ শুনি আছিল। এজনে এটা ফ্লাস্ক লৈ আহিল। তামবৰণীয়া তৰল বস্তু। মৃগনাভিৰ গন্ধ। মোনাটোত হাতখন ভৰাই দি তাৰ পৰা ভদ্কাৰ এটা পাইণ্ট গুচেভে উলিয়াই ললে। সেইটো খোৱাৰ পাছত যেন মঙ্গলগ্ৰহবাসীসকলৰ মুখত আখৈহে ফুটিল। সিহঁতৰ পিঠিত চপৰিয়াই গুচেভে খুব হৈ চৈ আৰম্ভ কৰি দিলে। তাৰ পাছত জেপৰ পৰা অনেক সৰু-সুৰা বস্তু উলিয়াই সিহঁতৰ লগত অদল-বদল কৰিবলৈ ধৰিলে। মহা আনন্দত মঙ্গলগ্ৰহবাসীসকলে তেওঁৰ পেন্সিল কটা কটাৰী, পেন্সিলৰ মূৰ আৰু ফাকা কাৰ্টুজ দি তৈয়াৰ কৰা চিগাৰেট লাইটাৰৰ সলনি সোণৰ বিভিন্ন বস্তু সলনি কৰিবলৈ ধৰিলে।

আনহাতে উৰা-জাহাজখনৰ তাঁৰৰ ৰেলিঙত ভৰ দি লচে তলৰ অপসয়মান, মৰুভূমিৰ নিচিনা অনুৰ্ব্বৰ সমভূমিৰ ফালে চাইছিল। আগদিনা দেখা ঘৰটো চিনি পালে। যি ফালেই চকু যায় সেই ফালেই কেৱল ধ্বংসস্তূপ। হাবি আৰু শুকান খাল।

তলৰ মৰুভূমিৰ ফালে দেখুৱাই লচে বুজাই দিলে যে ইমান বিস্তৃত অনুৰ্ব্বৰ পথাৰ দেখি তেওঁ অবাক হৈছে। মঙ্গলগ্ৰহবাসীৰ টেলেকা চকু খণ্ডত জলি

-উঠিল। ইংগিত দিয়াৰ লগে লগে উৰা-জাহাজখন অৰ্দ্ধাবৃত্তাকাৰে পাক খাই খাই পাহাৰ শিখৰৰ ফালে আৰু ওপৰলৈ উঠি গল।

আকাশত সূৰ্য্য উদয় হৈছিল। ডাৱৰবিলাক নোহোৱা হৈ গৈছিল। প্ৰপেলাৰৰ গৰ্জ্জনেৰে জাহাজখন ঘূৰি ঘূৰি ওপৰলৈ উঠাৰ লগে লগে সাৰলীল পাখিবিলাকৰ লৰচৰৰ আৰু হিচ্ হিচ্ শব্দ, জোঙা ক্ৰুবিলাকৰ ঘৰঘৰণি ভাহি উঠিল। লচে লক্ষ্য কৰিলে বতাহৰ হিচ্ হিচ্ শব্দ আৰু প্ৰপেলাৰৰ ঘৰঘৰণি শব্দৰ বাহিৰে আন একো শব্দ শুনিবলৈ পোৱা নগৈছিল। নিশব্দে মটৰে কাম কৰি গৈছিল। মটৰ বুলি কলেও প্ৰকৃততে একো দেখিবলৈ পোৱা নগৈছিল। কেৱল প্ৰপেলাৰৰ প্ৰত্যেকটো কেন্দ্ৰতে ঘূৰি আছিল এটা সৰু ঘূৰণীয়া বাকচ, দেখিবলৈ ইলেক্‌ট্ৰিক কলৰ বাকচৰ নিচিনা, আৰু সন্মুখৰ আৰু পাছৰ মাস্তুলৰ ওপৰত ফিৰিঙতি ওলাই থকা ৰূপোৱালী তাঁৰেৰে তৈয়াৰী উপ-বৃত্তাকাৰ খৰাহি।

মঙ্গলগ্ৰহবাসীজনৰ পৰা বিভিন্ন বস্তুৰ নাম সুধি সেইবিলাক লচে টুকি ৰাখিলে। তাৰ পাছত যন্ত্ৰপাতিৰ ছবিৰ বহীখন উলিয়াই তেওঁক জ্যামিতিক আখৰবিলাকৰ নামবোৰ কবলৈ কলে। অবাক হৈ মঙ্গলগ্ৰহৰ বাসিন্দাজনে বহীখন চাবলৈ ধৰিলে। চকুদুটা আকৌ শান্ত হৈ গ'ল। পাতল ওঁঠ দুটি অৱজ্ঞাত কোঁচ খাই গ'ল। লচৰ হাতৰ পৰা সাৱধানে বহীখন লৈ জাহাজৰ পৰা দলিয়াই দিলে।

অশান্ত বতাহত নিশ্বাস লোৱাৰ কাৰণে লচৰ কষ্ট হৈছিল। —চকুত পানী বিৰিঙিছিল। তাকে দেখি মঙ্গলগ্ৰহৰ বাসিন্দাজনে জাহাজখন তললৈ নমোৱাৰ ইংগিত দিলে। জাহাজখন সেই সময়ত তেজৰ দৰে ৰঙা সৰু পাহাৰ-বিলাকৰ ওপৰেদি গৈ আছিল। দক্ষিণ পশ্চিমৰ পৰা উত্তৰ-পূবৰ ফালে বহল হৈ যোৱা শৈলমালা সপিল ৰেখাৰে প্ৰসাৰিত হৈছিল। শিলাময় পৰ্ব্বত চূড়াৰ খনি আৰু ধাতুৰ চিকৃচিকিয়া ধাৰবিলাকত জাহাজৰ ছাঁ পৰিছিল, ছাঁ পৰিছিল শৈলুৱেৰে ঢাক খাই থকা পাহাৰৰ থিয় হেলনীয়া অংশত, কুঁৱলীয়ে ভৰি থকা গভীৰ গাঁতবিলাকত আৰু তুষাৰাবৃত শিখৰত। ঠাইডোখৰ আছিল হাবিময় আৰু জনশূন্য।

"লিজিয়াজিৰা"—পাহাৰবিলাক দেখুৱাই মঙ্গলগ্ৰহৰ বাসিন্দাজনে কলে—ধাতুৰে বন্ধোৱা তেওঁৰ সৰু সৰু দাঁতবিলাক চিকৃমিকাই উঠিল।

তলৰ পাহাৰবিলাকৰ ফালে চাই চাই লচে মৃতগ্ৰহৰ এটা অংশত দেখা



সেই শ্মশান দৃশ্যৰ কথা ভাবিছিল; ঠিক তেনে সময়তে চকুত পৰিল খালৰ বুকুত শিলাখণ্ডত অসহায় ভাবে পৰি থকা জাহাজ এখনৰ ফ্ৰেম! চাৰিওফালে ইতস্ততঃ বিক্ষিপ্ত ৰূপালী ধাতুৰ টুকুৰা। উন্নত শৈলশিৰা পাৰ হৈ, অলপ দূৰত আৰু এখন জাহাজৰ ভগ্নাৱশেষ। সেঁ। ফালে গ্ৰানিট শিখৰত বিদ্ধ অৱস্থাত থকা তৃতীয় এখন জাহাজৰ ভগ্নাৱশেষ। চাৰিওফালে ডাঙৰ ডাঙৰ পাখি, ভঙা ফ্ৰেম, আৰু উন্নত ব্লেডৰ টুকুৰা। তাত যুদ্ধ হৈছিল। ধাৰণা হ'ল অনুৰ্ব্বৰ পাহাৰৰ বুকুত এদিন পৰাজিত হৈছিল দানৱসকল।

খুব সন্তৰ্পণে লচে সহযাত্ৰীৰ ফালে এবাৰ লক্ষ্য কৰিলে। কলাৰ মুঠি মাৰি ধৰি প্ৰশান্ত ভাবে তেওঁ একাষত বহি বহি আকাশখন চাইছিল। শাৰী শাৰীকৈ দীঘল পাখিৰে চৰাইবিলাক উৰি আহিছিল জাহাজৰ ফালে। হঠাৎ অনেক ওপৰলৈ উঠি গৈ আকাশৰ গভীৰ নীলাৰ মাজত হালধীয়া পাখি-বিলাকে জপজপাই জপজপাই সিহঁতৰ গতি পৰিবৰ্ত্তন কৰিলে। সিহঁতৰ অবতৰণ পথ লক্ষ্য কৰি লচে দেখিলে পাহাৰৰ গভীৰত এটা ঘূৰণীয়া হ্ৰদৰ ক'লা বুকু। পাৰত বহল বহল পাতেৰে সৈতে জোপোহা।—হালধীয়া চৰাই-বিলাক হ্ৰদৰ বুকুলৈ নামি গ'ল।—

হঠাৎ ঢৌ উঠি সেই হ্ৰদটো উতলি উঠিল। মাজ ভাগৰপৰা পানীৰ খলকনি উঠি পুনৰ নোহোৱা হৈ গ'ল।

'চয়াম'—গম্ভীৰ কণ্ঠৰে মঙ্গলগ্ৰহনিবাসীজনে কলে।

তেওঁবিলাকে এটা পৰ্ব্বতৰ শেষ প্ৰান্তত আহি উপস্থিত হৈছিলহি। —বিক্ষুব্ধ উজ্জ্বল তাপ-তৰংগৰ মাজত দেখিবলৈ পোৱা গল উত্তৰ-পশ্চিম ফালে জলমলাই থকা প্ৰকাণ্ড কেইটামান হ্ৰদৰে সৈতে পাতল হালধীয়া সমভূমি। সেই অপৰূপ কুঁৱলী-ধূসৰ দিগন্তলৈ দেখুৱাই স্বপ্নালসভাবে মৃদু হাঁহি মাৰি মঙ্গলগ্ৰহবাসীজনে কলে—

"আজোৱা"

—জাহাজখন আকৌ আৰু অলপমান ওপৰলৈ উঠিছিল। সিক্ত মৃদু বতাহ গাত লগা লচে অনুভৱ কৰিলে। কাণত হো হো শব্দ হ'ল। তলৰ বিস্তৃত সমভূমিত আজোৱা প্ৰসাৰিত হৈ আছিল। ঢৌ উঠি থকা খালবিলাকৰ এঁকা-বেঁকা ৰেখাৰে আকীৰ্ণ, সুমথিৰা বৰণীয়া হাবিবন আৰু শিজুবন, সৰস জলাহ-ভূমিৰ বিচনাৰ দৰে আজোৱা অথবা আনন্দপুৰী—শৈশৱকালত স্বপ্নত দেখা বসন্তভৰা সৰু পথাৰৰ দৰে।

ধাতুৰে তৈয়াৰী বহল বহল খেলনাও খালবিলাকত ভাঁহি গৈ আছিল। পাৰত শাৰী শাৰী শুভ্ৰ ঘৰদুৱাৰ, উদ্যানৰ সুন্দৰ পথ। চাৰিওফালে মঙ্গলগ্ৰহবাসীৰ মূৰ্ত্তি বগুৱা বাই আগবাঢ়িছে। কোনোবাই সমান সমান চিলিঙিৰ পৰা বাদুলীৰ দৰে জাপ মাৰি দ্ৰুত বেগে খাল পাৰ হৈ গৈছিল। কোনোবাই ওপৰৰ হাবিবনৰ ফালে গৈছিল। পথাৰত ডুবি আৰু জলাধাৰৰ চিকমিকনি আজোৰা সঁচাকৈয়ে এখন মনোমোহা দেশ।

সমভূমিৰ প্ৰান্তত জলধাৰাৰ বিৰাট উজ্জল প্ৰসাৰতা। খালবিলাকৰ সৰ্পিল ৰেখাবোৰ তাত গৈ অন্ত পৰিছিল। উৰা-জাহাজখন সেই ফাললৈকে উৰিছিল। শেষত লচে দেখিলে এটা বহল আৰু সমান্তৰাল খাল। কুৱঁলীৰ কাৰণে আনটো পাৰ অদৃশ্য হৈ আছিল। ঘোলা হালধীয়া পানী ধীৰভাবে এটা শিলাময় হেলনীয়া ঠাইৰ কাষে কাষে।

জাহাজখন কেৱল উৰিছিল আৰু উৰিছিল। অৱশেষত দেখা গ'ল খালৰ শেষ প্ৰান্তত পানীৰ মাজত এখন মিহি, দেৱাল আদিগন্ত প্ৰসাৰিত হৈছে। ক্ৰমান্বয়ে দেৱালখন প্ৰকাণ্ড হৈ যোৱা দেখিবলৈ পোৱা গৈছিল। দেখিবলৈ পোৱা গৈছিল শিলৰ প্ৰকাণ্ড প্ৰকাণ্ড খণ্ডবিলাকৰ মাজৰ পৰা ওলাই অহা জাৱণি আৰু গছ। তেওঁবিলাক প্ৰকাণ্ড এটা জলাশয়ৰ কাষ পাইছিলগৈ। জলাশয়ৰ বুকুত অ'ত ত'ত ফেনিল জলতৰঙ্গ ভাহি উঠিছিল।

'বো' অৰ্থপূৰ্ণভাবে আঙুলি টোঁৱাই মঙ্গলগ্ৰহবাসীজনে কলে।

জেপৰ পৰা নোট-বহীখন উলিয়াই তাৰ আগৰ দিনা মঙ্গল গ্ৰহৰ বুকুত নিজে অঁকা সৰল ৰেখা আৰু বিন্দুৰ ছবিবিলাক বিচাৰি উলিয়ালে লচে। প্ৰতিবেশী সহযাত্ৰীজনক ছবিবিলাক প্ৰদৰ্শন কৰি জলাশয়টো দেখুৱালে। জ্ৰ কুঞ্চিত কৰি মঙ্গলগ্ৰহবাসীজনে ছবিখন তন্ন তন্নকৈ চালে। উত্তেজিতভাবে মূৰ জোকাৰি আঙুলিৰ নখেৰে এটা বিন্দু দেখুৱালে।

ৰেলিঙৰ ওপৰত হাউলি লচে দেখিলে জলাশয়ৰ পৰা নিৰ্গত হৈ আহিছে এটি বেঁকা আৰু দুটি পোন খাল। ৰহস্যৰ অৰ্থ আছিল: মঙ্গল গ্ৰহৰ বুকুৰ ঘূৰণীয়া দাগবিলাক তেনেহলে জলাশয় আৰু ত্ৰিভুজ আৰু অৰ্দ্ধবৃত্তবিলাক হ'ল খাল। কিন্তু বিৰাট বিৰাট দেৱালবিলাক কোনজাতীয় জীৱই তৈয়াৰ কৰিলে? সঙ্গীৰ ফালে দৃষ্টিপাত কৰাত তেওঁ তলৰ ওঁঠটো বেকা কৰি আকাশৰ ফালে হাত দাঙিলে:

"তাও খাৎস্থা বো খামাগাভচিৎল।'



শুষ্ক মৰুভূমিৰ ওপৰেদি তেতিয়া উৰা-জাহাজখন উৰি গৈছিল। তাত ৰঙা বেঙুনীয়া আঁকৰ দৰে আছিল চতুৰ্থ এটি খাল। বৰ বহল আৰু শুকান। খালৰ নিম্ন অঞ্চলত পৰিষ্কাৰ ভাবে গছগছনি ৰোৱা হৈছিল। মঙ্গল গ্ৰহৰ বুকুৰ সেই অস্পষ্ট ছবিখনত খালৰ দ্বিতীয় দলটি দেখিবলৈ পোৱা গৈছিল, বোধকৰো তাৰেই এইটি এটা ৰেখা।

সৰু সৰু তকলা পাহাৰৰ পাদদেশত সমভূমি শেষ হৈছিল। পিচফালে চিলিঙি দিয়া মিনাৰৰ নীলাভ ৰেখা। উৰা-জাহাজৰ মাজ ভাগৰ মাস্তুলৰ ওপৰত আকৌ উঠিল সৰু সৰু তাঁৰবিলাক। তাৰপৰা অগ্নিস্ফুলিঙ্গ নিৰ্গত হৈছিল। মিনাৰ আৰু ডাঙৰ ডাঙৰ পকা ঘৰবিলাক শাৰী শাৰীকৈ পাহাৰৰ পাছফালে দেখিবলৈ পোৱা গৈছিল। অস্পষ্ট সূৰ্য্যালোকৰ ৰূপোৱালী পোহৰৰ লুকাভাকুৰ মাজেদি অৱশেষত এখন বিৰাট নগৰ দেখিবলৈ পোৱা গ'ল।

মঙ্গলগ্ৰহবাসীজনে কলে:

"চয়াৎচেৰা।"

———

## চয়াৎচেৰা

ঢাপে ঢাপে সমান চিলিঙি, সেউজীয়া আঙুৰলতাৰে আবৃত চিলিঙি দিয়া দেৱাল, দীঘল আইনাৰ দৰে দেখা পুখুৰী আৰু পাহাৰ, সিপাৰে স্বচ্ছ মিনাৰ, —এই সকলোবিলাক লৈ অনেক ঠাই জুৰি প্ৰসাৰিত হৈ আছিল চয়াৎচেৰা, পাতল নীলৰেখাৰে অস্পষ্ট দিগন্ত পৰ্য্যন্ত। উৰা-জাহাজৰ ফালে নগৰৰ ওপৰত জাক পাতি উৰি গৈছিল অসংখ্য ক'লা ক'লা বিন্দু।

যি খালটোৰ বুকুত গছগছনি আছিল—সেই খালটো উত্তৰ ফালে প্ৰসাৰিত হৈছিল। চহৰৰ পূব ফালে এখন শুকান পথাৰ, তাত বিক্ষিপ্ত হৈ আছিল ভঙা শিল। পৰিত্যক্ত প্ৰান্তৰৰ এটা মূৰত থিয় হৈ আছিল—বিৰাট এটা মূৰ্ত্তি—ফাঁট ধৰা, শৈলুৱৈৰে আচ্ছন্ন। তাৰ দীৰ্ঘ ছাঁ মাটিৰ ওপৰত পৰিছিলহি।

সেই মূৰ্ত্তিটো আছিল নগ্ন মানুহৰ মূৰ্ত্তি। ভৰি দুটা একেলগ কৰা।

সংকীর্ণ উরু দেশত হাত দুখন জপাই ধৰি লোৱা আছিল। লোৰ চিক দিয়া এডাল পেটি তাৰ বুকুৰ ওপৰত। মূৰত আছিল কাণলৈকে পৰা এটা বিৰাট হেলমেট আৰু হেমলেটৰ ওপৰত আছিল মাছৰ নেগুৰৰ দৰে ফান। তাৰ বহল মুখ আৰু বেঁকা ওঁঠত মৃদু হাঁহি ফুটি উঠিছিল। চকু দুটি আছিল নিমিলিত।

'মাৰ্‌্যাৎ চিৎল' বুলি কৈ আকাশৰ ফালে দেখুৱালে মঙ্গলগ্ৰহবাসীয়ে। দূৰত মূৰ্তিটোৰ পিছলৈ এটা ডাঙৰ জলাশয় আৰু বহিঃনলীৰ ভগ্নাংশ। তাকে দেখি লচে বুজিলে যে সমভূমিৰ ভঙা পাথৰৰ স্তূপ, সৰু সৰু পাহাৰ আৰু খাল—এই সকলোবোৰ এখন প্ৰাচীন চহৰৰ অৱশিষ্টাংশ। উজ্জ্বল সেই হ্ৰদটো পাৰ হৈ আৰম্ভ হৈছে নতুন চহৰ চয়াৎচেৰা—ধ্বংসস্তূপৰ পশ্চিম ফালে।

ক'লা ক'লা বিন্দুবিলাক ওচৰলৈ অহাৰ লগে লগে ক্ৰমান্বয়ে ডাঙৰ দেখা গৈছিল। মংগল গ্ৰহৰ শ' শ' লোক দ্ৰুতবেগে জাহাজখনৰ ফালে আগবাঢ়ি আহিছিল। আহিছিল পাখি লগা নাও, বস্তাৰে তৈয়াৰী পাখি আৰু পেৰাচুট বাস্কেটত উঠি।

প্ৰথম আহি পাইছিল চিকচিকীয়া সোণালী চিগাৰৰ নিচিনা এখন জাহাজ—চাৰিখন পাখি ড্ৰেগনৰ দৰে। হঠাৎ ঘূৰি সেইখন উৰা-জাহাজৰ ওপৰত ভাঁহি উঠিল। ডেকলৈ ভাঁহি আহিল ফুল আৰু ৰঙীণ কাগজৰ টুকুৰা; ৰেলিঙৰ ওপৰত হাউলি দেখা গ'ল অনেকৰ উত্তেজিত মুখ।

লচ থিয় হ'ল। ৰছীত ধৰি মূৰৰ পৰা খুলি ললে হেলমেট্। বতাহত বগা ফুলবিলাক উৰিছিল। কোঠাৰ পৰা ওলাই আহি কাষত থিয় হলহি গুচেভ। ওপৰৰ নাওবিলাকৰ পৰা পুষ্প বৃষ্টি হৈছিল। নীলা মুখ—কেইখন মান ক'লা,—কেইখন মান ইটা বৰণীয়া। তাত উত্তেজনা, আনন্দ আৰু ভয়ৰ আভাস।

মন্থৰ উৰা-জাহাজখনক আবৰি পেলাইছিল শ' শ' উৰন্ত বাহনে। পেৰাচুট লগোৱা বাস্কেটত জঁপ মাৰি সন্মুখলৈ নামি অহা আঁক বাঁক টুপি পিন্ধা এজন শকত মানুহে হাত জোকাৰিলে। হাঁ কৰি আতৰি গ'ল চকুত দূৰবীক্ষণ যন্ত্ৰ লগোৱা এখন ঘূৰণীয়া মুখ। শঙ্কিত চেহেৰাৰ জোঙা নাক—বতাহত আউলি বাউলী হোৱা চুলিৰ এজন মানুহে পাখিলগা আসনত বহি বাৰে বাৰে জাহাজখনক কেন্দ্ৰ কৰি ঘূৰিবলৈ ধৰিলে। সেই পাক খোৱা যন্ত্ৰটোক লচৰ ফালে পোনাই থৈছিল। তাৰ পাছত সন্মুখৰ ফালে উৰি



গ'ল এটা ফুলৰ বাস্কেট—সেই বাস্কেটত আছিল—টেলেকা চকু, শেতাপৰা মুখ সৈতে নীল বনেট পিন্ধা তিনিগৰাকী তিৰোতা মানুহ। নীলা চোলাৰ হাত আৰু হাতৰ কাম কৰা সোণোৱালী ৰুমাল বতাহত ফিৰ্ ফিৰ্ কৈ উৰিছিল।

প্ৰপেলাৰৰ ঘৰ্ ঘৰণি ; জাহাজৰ পাখিত বতাহৰ সোঁ-সোঁৱনি ; হিচ্ হিচ্ শব্দ ; সোণালী চিক্‌মিকনি আৰু নীলা আকাশত উজ্জ্বল পোছাকৰ তলৰ উদ্যানত সেন্দুৰীয়া, ৰূপালী, হালধীয়া গছগছনি ; সূৰ্য্যালোকত [illegible]লোকৰ চিক্‌মিকাই উঠা আইনা ;—এই আটাইবিলাক এটা মধুৰ [illegible]ৰ দৰে লাগিছিল। মূৰ ঘূৰিছিল। হতভম্ব হৈ চাৰিওফালে দৃষ্টিপাত কৰি বাৰে বাৰে ফুচ্ ফুচাই ফুচফুচাই গুচেভে কৈছিল :

"চোৰ্ঁা, চোৰ্ঁা—কি অদ্ভুত—বাঃ।"

শূন্যোদ্যানৰ ওপৰত ভাঁহি উঠা জাহাজখন এটা ডাঙৰ ঘূৰণীয়া স্কোৱাৰত অবতৰণ কৰিলে। লগে লগে শত শত সৰু সৰু নাও পাচি আৰু পাখিলগা আসনবিলাক আকাশৰ পৰা জাকে জাকে স্কোৱাৰৰ বগা তকলা শিল-বিলাকত আহি পৰিলে, সেই ঠাইৰ পৰা যিবিলাক ৰাস্তা নক্ষত্ৰাকাৰে [illegible] গৈছিল সেইবিলাক মঙ্গলগ্ৰহনিবাসীসকলৰ কলধ্বনিত মুখৰিত হৈ উঠিল। তেওঁ ইফালে সিফালে দৌৰাদৌৰি কৰিছিল ; ফুল আৰু কাগজৰ টুকুৰা বুটলিছিল ; ৰুমাল জোকাৰিছিল।

পিৰামিডৰ নিচিনা প্ৰকাণ্ড ৰঙ-ক'লা শিলেৰে তৈয়াৰী জাহাজখন দীৰ্ঘ গহীন দালানৰ কাষত অবতৰণ কৰিছিল। ঘৰটো যিমান ওখ, তাৰ তিনিভাগৰ দুভাগ পৰ্য্যন্ত চাৰিকোণীয়া সৰু দীঘল ঢামবিলাক দেখিবলৈ পোৱা গৈছিল। মাজ ভাগত বহল চিৰি। চিৰিৰ ওপৰত থিয় হৈ এদল মানুহ। প্ৰত্যেকৰে গাত ক'লা হলোচোলা। মূৰত ঘূৰণীয়া টুপি, পাছত লচে জানিব পাৰিলে যে এওঁবিলাক আছিল ইঞ্জিনীয়াৰসকলৰ সৰ্বোচ্চ পৰিষদৰ সদস্য—যি পৰিষদ মঙ্গল গ্ৰহৰ শাসন পৰিচালনাৰ সৰ্বোচ্চ সংস্থা।

লচক তেওঁৰ লগৰীয়াজনে অপেক্ষা কৰিবলৈ ইংগিত দিলে। চিৰিয়েদি স্কোৱাৰলৈ নামি আহি সৈন্যসকলে জুমৰ হেঁচা ঠেলা চম্ভালি জাহাজখনক ঘেৰি ধৰিলে। মহানন্দত গুচেভে লক্ষ্য কৰিবলৈ ধৰিলে—ৰঙীণ পোছাকেৰে উজ্জ্বল আৰু মানুহৰ ভীৰত তৰঙ্গায়িত স্কোৱাৰটো, মূৰৰ ওপৰত জাকে জাকে চৰাইৰ পাখি, ধূসৰ আৰু ক'লা-ৰঙা দালানৰ সিপাৰে মিনাৰৰ স্বচ্ছ ৰেখা।

উত্তেজনাত ভৰিৰে গোবহনি মাৰি গুচেভে বাৰে বাৰে কৈছিল—"নগৰ ! ...ক ধুনীয়া নগৰ !"

চিৰিত থিয় হৈ থকা মানুহবিলাকে এজন ওখ কুঁজা মানুহক বাট এৰি দিলে। তেওঁৰ গাত আছিল ক'লা হলৌচোলা। তেওঁৰ মুখখন দীঘলীয়া আৰু ...লি... মৰা। দীঘল জোঙা জোঙা ক'লা দাড়ি। দেখাত মাছৰ নেগুৰৰ দৰে মোৰা... কান ঘূৰণীয়া টুপিৰ ওপৰত কঁপিবলৈ ধৰিছিল।

চিৰি... আধাখিনি নামি আহি লাঠিত ভৰ দি থিয় হৈ পৃথিৱীৰ আগন্তুক-সকলৰ ফালে তেওঁ গাঁত-সোমোৱা আন্ধাৰময় চকুৰে চাই ৰ'ল। সাৱধানভাৱে তন্নতন্নকৈ লক্ষ্য কৰিছিল লচেও।

"চে...ৰাৰ ধৰণটো লক্ষ্য কৰা—চয়তানটোৰ।" ফুচফুচাই গুচেভে কলে। জুমৰ ফালে মুখ কৰি আনন্দেৰে সি চিঞৰিলে "নমস্কাৰ মঙ্গল গ্ৰহৰ বন্ধুসকল, আপোনালোকক চোভিয়েট প্ৰজাতন্ত্ৰসমূহৰ সাদৰ সম্ভাষণ জনাইছো। আপোনালোকৰ লগত ওচৰ-চুবুৰীয়াৰ দৰে বন্ধুত্ব পাতিবলৈ আহিছো।"

বিস্ময়ত অবাক হৈ গ'ল জনতা। বিৰ্ বিৰ্ কৈ কথা কৈ হেচাঁ ঠেলা কৰি তেওঁবিলাক সন্মুখলৈ আগ বাঢ়ি আহিল। গহীন মুখৰ মঙ্গলগ্ৰহবাসী সকলে দাড়িত হাত থৈ স্কোৱাৰত হেঁচা ঠেলা কৰা জুমবোৰলৈ বিবৰ্ণভাবে চকুমেলি চালে। সেই দৃষ্টিত ধীৰে ধীৰে শান্ত হৈ গ'ল বিক্ষুব্ধ জনতা। মঙ্গলগ্ৰহবাসীয়ে চিৰিৰ লগৰীয়াবিলাকৰ ফালে ঘূৰি দুটা এটা কথা কৈ লাঠি দাঙি উৰা-জাহাজখন দেখুৱালে।

এজন মানুহে জাহাজখনৰ ওচৰলৈ দৌৰি গৈ ৰেলিঙত আউজি থকা তপা মঙ্গলগ্ৰহবাসীজনক কিবা এটা কথা খুব দ্ৰুতভাবে ফুচ্ফুচাই কলে। পিছ মুহূৰ্ত্তে হুইচেলৰ তীব্ৰ আৱাজ ; সৈনিক দুজন ওপৰলৈ উঠি গল। প্ৰপেলাৰৰ গৰ্জন, গহীন গম্ভীৰ ভাবে উৰা-জাহাজখন চলাই দিয়া হ'ল। নগৰখনৰ ওপৰলৈ উঠি উত্তৰমূৱা হৈ জাহাজখন উৰি যাবলৈ ধৰিলে।

———



## পাতল-নীল অৰণ্যৰ মাজত

চয়াংচেৰা পাহাৰটোৰ আৰঁত অদৃশ্য হৈ গ'ল। আকাশী উৰ... ...জখন সমভূমিৰ ওপৰেদি উৰি গৈছিল। অ'ত ত'ত শাৰী শাৰী দা... ...না..., ওখ ৰাস্তাৰ পাইলন আৰু তাৰ, খনিৰ মুখ ; আৰু সৰু সৰু খালবি... কত মাল বোজাই নাওবিলাক ভাহি গৈছিল।

অৰণ্যৰ মাজত দেখা গল কেইটামান শিলাময় পাহাৰৰ চূড়া। তললৈ নামি আহি এটা গিৰিসংকট পাৰ হৈ জাহাজখন এটুকুৰা মুকলি ঠাইত নামিল। ঠাইটুকুৰা হেলনীয়া হৈ অন্ধকাৰ অৰণ্যানিৰ মাজত মিলি গৈছিল।

লচ আৰু গুচেভে নিজৰ মোনাবিলাক হাতত লৈ তপামূৱা লগৰীয়া জনৰ পাছে পাছে হেলনীয়া মাটিৰ ওপৰেদি অৰণ্যানিৰ ফালে আগবাঢ়িলে।

এজোপা গছৰ পাছ ফালৰ পৰা পানীৰ তৰঙ্গমালা ওলাই ৰামধে...ৰ নিচিনাকৈ চিক্‌মিকীয়া হৈ সিক্ত বেকা ঘাঁহবিলাকত পৰিছিল। সেই হেলনীয়া মাটিৰ ওপৰত চৰি ফুৰিছিল বগা আৰু ক'লা ৰঙৰ জন্তুৰ পাল। সিহঁতৰ ঠেংবোৰ চুটি চুটি আৰু নোমবিলাক বৰ দীঘল আছিল। শান্তিপূৰ্ণ পৰিবেশ। জলপ্ৰপাতৰ কুলুকুলু শব্দ। ঝিৰ ঝিৰ বতাহ।

নোমাল জন্তুবিলাকে অৱশবাবে সিহঁতৰ পথ এৰি দিব খুজিলে আৰু ভালুকৰ নিচিনাকৈঁ অস্বস্তিৰে ঠেঙৰ তলুৱাৰে চপচপাই আঁতৰি গল। মাজে মাজে শান্ত চেপেটা মুখ ঘূৰাই উভটি উভটি নবাগতসকলক চাই গৈছিল। মুকলি পথাৰখনত হালধীয়া চৰাইবিলাকে চিক্‌মিকীয়া জল-তৰঙ্গৰ তলত পাখি কুটালিবলৈ ধৰিলে।

সিহঁত অৰণ্যৰ মাজত প্ৰবেশ কৰিছিল। ক্ৰন্দনৰত অদ্ভুত গছবিলাকৰ ৰঙ আকাশ-নীলা আছিল। তললৈ হালি অহা শুকান ডালবিলাকৰ পাতৰ খচ্খচনিৰ শব্দ। গছৰ গুৰিবিলাকৰ সিপাৰে এটা হ্ৰদত পানীৰ চিকমিকনি। অৰণ্যৰ তীব্ৰ গন্ধত মানুহৰ মগজ ঘূৰি গৈছিল।

সুমথিৰা ৰঙৰ বালিময় সৰু সৰু ৰাস্তাই অৰণ্যখন ভাগ ভাগ কৰিছিল, সৰু সৰু ৰাস্তাবিলাক য'ত লগ লাগিছিল সেই ঠাইবিলাকত ডাঙৰ ডাঙৰ শিলামূৰ্তি আছে। তাৰে কিছুমান ভঙা আছিল আৰু কিছুমান শেলুৱৈৰে

কা আছিল। গছগছনিৰ মাজে মাজে অ'ত ত'ত স্তম্ভৰ নিম্নাংশ, আৰু বিৰাট বিৰাট দেৱালৰ অৱশিষ্টাংশ দেখিবলৈ পোৱা গৈছিল।

সিহঁতে যোৱা বাটটো এঁকাবেঁকা হৈ হ্ৰদৰ ফালে গৈছিল। তৎক্ষণাতে চকুত পৰিল হ্ৰদৰ নীলা বুকু য'ত দূৰৈৰ পাহাৰ শিখৰৰ আৰু ক্ৰন্দনৰতা গছৰ ছাঁ [illegible]িল। আকাশত উত্তপ্ত সূৰ্য্য। হ্ৰদৰ এটা পাৰত পানীলৈ নামি অহা [illegible]ৰেয়ে ঢকা চিৰিৰ দুয়োফালে দুটা বিৰাট মূৰ্তি। মূৰ্তিৰ ফাটি যোৱা [illegible]শত আঙুৰলতা।

হাল[illegible]ীয়া জোঙা টুপী পিন্ধা এগৰাকী গাভৰুক চিৰিত দেখা গৈছিল। টোপনি[illegible]া যাৰ মুখত মৃদু হাঁহি কোনোদিনে গুচা নাই সেই শেলুবৈ ধৰা [illegible]গাৎচিৎলেৰ বিৰাট পটভূমিত ছোৱালীজনীক তন্বী যৌৱনৱতী আৰু আকা[illegible]-নীলা দেখা গৈছিল। ভৰি পিছল খোৱাত শিলৰ এটা কাষত ধৰি মূৰ তুলিলে।

"আইলিতা" চকু ঢাকি মঙ্গলগ্ৰহনিবাসীজনে ফুচফুচাই কলে। আৰু [illegible]আৰু গুচেভক অৰণ্যৰ সৰু ৰাস্তাৰ পৰা টানি আনিলে।

তাৰ পাছত তেওঁবিলাকে এখনি মুকলি ঠাই পালেগৈ। ঘাঁহেৰে ঢাক খাই থকা নীৰৱ ঠাই ডোখৰত দেৱালবিলাক হেলনীয়া হৈ যোৱা এটা পুৰণি ঘৰ। সন্মুখত বালিময় তৰাৰ আকৃতিৰ ঠাইৰ পৰা কেইটামান পোন ৰাস্তা ঘাঁহনিৰ মাজত প্ৰবেশ কৰিছে য'ত গছগছনিৰ মাজত শিলৰ কেইটা মান সৰু সৰু ঘৰ।

তপামূৰীয়া মঙ্গলগ্ৰহনিবাসীজনে সুহুৰি মাৰিলে। ঘৰটোৰ এটা কোণৰ পৰা এজন চুটি চাপৰ মানুহ ওলাই আহিল। গাত আঁকপৰা দীঘল চোলা। ৰঙা মুখখনত যেন বটৰ বসহে লগাই যোৱা আছিল ব'দত চকু টিপিয়াই আহিছিল যদিও নতুন আগন্তুকসকল কথা জনাৰ লগেলগে আঁতৰি যাবলৈ চেষ্টা কৰিলে। তপামূৰীয়া মঙ্গলগ্ৰহনিবাসীজনে আদেশৰ সুৰত কিবা এটা কোৱাৰ লগে লগে তেওঁবিলাকৰ ঘৰৰ ভিতৰলৈ লৈ গ'ল। তেওঁ ভয়ত কঁপি উঠিছিল। বাৰে বাৰে পাছলৈ চাইছিল। মুখত এটা মাত্ৰ হালধীয়া দাঁত।



## বিশ্ৰাম

যিবিলাক ঘৰলৈ অতিথিসকলক লৈ যোৱা হ'ল সেই ঘৰবিলা[illegible]ছিল সৰু পৰিষ্কাৰ আৰু প্ৰায় খালি। ফুলনিৰ ফালে সৰু সৰু থি[illegible]বিলাক আছিল। বগা কঠ পাৰি শোৱা আৰু খোৱা ঘৰৰ মজিয়া [illegible]ক খোৱা আছিল। এটা কোণত মাটিৰ টাবত ফুল দিয়া আছিল। [illegible]ই টুকুৰা গুচেভৰ বৰ পচন্দ হ'ল।

"এটা পাচিৰ নিচিনা—বেচ ধুনীয়া।"

ঘৰখনৰ পৰিচালক আকঁপৰা দীঘল চোলা পিন্ধা শকত মানুহজনে—বৰ ব্যস্ত হৈ ইঘৰৰ পৰা সিঘৰলৈ গৈছিল। মুখেৰে কিবাকি[illegible] বকি আছিল আৰু তামবৰণীয়া এখন ৰুমালেৰে বাৰে বাৰে মুখ মচিছিল। [illegible]ৰ বৈ কেতিয়াবা চকুত চালিহা পৰা অৱশ মানুহৰ দৰে মুখ মেলি অ[illegible]থি বিলাকলৈ চাই খুব খৰকৈ ভোৰভোৰাই আছিল—বোধকৰো [illegible] আওঁৰাইছিল।

পানী ভৰোৱাৰ পাছত তেওঁ লচ আৰু গুচেভক দুটা বেলেগ বেলেগ চৌবাচ্চাৰ ওচৰলৈ লৈ গল। তলৰ পৰা ঘন বাষ্পৰ ধোৱাঁ উৰিছিল। ভীষণ ক্লান্ত দেহত সেই উষ্ণ, পাতল বুৰবুৰণি কাঢ়ি থকা পানীৰ স্পৰ্শ ইমান মধুৰ আছিল যে লচে চৌবাচ্চাটোতে টোপনি গৈছিল। হাতত ধৰিহে পৰিচালকে তেওঁক তাৰ পৰা তুলি আনিছিল।

ঢলং পলং কৰি লচে খোৱাৰ কোঠালিটো পালেগৈ। টেবুলত শাকসজী টুকুৰা মাংস, সৰু সৰু কণী, আৰু ফলমূল। বাদামতকৈও সৰু ৰুটিৰ টুকুৰাবিলাক মুখৰ ভিতৰত গলি গৈছিল। কটাৰী আৰু কাটাৰ কোনো ব্যৱস্থা নাছিল, কেৱল প্ৰত্যেকখন কাঁহীতে সৰু সৰু স্পোন (চামুচ) দিয়া আছিল। পৃথিবীৰ পৰা অহা মানুহকেজনে গোগ্ৰাসে আহাৰ খোৱা দেখি পৰিচালকজন আচৰিত হৈছিল, গুচেভে বৰ তৃপ্তি পাইছিল। বাহী ফুলৰ দৰে মাদকতা থকা মদখিনি বৰ উত্তম আছিল। মুখ দিয়াৰ লগে লগেই দ্ৰুতবেগে শিৰা উপশিৰাৰ লগত মিহলি হৈ গাটো গৰম আৰু শক্তিমান যেন কৰি তুলিছিল।

ক অতিথিসকলক শোৱাৰ ঘৰলৈ নিয়াৰ পাছত পৰিচালকে গাৰু আৰু লেপ ঠিকঠাক কৰি দিলে। চাওঁতে চাওঁতেই বগা দৈত্যবিলাক গভীৰ নিদ্ৰাত আচ্ছন্ন হ'ল, তেওঁবিলাকৰ নাকৰ ধ্বনি ইমান জোৰেৰে ওলাইছিল যে খিৰিকীৰ আইনা আৰু টাবত ফুলবিলাক কঁপি উঠিছিল। বিৰাট দেহৰ হেচ্‌লি...বিলাকৰ কেৰকেৰণি উঠিছিল। সিহঁতৰ দেহবোৰ যে আৰু মঙ্গলগ্ৰহৰ নিবাসীসকলৰ নিচিনা নহয়।

লচে চকু মেলি চাৰিওফালে চালে। স্কাইলাইটৰ পৰা নীলা কৃত্ৰিম লাইটৰ পোহৰ পৰিছিল। শুই থকাটো কিমান উত্তপ্ত আৰামৰ। "কি কথা হে-ক'ত শুই আছো।" কিন্তু উত্তৰ পোৱাৰ আগতেই নিৰিবিলি মধুৰ আবেশত পুনৰ চকু মুদ খাই আহিছিল।

...সবৰণীয়া পাতবিলাকত চিকমিকীয়া নিয়ৰৰ কণাবিলাকৰ নিচিনাকৈ উদ্দীপ্ত বিন্দুবিলাক ভাহি উঠিছিল। এটা মধুৰ অস্থিৰতাৰে মন ওপচি পৰিল। আ...দৰ এই পূৰ্ব্বাভাষত ধাৰণা হ'ল যেন এটা অপৰূপ বস্তুৱে এই বিন্দুমালাক ...ৰ কৰি স্বপ্ন ৰাজ্যত প্ৰবেশ কৰিব।

টোপনিতে মৃদু হাঁহি মাৰি কঁপি থকা আলোকমালাৰ পাতল পৰ্দা ভেদ কৰাৰ চেষ্টাত ভোৰ ভোৰাই উঠিল। কিন্তু আকৌ গভীৰ নিদ্ৰাত ডাৱৰৰ মাজত তেওঁ লুকাই গ'ল।

বিচনাত উঠি লচে কিছু সময় তললৈ মূৰ কৰি বহি থাকিল। তাৰ পাছত উঠি আহি পৰ্দাবিলাক আঁতৰাই দিলে। সৰু সৰু খিৰিকীবিলাকৰ মাজেদি তৰাবিলাকৰ শীতল পোহৰ দেখিবলৈ পোৱা গৈছিল। অদ্ভুত আৰু আচৰিত আকৃতি সিহঁতৰ।

অস্ফুট কণ্ঠত লচে কলে, "ওঁ—মই তো আৰু আৰু এতিয়া পৃথিৱীত নাই। তুষাৰ মৰুভূমি আৰু অসীম দূৰত্ব পাৰ হৈ নতুন জগতলৈ আহিছো, সঁচাকৈয়ে মৰি গৈছো—অতীতৰ বুকুত এৰি থৈ আহিছো আমাৰ জীৱন।"

তেওঁ নিজৰ বুকুতে এবাৰ আঁচুৰি চালে।

"কিন্তু এয়া যে জীৱনো নহয় মৰণো নহয়। মগজ আৰু শৰীৰত প্ৰাণ আছে কিন্তু পাছত এৰি আহিছো জীৱন। যোৱা দুৰাতিৰ পৰা পৃথিবীৰ কাৰণে, নক্ষত্ৰৰ সিপাৰে বাচি থকা নিজৰ বিষয়ে কিয় ইমান ব্যাকুলতা ঠিক বুজিব পৰা নাছিল। নাড়ীৰ সম্বন্ধ যেন ছিঙি গৈছিল, যেন



মহাশূন্য শীতল অন্ধকাৰে তেওঁৰ হৃদয়ৰ কণ্ঠৰোধ কৰিছিল। গাৰুত মূৰ গুঁজি তেওঁ আকৌ শুই পৰিল।

"কোন?"

লচ জাপ মাৰি বিচনাৰ পৰা নামিল। খিৰিকীৰ মাজেদি বাহিৰৰ পোহৰ আহিছিল। খেৰৰ সৰু ঘৰটো পৰিষ্কাৰ আছিল। উইন্দকীৰ বাহিৰত গছপাতৰ মৰ্মৰ ধ্বনি আৰু চৰাইবিলাকৰ চি-চিঞৰনিৰ শব্দ হৈছিল। চকুত হাত থৈ এটি দীঘলীয়া হুমুনিয়া কাঢ়িলে লচে।

দুৱাৰত এটি মৃদু টোকৰ পৰিল। দুৱাৰ খোলাৰ পাছত দেখিলে আঁক পৰা চোলা পিন্ধা সেই শকত মানুহটোৱে পেটৰ কাষতে প্ৰকাণ্ড এথোপা নীলা ফুল লৈ থিয় হৈ আছে। নিয়ৰৰ কণাবিলাক ফুলবিলাকত চিকমিকাই আছিল।

"আইয়ু উতাৰা আইলিতা" ফুলবিলাক আগবঢ়াই দি সি ফুচফুচাই কলে।

## কুঁৱলীৰ গোলক

ৰাতিপুৱাৰ আহাৰ খাবৰ সময়ত গুচেভে কলে:

"মস্তিস্লাভ চেৰ্গেয়েভিচ—এনেকৈ নহব। এই গাঁতটোলৈ আহিবলৈকে ইমান দূৰ বাট উৰি অহাৰ কোনো মূল্য নাই। চৌবাচ্চাত আৰাম কৰি গা ধুবলৈকে ইয়ালৈ নিশ্চয় অহা নাই। নগৰত আমাক থাকিবলৈ নিদিব—সেই ডাঢ়ি থকা বুঢ়া মানুহজনে আমালৈ কেনেকৈ চাইছিল—মনত আছেনে? হুঃ সেই মানুহটোৰ লগত হুচিয়াৰ হৈ থাকিব! এতিয়া যেনিবা আমাক আদৰ কৰি খুৱাইছে—পাছত!"

খৰধৰ কৰি কি লাভ! আলেক্সাই ইভান্‌ভিচ্।" নীল—তিক্ত-মধুৰ গন্ধৰ ফুলবিলাকৰ ফালে চাই লচে কলে। "অপেক্ষা কৰা য'ক। আমাক লক্ষ্য কৰাৰ পাছত যেতিয়া দেখিব যে আমি প্ৰকৃততে বিপদজনক মানুহ নহয় তেতিয়া আমাক নগৰলৈ যাবলৈ নিশ্চয় দিব।"

"মস্তিস্লাভ চেৰ্গেয়েভিচ্—আপুনি কি ভাবে মই নাজানো। কিন্তু মই ইয়াত আৰাম কৰিবলৈ অহা নাই।"

"আমি কি কৰা উচিত বুলি ভাবিছা—কোৱাচোন।"

"অবাক কৰি দিলে যে, কিবা যাদুময় বস্তু শুঙিছিল নেকি আপুনি ?"

"আপুনি কাঁজিয়া কৰিবলৈ বিচাৰিছে নেকি ?"

"বিচৰা নাই সঁচা, কিন্তু বহি বহি ফুলৰ গোন্ধকে শুঙি থাকিম—সেইটো তো নিশ্চিতো কৰিব পাৰিলোহেঁতেন। মই যি বুজিছো—আমি মঙ্গল-গ্ৰহলৈ যাম আহিছো। সেই কাৰণে এইখন এতিয়া আমাৰ ৰাজ্য। এইটো চোভিয়েতৰ গ্ৰহ। বন্দৰস্তটো পকা কৰি লোৱাই উচিত।"

"আপোনালোক বৰ্ত্তিয়াল মানুহ, আলেক্সই ইভানভিচ।"

"দেখা যাওক কোন নো বৰ্ত্তিয়াল মানুহ,—আপুনি নে মই।" চাম্‌ৰাৰ পেটিডাল মাৰি বুদ্ধিয়ক লোকৰ নিচিনাকৈ কান্ধ জোকাৰি আৰু চকু টিপিয়াই গুচেভে কলে।

"এইটো অৱশ্যে বৰ টান, সেইটো বুজিছো। আমি মাত্ৰ দুজন। কিন্তু কৃচ ফেডাৰেটিভ প্ৰজাতন্ত্ৰত যোগ দিবলৈ ইচ্ছুক বুলি তেওঁবিলাকৰ পৰা এখন দলিল আদায় কৰি লোৱা দৰকাৰ। এখন যুঁজ নকৰাকৈ তেওঁবিলাকে এতিয়াও নিদিয়ে। কিন্তু নিজে দেখিলেই নহয়, মঙ্গলগ্ৰহত কথাবোৰ বৰ সহজ নহয়। ধৰণ-কৰণ দেখিয়েই বুজিব পাৰি।"

"তুমি কি বিপ্লৱ আৰম্ভ কৰিব খুজিছা ?"

"কব নোৱাৰো। সেই বিষয়ে ভাবিব লাগিব। আমি পেট্ৰগ্ৰাডলৈ কি লৈ উভতি যাম ? মৰা শুকান এজনী মকৰা লৈ যাম ? সেইটো হবই নোৱাৰে। ঘূৰি গৈ কাগজখন দেখুৱাম—এই চোৱা, মঙ্গলগ্ৰহে কৃচ ফেডাৰেটিভ প্ৰজাতন্ত্ৰত যোগ দিছে! ইউৰোপত তেতিয়া এটা ভীষণ আলোড়ন উঠিব। এটা কথা স্পষ্ট—ইয়াত অনেক সোণ। নিজে দেখিছে আপুনি—সোণৰে গোটেই জাহাজ ভৰ্ত্তি। বুজিলে ?"

চিন্তাক্লিষ্টভাবে লচে গুচেভলৈ চালে। মানুহজনে ঠাট্টা কৰিছে নেকি ? দেখাত সৰল অথচ ধূৰ্ত্ত চকু দুটা উজ্জ্বল কিন্তু তাত দুঃসাহসিকতাৰ প্ৰচ্ছন্ন আভাস।

মূৰ জোকাৰি ডাঙৰ ডাঙৰ ফুলবিলাকৰ দীপ্তিমান আৰু মমৰ দৰে মিহি পাপৰিবোৰ হাৰেৰে লাৰি চাৰি চিন্তান্বিতভাবে লচে কলে:

"মঙ্গলগ্ৰহলৈ কিয় আহিলো তাক ভাবি মূৰ ঘূৰোৱা নাই। উৰি আহিছিলো যাতে এইখিনি পাওঁহি। এসময়ত দিগ্‌বিজয়ীসকলে জাহাজত উঠি বহিৰ্যাত্ৰা আৰম্ভ কৰিছিল নতুন নতুন দেশৰ সন্ধানত। সমুদ্ৰৰ বুকুত পৰা দেখিছিল অচিন উপকূল। নদীৰ মোহনালৈ জাহাজ লৈ গৈছিল, বহল দাঁতি থকা টুপিবোৰ একতীয়া কৰি লৈছিল কেপ্তেনবিলাকে আৰু নিজৰ নামত ঠাইবোৰৰ নামাকৰণ কৰিছিল। তাৰ পাছত লুটপাত আৰম্ভ কৰিছিল। ওঁ, ঠিকেই কৈছে আপুনি। উপকূল পোৱাটোৱেই ডাঙৰ কথা নহয়। জাহাজ ভৰ্তি কৰি ধনৰত্ন নিব লাগিব। আমাৰ দুইহ ত-নতুন পৃথিবীৰ সন্ধান কৰা। কি অতুল ঐশ্বৰ্য্য-সম্পদ সেইবিলাকত নাম কিন্তু যি বস্তুটো একান্ত জাহাজত লৈ ঘূৰি যোৱাৰ কৰ্ত্তব্য—সেইটো হৈছে জ্ঞান—জ্ঞান আলেক্সই ইভানভিচ্‌!"

"আপোনাৰ লগত তাল মিলাই চলাই টান হব, মস্তিস্লাভ চেৰ্গেয়েভিচ্‌। আপুনি মানুহজন সহজ নহয়।"

লচে হাঁহি হাঁহি কলে:

"নহয়, মই মানুহটো নিজৰ ক্ষেত্ৰতহে বৰ কঠিন। মিলি জুলি নিশ্চয় চলিব পাৰিম বন্ধু।"

দুৱাৰত কাৰোবাৰ টোকৰ পৰিল। ভয়ত কম্পমান ঘৰৰ পৰিচালক জনক দেখিবলৈ পোৱা গৈছিল। ইঙ্গিতেৰে তেওঁবিলাকক সি পিছে পিছে আহিবলৈ জনালে। ততাতৈয়াকৈ উঠি পকা চুলিত লচে এবাৰ হাত ফুৰালে। গুচেভে তেওঁৰ গোঁফ জোৰেৰে কঁপাই তুলিলে। বাৰান্দা পাৰ হৈ তেওঁবিলাকে খটখটায়েদি নামি ঘৰটোৰ অন্য ফাললৈ গ'ল।

তলৰ মহলাত এখন দুৱাৰত ঘৰৰ পৰিচালকজনে টোকৰ মৰাৰ লগে লগে ত্ৰস্ত শিশুৰ দৰে এটা কণ্ঠস্বৰ শুনিবলৈ পোৱা গ'ল। যি ঘৰটোত লচ আৰু গুচেভ আহি উপস্থিত হৈছিল সেই ঘৰটো দীঘল আৰু বগা ৰঙৰ আছিল। মোজায়েক কৰা মজিয়াত স্কাই লাইটৰ পোহৰৰ ৰেখা পৰিছিল। মজিয়াত ধূলিকণাবোৰ স্তৰ বান্ধি আছিল। শাৰী শাৰী কিতাপ আৰু কিতাপৰ আলমাৰিৰ মাজে মাজে ব্ৰোঞ্জৰ মূৰ্ত্তি। জোঙা খুটিৰ সৰু টেবুল আৰু বগা পৰ্দাৰ ছাঁ পৰিছিল মজিয়াত।

দুৱাৰৰ পৰা অলপ দূৰত এজনী গাভৰু। বৰকটা চুলি। ডিঙি বন্ধ হাত-দীঘল পোছাক। পোহৰৰ তিৰ্য্যক ৰেখাই তেওঁৰ ওথ খোপাৰ ওপৰত আৰু আলমাৰিত থকা কিতাপৰ সোণোৱালী পিঠিত চিক্‌মিকাই উঠিছিল। যোৱা

লি হ্রদৰ পাৰত দেখা ছোৱালীজনীয়েই—যাৰ নাম মঙ্গলগ্ৰহ নিবাসীসকলে ...ইলিতা বুলি কৈছিল।

মূৰ তললৈ কৰি লচে অভিবাদন জনালে। আইলিতাই তেওঁৰ বিশাল ধে...ৱাবৰণীয়া চকু দুটা লচৰ ওপৰত নিবদ্ধ কৰিলে। শুভ্ৰ-নীলা দীঘল মুখখ... ...স্মিতকণমান কঁপি উঠিল। শিশুৰ নাক আৰু ওঁঠৰ দৰে তেওঁৰ সৰু নাক আৰু না... ওঁঠদুটি কোমল আছিল। গাউনৰ ক'লা কোমল ভাজৰ তলত চকুৰ উঠ... ...মা যেন এইমাত্ৰ থিয় পৰ্ব্বততহে উঠিছে।

"এলি... ঔতাৰা গিও" কোমল শুৱলা কণ্ঠত ফুচফুচাই কোৱাৰ দৰে তেওঁ মূৰটো ইম...ন তললৈ কৰিলে যে ডিঙিৰ পশ্চাৎভাগ দেখিবলৈ পোৱা গল।

আঙু...া ভঙাৰ বাহিৰে লচে আৰু একো উত্তৰ দিব নোৱাৰিলে। বৰ কষ্টৰে অ...ক আচৰিত উচ্চকণ্ঠত লচে কলে :

"পৃ...থিবীৰ পৰা ভ্ৰমণকাৰীসকলে অভিনন্দন জনাইছে, আইলিতা।" লচৰ ম... ৰঙা পৰিছিল। গহীনভাবে গুচেভে কলে :

...ৰেজিমেন্টাল কমাণ্ডাৰ গুচেভ আৰু ইঞ্জিনিয়াৰ মৃস্তিস্লাভ্ চেৰ্গেয়েভিচ্ ...। কথাবাৰ্ত্তা পাতি খুবেই আনন্দবোধ কৰিছো। আতিথেয়তাৰ কাৰণে আপোনাক ধন্যবাদ জনাইছো।"

মানুহৰ ভাষা শুনি আইলিতাই মূৰ তুলি চালে। সেই মুখমণ্ডল তেতিয়া ধীৰ স্থিৰ। চকুৰ মণি তেতিয়া সৰু হৈ আহিছিল। নিশব্দে হাত আগবঢ়াই দিলে। হাতৰ তলুৱা ওলোটাভাবে আছিল। কিছু সময় সেইভাবেই থাকিল। লচ আৰু গুচেভৰ ধাৰণা হল, তেওঁৰ হাতৰ তলুৱাত এটা সৰু সেউজীয়া গোলক তেওঁবিলাকে যেন দেখিবলৈ পাইছিল। হঠাৎ হাতৰ তলুৱা পোন কৰি কিতাপৰ দমটো পাৰ হৈ আইলিতা লাইব্ৰেৰীটোৰ একেবাৰে মূৰ পালেগৈ। অতিথিদ্বয় পাছে পাছে গ'ল।

লচে লক্ষ্য কৰিলে আইলিতা তেওঁৰ কান্ধতকৈ বেছি ওখ নহয়। তেওঁক বৰ শান্ত আৰু কোমল যেন দেখা গৈছিল—ঠিক ৰাতিপুৱা তেওঁবিলাকৰ ওচৰলৈ পঠিয়াই দিয়া শান্ত মধুৰ ফুলবিলাকৰ নিচিনা। ঢিলা পোছাকৰ এটা মূৰ মোজাইক কৰা মজিয়াত লুটি খাই পৰি আছিল। স্নিগ্ধ এটি হাঁহিৰে তেওঁ উভতি চালে, কিন্তু চকুত তেতিয়া এটা উৎকণ্ঠা।

অৰ্দ্ধবৃত্তাকাৰ এটা কোণত এখন বেঞ্চ আছিল। আইলিতাই সেই বেঞ্চখন দেখুৱাই দিয়াত লচ আৰু গুচেভ তাত বহিল। পঢ়াৰ এখন



টেবুলৰ ওপৰত কিলাকুটিৰে ভৰ দি আইলিতাই প্ৰশ্নৰ ভঙ্গিমাৰে অতিথি সকলৰ ফালে চালে।

কিছু সময় কোনেও একো কথা কোৱা নাছিল। এইভাৱে বহি থকা আৰু অদ্ভুত অপৰূপ গাভৰু গৰাকীক ইমান নিবিড়ভাৱে চাই থকাৰ কাৰণে লচৰ অন্তৰত সুতীব্ৰ আনন্দৰ অনুভূতি জাগৰণ হ'ল। দী... ...ৰশ্বাস পেলাই অনুচ্চ কণ্ঠত গুচেভে কলে :

"অতি ধুনীয়া ছোৱালী। আচৰিতভাৱে ধুনীয়া।"

আইলিতাই কথা কবলৈ আৰম্ভ কৰিলে। ধাৰণা হ'ল যেন ত...ৰ ঝঙ্কাৰ উঠিছে ...ঙুলিৰ স্পৰ্শত। কণ্ঠ ইমান মধুৰ। কেইটামান কথা বা...ৰ বাৰে উচ্চাৰণ কৰিলে প্ৰকৃততে ওঁঠ নলৰোৱাকৈয়ে। ধূসৰ চকুৰ ...লাউৰি কেতিয়াবা ওপৰলৈ আৰু কেতিয়াবা তললৈ উঠিছিল আৰু নামিছিল।

আকৌ হাতৰ তলুৱা ওলোটা কৰি তেওঁ হাত আগবঢ়াই ...লে। তেতিয়াই আকৌ লচ আৰু গুচেভৰ চকুত তলুৱাত থকা ধূসৰ নীলা ...ৰু গোলকটো, আকাৰত সৰু এটি আপেলতকৈ ডাঙৰ নহয়। ভিতৰত স... ...ৰঙৰ খেলা।

এইবাৰ আইলিতা আৰু অতিথিসকলে একেথৰে সেই বহুৰূপী ধোঁৱা-বৰণীয়া আপেলটোৰ ফালে চাই ৰল। হঠাৎ ভিতৰত লৰচৰ কৰাটো বন্ধ হৈ গৈছিল। গাত ক'লা দাগবিলাক দেখিবলৈ পোৱা গল। সেই ক'লা দাগ কেইটা পৰীক্ষা কৰাৰ পাছত লচে দেখিলে যে, আইলিতাৰ হাতৰ তলুৱাত থকা গোলকটো পৃথিৱীহে।

'তালৎসেৎল' সেই গোলেকটো দেখুৱাই আইলিতাই কলে।

গোলকটো ধীৰে ধীৰে ঘূৰিবলৈ আৰম্ভ কৰিছিল। চকুৰ সম্মুখত ভাহি উঠিল আমেৰিকা আৰু প্ৰশান্ত মহাসাগৰৰ উপকূল ৰেখা। গুচেভ উত্তেজিত হৈ পৰিছিল।

"এয়া, এয়া আমি ৰাচিয়ানসকল।" চাইবেৰিয়াখন দেখুৱাই তেওঁ চিঞৰি উঠিল।

ছাঁৰ দৰে ইউৰাইল পৰ্ব্বতৰ পৃষ্ঠভাগ আৰু ওৰণিৰ দৰে দেখা ভল্গাৰ সামনি ভাগ। চকুত পৰিছিল শ্বেতসাগৰৰ উপকূল ৰেখা।

"এই চোৱা"—ফিনল্যাণ্ড উপসাগৰখন দেখুৱাই লচে কলে।

আইলিতাই বিস্মিত হৈ চকু তুলি চালে। গোলকৰ আৱৰ্ত্তন বৈ গ'ল।

...াগ্ৰ ভাবে চিন্তা কৰাৰ পাছত মানচিত্ৰৰ এটা অংশ লচৰ মানসপটত ...হি উঠিল আৰু লগে লগে তেওঁৰ কল্পনা সজাগ হৈ পৰিল। তেওঁ দেখিবলৈ পালে ধূসৰ গোলকটিৰ বুকুত এটা ক'লা দাগ। ৰেলৰ লাইন-বি...ক তাৰ পৰাই সকলো ফালে বিস্তৃত হৈ গৈছে। আৰু সেই সেউজীয়া ঠাই...ডিতেই লিখা আছিল 'পেত্ৰগ্ৰাদ'।

...নিৰীক্ষণ কৰাৰ পাছত আইলিতাই হাতেৰে গোলকটি ঢাকি দিলে। ...আঙুলিৰ ফাঁকে ফাঁকে ই জিলিকি উঠিল। তেওঁ লচৰ ফালে চাই মূৰ ...াকাৰিলে।

"ওএ...ৱও, খো সুৱা" আইলিতাই কলে। লচে বুঝি পালে, "একাগ্ৰচিত্তে ভাবিবৈ... চেষ্টা কৰা"।

...চবাগৰ সীমাৰেখা তেওঁৰ মনত পৰিল। গ্ৰেনাইটৰ মথাউৰি, নেভা...দীৰ শীতল ঢৌৰ মাজত ভাহি থকা এখনি নাও, কুঁৱলীৰ মাজত নিকো-লা...ক্ষি দলঙৰ ঘূৰণীয়া গাঁথনি, কাৰখানাৰ চিম্‌নিৰ পৰা ওলোৱা ডাঠ ধোঁৱাৰ কুণ্ডলী। সূৰ্য্যাস্তৰ কুঁৱলী আৰ ডাৱৰ, সিক্ত এটা ৰাস্তা, সৰু দোকানৰ চাইনবৰ্ড, আৰু এটা কোণত এখন পুৰণা গাড়ী—এই আটাই-বিলাক তেওঁ মানস চকুৰে দেখিবলৈ পালে।

আইলিতাই হাতদুখন ওঁঠত হৈ নিঃশব্দে গোলকটি লক্ষ্য কৰিছিল। লচৰ স্মৃতিৰ ছাঁ পৰিছিল তাত। ছবিবিলাক কেতিয়াবা স্পষ্ট আৰু কেতিয়াবা অস্পষ্ট। চেণ্ট আইজাক কেথেড্ৰেলৰ উজ্জ্বল গম্বুজটো অস্পষ্ট ভাবে দেখিবলৈ পোৱা গ'ল। তাৰ পাছত দেখা গল পানীৰ কাষলৈকে নামি যোৱা শিলৰ চিৰি আৰু এখন অৰ্দ্ধবৃত্তাকাৰ বেঞ্চ। অকলশৰে বিষণ্ণ ভাবে বহি আছিল এজনী ছোৱালী—চুলিবোৰ সোণোৱালী, মুখখন যেন কঁপি কঁপি নোহোৱা হৈ গল। ওপৰত বনকৰা ওখটুপী পিন্ধি থকা দুটি স্ফিনিক্স। অসংখ্য শাৰী শাৰী ছবি জিলিকি উঠিল—এটা কাৰিগৰি ছবি—অগ্নিপ্ৰজ্জলিত হাঁপৰ আৰু তাত বতাহ দিছে বিষণ্ণমনা খখ্‌লভে।

ধূসৰ গোলকটিত প্ৰতিফলিত হৈ উঠা অচিনা জীৱনৰ বিভিন্ন দৃশ্যসমূহ আইলিতাই বহুত সময় ধৰি নিৰীক্ষণ কৰিলে। ছবিবিলাক খেলিমেলি হৈ যাবলৈ আৰম্ভ কৰিছিল। গোলকটোত পুনৰ অন্য ধৰণৰ দৃশ্য দেখিবলৈ পোৱা গল; ধোঁৱাৰ কুণ্ডলী, জুই, ঘোঁৰাৰ লৰ মৰাৰ দৃশ্য, মানুহবিলাক পলাব খুজি লৰ মাৰোতে উজটি খাই পৰি যোৱাৰ দৃশ্য। শেষত দেখিবলৈ



পোৱা গ'ল ডাড়িৰে সৈতে এখন ৰক্তাক্ত মুখ। তাৰ পাছত অদৃশ্য ... গল সকলো। গুচেভে গভীৰ নিশ্বাস পেলোৱাৰ লগে লগে আইলিতা... ত্ৰস্ত হৈ উঠিল আৰু হাতৰ তলুৱাখন লুটি খোৱাই দিলে। গোলকটো নোহোৱা হৈ গ'ল।

টেবুলত কিলাকুটিৰে ভেজা দি হাত দুখন মুখৰ ওপৰত লৈ ...তাই কিছুসময় মনে মনে বহি থাকিল। তাৰ পাছত থিয় হ'ল। ...ঠাকৰ আধাৰ-পাত্ৰ এটাৰ পৰা হাড়ৰ চোঙা লৈ টেবুলৰ ওপৰত থ...এডাল ৰছী টান মাৰি লাইব্ৰেৰীৰ ওপৰ ফালৰ এখন খিৰিকী খুলি দিলে। বেঞ্চখন থকাৰ ফালে টেবুলখন আঁতৰাই এটা বুটাম টিপিলে আইলি...তাই।

পৰ্দাখন আলোকিত হৈ উঠিল আৰু মঙ্গলগ্ৰহ নিবাসীসকল... মূৰ্ত্তি, বিভিন্ন জন্তু, গছগছনি আৰু গৃহস্থালিৰ বাচন-বৰ্ত্তনবোৰ দেখিবলৈ পোৱা গ'ল।

আইলিতাই প্ৰত্যেক বস্তুটোৰে নাম কলে। ছবিবিলাক লচৰ কৰি...টো সিটোৰ লগত মিলি গৈছিল। তেতিয়া সেই প্ৰক্ৰিয়াসমূহৰ নামবি... আইলিতাই কৈ যাবলৈ ধৰিলে। ছবিবিলাকৰ কাষে কাষে বিভিন্ন ৰঙী... ছবি দেখিবলৈ পোৱা গ'ল। গান গোৱা বাঁহীটোৰ দৰে সুমধুৰ কণ্ঠস্বৰ। তেতিয়া আইলিতাই এটা ধাৰণাৰ নাম উচ্চাৰণ কৰিলে।

তেওঁ মনে মনে কথা কৈছিল। অদ্ভুত বৰ্ণমালাবিলাক ভাহি উঠিছিল। নীৰৱ ঘৰটোত লাইব্ৰেৰীৰ নীলা—সেউজীয়া অন্ধকাৰৰ মাজত লচৰ ফালে আইলিতাই ধূসৰ চকুদুটিৰে চাই আছিল। আইলিতাৰ কঠোৰ অথচ কোমল কণ্ঠস্বৰৰ মোহত আচ্ছন্ন হৈ পৰিছিল লচ। তেওঁৰ মূৰ ঘূৰিবলৈ আৰম্ভ কৰিছিল।

অলপ সময়ৰ পাছত মূৰ ঘূৰোৱা ভালপোৱা যেন বোধ কৰিলে লচে। যেন কুঁৱলীৰ পৰ্দাহে কোনোবাই আঁতৰাই দিছে। তেওঁৰ মনত নতুন শব্দ আৰু নতুন ধাৰণাৰ উদয় হ'ল। অনেক সময় এইভাবেই কটাই দিলে। কপাল স্পৰ্শ কৰি দীৰ্ঘনিশ্বাস লৈ আইলিতাই পৰ্দাৰ পোহৰ নিৰ্ব্বাপিত কৰি দিলে। মন্ত্ৰমুগ্ধৰ নিচিনাকৈ লচ আৰু গুচেভ বহি আছিল।

"এইবাৰ আপোনালোক শুৱক গৈ।" কথাবিলাকৰ ধ্বনি তেতিয়াও অচিনাকি; কিন্তু মনৰ মাজত তাৰ অৰ্থ পৰিস্কাৰ হৈ পৰিছিল।

## খটখটীত

...লিতখটা দিন পাৰ হৈ গ'ল।

পাঁ... সেই দিনবিলাকৰ কথা মনত পেলাই লচৰ ধাৰণা হৈছিল নীল-সা... শান্তিময় সেই অপৰূপ দিনবিলাক এটাৰ পাছত এটাকৈ বিচিত্ৰ দিবাস্বপ্নৰ পাছত যেন কটাই দিছিল।

প্ৰতিদিন খুব প্ৰত্যুষতে লচ আৰু গুচেভ শুই উঠিছিল। গা ধুই ৰাতিপুৱাৰ আহাৰ খোৱাৰ পাছত তেওঁবিলাক পুথি ভঁৰাললৈ গৈছিল য'ত আইলিতাৰ শান্ত অথচ তীক্ষ্ণ চকুযুটিয়ে তেওঁবিলাকক অভ্যৰ্থনা জনাইছিল। লাহে লাহে তেওঁবিলাকে আইলিতাৰ কথাৰ অৰ্থ বুজিব পৰা হৈছিল। সেই কো...টোৰ ঈষৎ-উজ্জ্বল-নীৰবতাৰ মাজত আইলিতাৰ ক্ষীণ কণ্ঠস্বৰ এটা অখণ্ড ...ৰ আবেশ বিয়পি আছিল। আইলিতাৰ সিক্ত দুটি চকুৰ দীপ্তিয়ে তেওঁ-বিলাকক যেন কোনোবা সপোনপুৰীলৈ লৈ গৈছিল। পৰ্দাত ছাঁবিলাক জিলিকি উঠিছিল আৰু শব্দবিলাক বিনা চেষ্টাতে মনৰ মাজত প্ৰবেশ কৰিছিল।

কথাবিলাক প্ৰথমে ধ্বনিৰ দৰে শুনা গৈছিল। কিন্তু তাৰ পাছত কুৰ্বলীৰ মাজত যেন ধাৰণাই একত্ৰিত হৈ অৰ্থঘন হৈ পৰিছিল ধীৰে ধীৰে। যেতিয়া লচে আইলিতা শব্দটো উচ্চাৰণ কৰিছিল তেতিয়া ই দুই ধৰণে লচক সজাগ কৰি তুলিছিল: প্ৰথম দুটা আখৰ আ. এ. অৰ্থাৎ 'এয়ে শেষ দেখা' কথাটাৰে তেওঁৰ মনত বিষণ্ণতাৰ ভাব জগাইছিল আৰু 'ল্ ই ত্ এ' অৰ্থাৎ 'তৰাৰ জ্যোতি' আখৰ কেইটাৰ পৰা ৰূপোৱালী দীপ্তি বিচ্ছুৰিত হোৱা যেন বোধ কৰিছিল। এইদৰেই নতুন পৃথিবীৰ ভাষা সূক্ষ্মতম বস্তুৰ নিচিনাকৈয়ে চেতনাত মিহলি হৈ গৈছিল।

ৰাতিপুৱা আৰু গধূলি মাজনিশালৈকে এইদৰেই সাতদিন শিক্ষাদান চলিছিল। শেষলৈ ধাৰণা হ'ল আইলিতা যেন ক্লান্ত হৈ পৰিছিল। অষ্টমদিনা অতিথিসকলক আৰু ৰাতিপুৱা জগাই দিয়া নহল। তেওঁবিলাক দুয়োজনে সন্ধ্যালৈকে শুই থাকিল।

সাৰ পাই উঠাৰ পাছত খিৰিকীৰ বাহিৰত গছৰ দীঘল ছাঁবিলাক লচৰ



চকুত পৰিল। এজনী চৰায়ে পৰিষ্কাৰ কণ্ঠত একেৰাহে গান গাই আছিল। লচে তত্তাতৈয়াকৈ কাপোৰ-কানি পিন্ধি গুচেভক জগাই নিদিয়াকৈ লাইব্ৰেৰীলৈ যাত্ৰা কৰিলে। তেওঁ দুৱাৰত টোকৰ মাৰিছিল কিন্তু কোনো উত্তৰ পোৱা নাছিল। তাৰ পাছত তেওঁ সাতদিনৰ পাছত প্ৰথমবাৰৰ বাবে মুকলি প্ৰাঙ্গনলৈ ওলাই গ'ল।

অৰণ্যানিৰ সৰু সৰু ঘৰবিলাকৰ কাষলৈকে মুকলি ফিল্ডখন উ...হৈ বিস্তৃত আছিল। আপচু চেহেৰাৰ দীঘল নোমৰ এদল খাচী ...ৰূণভাৱে চিঞৰি সেইফাললৈকে গৈ আছিল। সেই জন্তুবিলাক ভালুক ...ৰু গৰুৰ সঙ্গমত হোৱা যেন বোধ হৈছিল। অস্তগামী সূৰ্য্যৰ ক্লান্ত সোণোৱালী কিৰণবোৰ কুঞ্চিত ঘাঁহৰ ওপৰত পৰিছিল আৰু গোটেই ঘাঁহনিডৰা ...তি থকা সোণৰ দৰে চিকমিকাই আছিল। হ্ৰদৰ ওপৰত জাকপাতি বগলীবোৰ উৰি গৈছিল। বহুত দূৰত সূৰ্য্যাস্তৰ সোণোৱালী আভাই স্পৰ্শ কৰি যোৱা ...ৰ্বতৰ উন্নত তুষাৰ শৃঙ্গ। গোটেই দৃশ্যতে এটি গভীৰ প্ৰশান্তি বিৰাজ কৰিছিল। বিদায় বেলাৰ সোণোৱালী করুণ আলোকমালাৰে উদ্ভাসিত সেই দৃশ্য।

হ্ৰদৰ কাষে যোৱা বাটেৰে লচ আগবাঢ়ি গ'ল। দুয়োকাষৰ ক্ৰন্দনৰত নীলা সেউজীয়া গছগছনিবিলাক তেওঁ পাৰ হৈ গৈছিল। চকুত পৰিছিল সেই চিহ্নিত গছৰ মূঢ়াবিলাক। তেওঁ একে শান্ত শীতল বতাহ সেৱন কৰিছিল। কিন্তু তেওঁৰ অনুমান হৈছিল প্ৰথম বাৰৰ বাবেহে তেওঁ যেন এই ধুনীয়া মনোমোহা ঠাই টুকুৰালৈ আহিছিল। আগেয়ে এখন কাপোৰেৰে তেওঁৰ চকু কাণ যেন বান্ধি থোৱা আছিল। এতিয়াহে তেওঁ বস্তুবিলাকৰ নাম জানিব পাৰিছিল।

পাতবিলাকৰ মাজে মাজে হ্ৰদটো চিকমিকাই উঠিছিল। লচ যেতিয়া হ্ৰদ-টোৰ কাষ চাপিছিল তেতিয়া সূৰ্য্য অস্ত গৈছিল। সূৰ্য্যাস্তৰ জ্বলন্ত কিৰণৰ অগ্নি জিহ্বা আকাশৰ মধ্যপথত সোণোৱালী অগ্নিকুণ্ডৰ নিচিনাকৈ জিলিকি উঠিল। সেই অগ্নিশিখা দ্ৰুত নিৰ্ব্বাপিত হৈছিল, আকাশ পৰিষ্কাৰ হৈছিল— এন্ধাৰ নামি আহিছিল আৰু আকাশত তৰাবিলাক জিলিকি উঠিছিল।

নক্ষত্ৰৰ বিভিন্ন ৰূপ হ্ৰদৰ পানীত প্ৰতিবিম্বিত হ'ল। হ্ৰদটোৰ পাক খোৱা অংশটোত খটখটীৰ দুয়োফালে বহু শতিকাৰ প্ৰহৰী হৈ ক'লা ছায়াৰেখাৰ দুটি বিৰাট মূৰ্ত্তি নক্ষত্ৰলৈ মূৰ তুলি চাই আছে।

লচ খটখটীৰ কাষ চাপি গল। ঘন হৈ অন্ধকাৰ তেতিয়াও চকুৰ নমনীয়

হৈ উঠা নাছিল। এটা মূৰ্ত্তিৰ ভৰি অংশত আউজি তেওঁ হৃদয়ভৰি হ্ৰদৰ শীতল বায়ু আৰু জলাহভূমিৰ তীব্ৰ গোন্ধ সেৱন কৰি ললে। পানীত নক্ষত্ৰৰ ছাঁ অস্পষ্ট হৈ উঠিছিল। পাতল কুঁৱলীয়ে পানীবোৰ আবৃত কৰি তুলিছিল। আকাশত কিন্তু তৰাবিলাক বেছি জিকমিকাই উঠিছিল। গুই পৰা গছৰ ডা[illegible] চিকমিকীয়া শিলাখণ্ড আৰু মাগাৎচিৎলৰ স্নিগ্ধ হাঁহিমুখ স্পষ্টভাৱে চকুত [illegible]ছিল।

লচে [illegible] থিয় হৈ চাই আছিল আৰু অৱশেষত শিলত ভেজা দি ৰথা হাতখন অসাৰ হৈ উঠিছিল। মূৰ্ত্তিটোৰ পৰা আঁতৰিব খুজিছে, এনেতে দেখিবলৈ পালে আইলিতা খটখটীৰ একেবাৰে তলৰ ঢাপত বহি আছে। নিশ্চল হৈ আইলিতাই ক'লা পানীৰ বুকুত প্ৰতিবিম্বিত নক্ষত্ৰবিলাক চাই আছিল।

'[illegible]য়ু তু ইৰা থাচ্ খে, আইলিতা'—লচে কলে। নিজে উচ্চাৰণ কৰা কথা[illegible]লাকৰ বিচিত্ৰ শব্দত তেওঁ অবাক হৈ উঠিল। "আপোনাৰ লগত থাকিব পা[illegible] নে?" এই ইচ্ছাটো আপোনা-আপুনি বিদেশী শব্দমালাৰ মাজত ৰূপ [illegible]লে।

ধীৰে ধীৰে উভতি চাই আইলিতাই কলে :

'ওঁ'

খটখটীৰ ঢাপত আইলিতাৰ কাষতে লচ বহিছিল। আইলিতাৰ চুলি-বিলাক টুপীৰ আবৰণৰে ঢাক খাই আছিল। নক্ষত্ৰৰ আলোকত মুখখনহে দেখা গৈছিল ; দেখা গৈছিল চকুৰ কোণত ক'লা ছায়া—চকু নহয়।

শান্ত আৰু নিস্পৃহ সুৰত আইলিতাই সুধিলে :

"আপুনি পৃথিবীতে সুখেৰে আছিল নে বাৰু ?"

লচ লগে লগে একো উত্তৰ নিদিলে। এবাৰ ভালভাৱে আইলিতাক লক্ষ্য কৰিলে। নিস্পন্দ মুখ। ওঁঠৰ কোণত বিষণ্ণ ৰেখা।

উত্তৰত লচে কলে, 'ওঁ সুখতে আছিলো।'

"আপোনালোকৰ পৃথিবীত সুখ কিহত পোৱা যায় ?"

আৰু এবাৰ তেওঁৰ মুখলৈ লচে ভালভাৱে চাই ল'লে।

"আমাৰ পৃথিবীত আমি নিজৰ পৰা নিজে ৰেহাই পাওঁ। তাতেই অৱশ্যে সুখ। সেইজনেই সুখী, যিজন পৰিপূৰ্ণ, যাৰ বিভেদ নাই, যিসকলে পূৰ্ণতা* দিছে সেইসকলৰ বাবে যি জনে জীয়াই থাকিবলৈ বিচাৰে।

* বিভেদহীনতা আৰু আনন্দ।



এইবাৰ আইলিতাই উভতি চালে। তেওঁৰ বিশাল চকুদুটিৰে বিস্ময়াবি[illegible] হৈ সেই শুভ্ৰকেশী প্ৰকাণ্ড মানুহজনক তেওঁৰ ফালে চাই থকা দেখিবলৈ পালে।

"কোনো নাৰীক ভাল পালেহে সেই সুখ পোৱা যায়।" লচে কলে।

আইলিতাই মুখ ঘূৰাই ললে। টুপীটোৰ আবৰণ কঁ[illegible]ঠিল। আইলিতাই হাঁহিছিল জানো? নাই হঁহা। কান্দিছিল জা[illegible] নাই কন্দা। শৈলুৱৈয়ে ঢাকি থোৱা খটখটীৰ ঢাপত বহি লচৰ কি কৰো[illegible] নকৰো যেন লাগিল। ৰুদ্ধ কণ্ঠত আইলিতাই সুধিলে :

"তেনেহলে পৃথিবীৰ পৰা কিয় আহিল ?"

"যাক ভালপাইছিলো গভীৰভাৱে তেওঁৰ মৃত্যু হ'ল। হতা[illegible]ক জয় কৰাৰ শক্তি মোৰ নাছিল। জীৱনটো বৰ অসহ্য যেন বোধ হ'ল। মই পলাতক, কাপুৰুষ।"

পোছাকৰ তলৰ পৰা হাতখন উলিয়াই আইলিতাই লচৰ বলিষ্ঠ হা[illegible]খন এবাৰ স্পৰ্শ কৰিলে, তাৰ পাছত আকৌ আঁতৰাই নিলে আৰু পোছাকৰ ত[illegible] সোমোৱালে।

"মই জানিছিলো" চিন্তান্বিতভাৱে আইলিতাই কলে। "মোৰ জীৱনত এনেকুৱা এটা ঘটনা ঘটিবই। সৰু কালত অদ্ভুত অদ্ভুত সপোনবিলাক দেখিছিলো। সপোন দেখিছিলো উত্তুঙ্গ সেউজীয়া পাহাৰৰ, দীপ্ত নদীৰ। নদীবিলাক আমাৰ নদীবিলাকৰ নিচিনা আছিল। সপোন দেখিছিলো বিৰাটাকাৰ শুভ্ৰ মেঘৰ, শিলাবৃষ্টিৰ আৰু বিৰাট প্ৰকাণ্ড প্ৰকাণ্ড মানুহৰ। ভাবিছিলো মই পগলা হৈ গৈছো নেকি? পাছত গুৰুদেৱে কলে—এইবিলাক আশ্খে অৰ্থাৎ দিব্যদৃষ্টি আমি মাগাৎচিৎলৰ বংশধৰ। আমাৰ মনত জাগৃত হৈ আছে অন্য এক জীৱনৰ স্মৃতি। যি বীজ অঙ্কুৰিত হৈ উঠা নাই—সেই বীজৰ দৰে দিব্যদৃষ্টি নিদ্ৰিত হৈ আছে। আশ্খে এটা ভয়াবহ শক্তি, বিৰাট জ্ঞানৰ অৱতাৰ স্বৰূপ। কিন্তু সুখ কাক কয় আমি নাজানো।"

পোছাকৰ তলৰ পৰা হাত দুখন উলিয়াই আইলিতাই সৰু ল'ৰাৰ দৰে হাত চাপৰি বজালে। টুপীৰ আবৰণ আকৌ কঁপি উঠিল।

"বছৰৰ পাছত বছৰ ধৰি এই খটখটীলৈ আহিছো। আহি চাই থাকো সৌ নক্ষত্ৰমালাৰ ফালে। অনেক, অনেক জানো কিবাকিবি। বিশ্বাস কৰক, মই যি জানো সেইবিলাক আপোনাৰ জনা উচিত নহয় কেতিয়াও।

প্ৰয়োজনো নাই। অৱশ্যে সুখী আছিলো সেই শৈশৱ কালত যেতিয়া স্বপ্ন দেখিছিলো মেঘপুঞ্জৰ, শিলাবৃষ্টি, সেউজীয়া পাহাৰ আৰু প্ৰকাণ্ড প্ৰকাণ্ড মানুহৰ। গুৰুদেৱে সাৱধান কৰি দিছিলে আৰু কৈছিলে—মোৰ মৃত্যু হব।" অ[illegible]কী উভতি চাই আইলিতাই মৃদু মৃদু হাঁহিছিল।

[illegible]তা ইমান ধুনীয়া আছিল, তেওঁৰ টুপীৰ আবৰণ, পোছাক, হাত মুখ আৰু [illegible]াস-প্ৰশ্বাসত ইমান তিক্ত-মধুৰ গন্ধ বিয়পি পৰিছিল—গন্ধত বিপদৰ আভাস [illegible]াছিল—যে লচ সন্ত্ৰস্ত হৈ উঠিল।

"গুৰু দেৱে কৈছিল—"থাৰে তোমাক মাৰিব।" থাও মানে অৱতৰণ।

মুখখন ঘূৰাই লৈ আইলিতাই টুপীৰ আবৰণ চকুৰ ওপৰলৈ টানি ললে। কিছু সময় মনে মনে থাকি লচে কলে :

"আইলিতা, আপুনি কি জানে মোক কওকচোন।"

"সেইটো গোপন কথা" গহীন হৈ আইলিতাই উত্তৰ দিলে। "কিন্তু আপুনি মানুহ, আপোনাক অনেক কথাই কব লাগিব।"

আইলিতাই মূৰ তুলি আকাশৰ ফালে চালে। হাতীপটীৰ দুয়োধাৰে নক্ষত্ৰমালাৰ তীব্ৰ চিকমিকনি যেন মহাকালৰ বতাহত জুইহে লাগিছে। আইলিতাই এটা হুমুনিয়া কাঢ়িলে।

"শুনক, মন দি মোৰ কথা ভাল ভাবে শুনি লওক।" আইলিতাই কলে।—

## আইলিতাৰ প্ৰথম গল্প

"তুমা, অৰ্থাৎ মঙ্গলগ্ৰহত বিশ বছৰ আগতে "অৱলচ" বা অবেঞ্জ জাতিয়ে বসবাস কৰিছিল। 'অৱল' এই বন্য উপজাতিটোৱে বিৰাট বিৰাট মকৰা-বিলাক খাইছিল আৰু তেওঁবিলাক চিকাৰী আছিল। তেওঁবিলাকে বিষুবীয় অৰণ্যানি আৰু জলাহভূমিত বসবাস কৰি আছিল। এই উপজাতিবিলাকৰ কেইটামান মাথোন শব্দ আমাৰ ভাষাত টিকি থাকিল। আৱলাবিলাকৰ আন আন উপজাতিৰ মানুহবিলাক মহাদেশৰ দক্ষিণ উপসাগৰৰ উপকূলত। তাত আছে আগ্নেয় গুহা, নিমখ আৰু ফটিক পানীৰ হ্ৰদ। মাছ ধৰি আনি



মাটিৰ তলত লুণীয়া হ্ৰদৰ তলত সেইবিলাক ৰখা হৈছিল। শীতকাল তেওঁবিলাকে গভীৰ গুহাত আশ্ৰয় লৈছিল। সেই বিলাকত এতিয়াও মাছৰ হাড়ৰ পাহাৰ দেখিবলৈ পোৱা যায়।

অৱলাবিলাকৰ তৃতীয় দল এটাই বিষুব ৰেখাৰ ওচৰত বসবাস কৰিবলৈ লয়—পাহাৰতলীত। তাত থাবৰ কাৰণে গৰম পানীৰ উহ আছে। তেওঁবিলাকে ঘৰ-দুৱাৰ সাজিব জানিছিল আৰু দীঘল দীঘল নোমৰ থাচী পালন কৰিছিল। তেওঁবিলাকে মকৰাখোৱা আৱলাবিলাকৰ লগত যুদ্ধ কৰিছিল আৰু তালৎসেৎলৰ ৰক্তিম নক্ষত্ৰক পূজা কৰিছিল।

আজোৰাৰ পবিত্ৰ দেশত যি সকল উপজাতি বাস কৰিছিল তেওঁবিলাকৰ মাজত এজন অসাধাৰণ 'চথো'ৰ আবিৰ্ভাৱ হৈছিল। পশুপালকৰ ল'[illegible] তেওঁ ডাঙৰ-দীঘল হয় লিজিয়াজিৰা পাহাৰত। সোতৰ বছৰ বয়সত ভৰি[illegible] দিয়াৰ লগে লগে পাহাৰ এৰি তেওঁ আজোৰালৈ আহে। নগৰে নগৰে ঘূৰি তেওঁ কৈ ফুৰিবলৈ ধৰিলে :

"মই স্বপ্ন দেখিছো। আকাশ মুকলি হৈ পৰিছিল আৰু তাৰ পৰা এটা নক্ষত্ৰ মাটিত খহি পৰিল। থাচী খেদাই য'ত তৰাটি পৰিছিল তালৈ গৈছিলো। দেখিলো তাত শুই আছে আকাশ-সন্তান। দীৰ্ঘকায়, মুখ—পাহাৰ শিখৰৰ বৰফৰ দৰে বগা। তেওঁ মূৰ তুলিছিল আৰু মই দেখিলো তেওঁৰ চকুত পোহৰ আৰু উন্মত্ততাৰ চিকমিকনি। ভয়ত মাটিত পৰি গলো। মৃতৰ দৰে শুই থাকিলো অনেক সময়। শুনিবলৈ পালো আকাশ পুত্ৰই মোৰ লাঠিডাল লৈ থাচীবোৰ খেদি লৈ গৈছিল। তাৰ পদভাৰত পৃথিবী কঁপি উঠিছিল। আৰু বজ্ৰকণ্ঠত কোৱা শুনিলো—'তুমি মৰিবা, কিয়নো মই তোমাক মৰাটোকেই কামনা কৰিছো।' কিন্তু তথাপিও তাৰ পাছে পাছে গলো। থাচীবিলাকৰ মোহটো এৰিব পৰা নাছিলো। ওচৰলৈ যাবলৈ সাহস নহ'ল কিয়নো তেওঁৰ চকুত জিলিকি পৰিছিল অশুভ জুইশিখা। মই বাৰে বাৰে প্ৰাণ ৰক্ষা কৰিবলৈ মাটিত শুই পৰিছিলো। এইদৰে কিছুমান দিন পাহাৰ এৰি মৰুভূমিতে ঘূৰি ফুৰিলো।

"এটা শিলত লাঠিৰে আকাশ-পুত্ৰই আঘাত কৰিলে আৰু লগে লগে পানীৰ প্ৰবাহ বাহিৰ হৈ আহিল। থাচীবোৰ আৰু মই সেই পানী পান কৰিলো। আকাশ-পুত্ৰই- তেতিয়া কলে, 'তই মোৰ দাসত্ব স্বীকাৰ কৰ। তাৰ থাচী-বিলাকৰ তদাৰকৰ ভাৰ পৰিল আৰু সি আমাক তাৰ উচ্ছিষ্ট খাবলৈ দিলে।"

'নগৰৰ বাসিন্দাসকলক পশুপালকজনে এইবোৰ কথা কবলৈ ধৰিলে। আৰু কলে:'

"শান্ত চৰাই আৰু নিৰীহ পশুবিলাক জীয়াই থাকে—নাজানে মৃত্যু কেতিয়া আহিব। কিন্তু শান্ত ইথিয়ে বগলীৰ ওপৰত পাখি মেলে; মকৰাই জাল গুথে—ভয়াবহ চাৰ চকু জিল্‌মিল্ কৰে সেউজীয়া জোপোহাবিলাকত। সাৱধান, পাপক ধ্বংস কৰিব পৰা তীক্ষ্ণ তৰোৱাল তোমালোকৰ নাই। তাৰ হাত সাৰিবৰ কাৰণে তোমালোকৰ কঠিন দেৱাল নাই অথবা তাৰ ওচৰৰ পৰা পলাই যাবলৈ তোমালোকৰ দীঘল দীঘল ভৰিও নাই। মই আকাশত জনন্ত অশুভ লক্ষণ দেখিবলৈ পাইছো। তোমালোকৰ ঘৰৰ ওপৰত আকাশপুত্ৰ জাপ মাৰি পৰিছে। তাৰ চকু তালৎচেৎলৰ ৰঙা চকুৰ নিচিনা।"

'এই কথা শুনি বিভীষিকাত হাত দাঙি ধৰিলে আজোৰানিবাসী লোক-সকলে। পশুপালকে কৈ গ'ল:'

জোপোহাবিলাকৰ মাজৰ পৰা ৰক্ত লুলোপ চাই যেতিয়া তোমালোকৰ প্ৰতি দৃষ্টি দিয়ে তেতিয়া তোমালোকে ছায়ামূৰ্ত্তি ধাৰন কৰিবা। তেতিয়া তোমালোকৰ তেজৰ গন্ধ সি নাপাব। সেন্দুৰীয়া মেঘৰ পৰা ইথিয়ে যেতিয়া জাপ মাৰিব তেতিয়া ছায়ামূৰ্ত্তি ধাৰণ কৰিবা। তেতিয়া ইথিয়ে ঘাঁহৰ মাজত তোমালোকক মিছাকৈয়ে বিচাৰি ফুৰিব। যেতিয়া 'ওল্লো' আৰু 'লিটুথা' এই দুই চন্দ্ৰৰ পোহৰত অশুভ মকৰা তচিৎলিয়ে তোমালোকৰ ঘৰৰ চাৰিওফালে মকৰাৰ জাল গুথিব, তেতিয়াও ছায়ামূৰ্ত্তি ধাৰণ কৰিবা। তেতিয়া তচিৎলিয়ে তোমালোকক ধৰিব নোৱাৰিব। তোমা-ৰ দুৰ্ভগীয়া সন্তান-সকল, তোমালোক ছায়ামূৰ্ত্তি হৈ থোৱা। পাপে কেৱল পাপলৈহে টানে। পাপজাতীয় সকলোকে এৰি চলিব পৰা যায়। ঘৰৰ চালৰ তলত তোমালোকৰ সকলো পাপ লুকোৱাই থোৱা। ছয়ামৰ গৰম পানীৰ উহঁত গৈ সকলোৱে গা ধোৱা। তেতিয়া অশুভ আকাশ-সন্তানে তোমালোকক আৰু দেখিবলৈ নাপায়। তাৰ ৰঙা চকুৱে মিছাকৈয়ে তেতিয়া তোমালোকৰ ছায়া ভেদ কৰিব।'

'আজোৰাৰ অধিবাসীসকলে পশুপালকৰ কথা শুনিলে। তেওঁবিলাকৰ অনেকেই তাৰ পাছে পাছে বৃত্তাকাৰ হ্ৰদ আৰু চয়ামৰ গৰম পানীৰ উহঁৰ ফালে আগবাঢ়ি গ'ল।'



সেই ঠাইত কেজনমানে জানিবলৈ বিচাৰিলে—'পাপক কি ভাবে ঘৰৰ চালৰ তলত লুকুৱাই থব পাৰি।' কেজনমানে খঙত চিঞৰি চিঞৰি পশুপালকক কৈছিল—'তুমি আমাক ফাঁকি দিছা। মনৰ আক্ৰোশত দুখীয়াবিলাকে তোমাক উচতাই দিছে যাতে আমাৰ অসতৰ্ক মুহূৰ্ত্তত সিহঁতে আমাৰ ঘৰবাৰী কাঢ়ি লব পাৰে।' কেইজনমানে আকৌ কৈছিল,—'এই পগলাটোক পাহাৰৰ ওপৰলৈ নি তলৰ গৰম হ্ৰদত পেলাই দিয়া হওক—ই নিজেই ছায়ামূৰ্ত্তি হৈ যাওক।'

'এই কথা শুনি পশুপালকজনে কাঠৰ বাঁহীটোৰ মূৰত এটা ত্ৰিভূজ লগাই থোৱা তেওঁৰ উল্লাটো হাতত ললে আৰু খঙত অধীৰ হৈ উঠা বিচলিত সকলৰ মাজত বহি বাঁহী বজাবলৈ লাগি গ'ল। বাঁহীৰ সুৰ আৰু গান ইমান সুমধুৰ আছিল যে চৰাইবিলাক মনে মনে থাকিল, বতাহ বলা বন্ধ হৈ গ'ল, পশুৰ পাল মাটিত শুই পৰিল আৰু মাজ আকাশত সূৰ্য্য স্থিৰ হৈ পৰিল। শ্ৰোতাসকলৰ প্ৰত্যেকৰে ধাৰণা হ'ল যেন ইতিমধ্যে তেওঁবিলাকৰ পাপ-তাপ সকলোবিলাক ঘৰৰ চালৰ তলত লোপ পাই গৈছিল।'

'পশুপালকজনে শিষ্যসকলক তিনিবছৰ শিক্ষা দিলে। চতুৰ্থবছৰৰ গ্ৰীষ্মকালত জলাহভূমিৰ পৰা মকৰা ভক্ষণ কৰা আৱলাবিলাকে আজোৰা আক্ৰমণ কৰিলে। নগৰে নগৰে গৈ পশুপালকজনে কৈ ফুৰিলে: 'কোনেও ঘৰৰ বাহিৰলৈ নোলাবাইক। নিজৰ মনৰ পাপৰ বিষয়ে হুচিয়াৰ হৈ থাকিবা। নিজৰ শুচিতা যেন কলংকিত নহয়। মানুহবিলাকে তেওঁৰ কথা শুনিলে। কিন্তু কিছুমান আছিল যিসকলে মকৰা ভক্ষণকাৰীসকলৰ বিৰোধিতা কৰিবলৈ বিচৰা নাছিল। বৰ্বৰবিলাকে ঘৰৰ চালৰ তলতে তেওঁবিলাকক বধ কৰিলে। তেতিয়া নগৰৰ মুখিয়ালসকল লগ লাগিল আৰু আলোচনা কৰিলে। তেওঁবিলাকে পশুপালকক ধৰি পাহাৰ-শিখৰৰ পৰা হ্ৰদলৈ পেলাই দিলে।'

ইমানদিন পশুপালকৰ শিক্ষাৱলী কেৱল আজোৰাতে নহয়, অনেক দেশতে বিয়পি পৰিছিল। আনকি সমুদ্ৰ-গৃহত বাস কৰা লোকসকলেও তেওঁৰ বংশীবাদন মূৰ্ত্তি পাহাৰ শিখৰত খোদাই কৰিছিল। কিন্তু কেইটামান উপজাতিৰ চৰ্দাৰসকলে পশুপালকৰ শিষ্যবিলাকক মৃত্যুদণ্ড দিছিল, কিয়নো তেওঁবিলাকৰ ধাৰণা হৈছিল যে পশুপালকৰ শিক্ষাৱলীৰ কোনো আগগুৰি নাই আৰু সেইবিলাক বৰ বিপদজনক। অৱশেষত তেওঁৰ ভবিষ্যত-বাণী ফলৱতী হোৱাৰ দিন আহিল। সেই সময়ৰ ইতিবৃত্তত কোৱা হৈছে:

চল্লিছ দিন আৰু চল্লিছ ৰাতি আকাশ পুত্ৰসকল তুমা-ৰ ওপৰত পৰিবলৈ ধৰিলে। গধূলিৰ পাছত তালৎচেৎলৰ নক্ষত্ৰত পাপৰ চকুৰ দৰে অসাধাৰণ দীপ্তিত জ্বলি উঠিছে। আকাশপুত্ৰসকল অনেকে মৃত অৱস্থাত পৰিল, পাহাৰৰ গাত লাগি অনেক টুকুৰা-টুকুৰ হৈ গ'ল, অনেক ডুবি গ'ল দক্ষিণ সাগৰত কিন্তু তুমা-পোৱাৰ পাছত অনেক জীয়াই থাকিল।"

"মাগাৎচিৎলৰ সেই ব্যাপক দেশান্তৰ যাত্ৰাৰ কথা ইতিবৃত্তত এইদৰে কোৱা আছে—তেওঁবিলাক হ'ল সেই পাৰ্থিব জাতিসকলৰ এটা, যি সকল বিশ বছৰ আগেয়ে মহা প্লাবনত ধ্বংসপ্ৰাপ্ত হৈছিল।"

"বস্তুৰ বিভাজন প্ৰক্ৰিয়াৰ শক্তিত চালিত হোৱা ব্ৰোঞ্জৰ তৈয়াৰী ডিম্বাকৃতি যন্ত্ৰত তেওঁবিলাকৰ আগমন হৈছিল। পৃথিবীৰ পৰা আহোঁতে তেওঁবিলাকক চল্লিছ দিন লাগিছিল"।

"এই বিৰাট ডিম্বাকৃতি বস্তুবিলাকৰ অনেক নক্ষত্ৰমণ্ডলৰ মাজত হেৰাই গৈছিল। অনেক মঙ্গলগ্ৰহ পোৱাৰ লগে লগে চূৰ্ণাকৃত হৈ গৈছিল। কেইটামান বিষুবৰেখাৰ কাষত মহাদেশৰ সমভূমিত নিৰ্বিঘ্নে নামিছিল।"

ইতিবৃত্তত আৰু কোৱা হৈছে :

সেই ডিম্বাকৃতি যন্ত্ৰবিলাকৰ যি সকল নাম আহিল তেওঁবিলাক আছিল দীৰ্ঘদেহী আৰু চুলিবিলাক আছিল ক'লা। আকাশ পুত্ৰবিলাকৰ মুখমণ্ডল আছিল চেপেটা আৰু পীতবৰ্ণ। দেহ আঁঠু পৰ্য্যন্ত ব্ৰোঞ্জৰ বৰ্ম্মৰে আবৃত। শিৰস্ত্ৰাণত ধাৰ থকা জোঙা ফণি আৰু সেই শিৰস্ত্ৰাণবিলাক মুখৰ ওপৰলৈ বিস্তৃত আছিল। আকাশপুত্ৰ সকলৰ বাঁও হাতত সৰু তৰোৱাল আৰু সোঁ-হাতত অনেক সংকেত চিহ্ন অংকিত সৰু সৰু কিতাপ ; যাৰ ফলত তুমা-ৰ দুৰ্ভগীয়া অজ্ঞ জনসাধাৰণৰ সৰ্বনাশ আনিছিল।

"এয়ে হ'ল মাগাৎচিৎল সকলৰ দুৰ্দ্দান্ত পৰাক্ৰমী জাতি। পৃথিৱীত এওঁবিলাকৰ বাসস্থান আছিল এশ সোণালী দ্বাৰ নগৰীত যি নগৰ পাছত সমুদ্ৰৰ বুকুত নিচিহ্ন হৈ গৈছিল।

"ব্ৰোঞ্জৰ কণীৰ ভিতৰৰ পৰা ওলাই তেওঁবিলাকে অৱলবিলাকৰ নগৰত প্ৰবেশ কৰি ইচ্ছামতে অধিকাৰ কৰিলে আৰু বিৰোধীসকলক হত্যা কৰিলে। থাচীৰ পালবোৰ পথাৰলৈ খেদি লৈ গ'ল আৰু নাদ খান্দিবলৈ ধৰিলে। মাটি চাহ কৰি য-ধানৰ খেতি কৰিলে। কিন্তু নাদবিলাকত পানী নিচেই কম আছিল। সেই কাৰণে শুকান অনুৰ্ব্বৰা মাটিত য-ধান নষ্ট হৈ গৈছিল।



তেতিয়া তেওঁবিলাকে অৱলবিলাকক সমভূমিলৈ গৈ জলসিঞ্চনৰ ডাঙৰ ডাঙৰ নলা আৰু জলাশয় তৈয়াৰ কৰিবলৈ আদেশ দিলে।"

"কিছুমান উপজাতিয়ে তেওঁবিলাকৰ আদেশ পালন কৰিলে। আনবিলাকে ক'লে 'আমি তেওঁবিলাকৰ আদেশ নামানো। আমি নবাগত-সকলক হত্যা কৰো আহাঁ।' অৱলৰ সৈন্যবাহিনীয়ে সমভূমিলৈ যাত্ৰা কৰিলে আৰু ধুমুহাৰ ডাৱৰৰ দৰে সমভূমিত বিয়পি পৰিল।"

নবাগতসকল সংখ্যাত তেনেই নগণ্য আছিল। কিন্তু তেওঁবিলাক আছিল পৰ্ব্বতৰ দৰে শক্তিশালী, সমুদ্ৰৰ ঢৌৰ দৰে পৰাক্ৰমী আৰু ধুমুহাৰ দৰে দুৰ্দ্দান্ত। অৱলৰ সৈন্যবাহিনীক তেওঁলোকে ছেদেলি-ভেদেলি কৰি দিলে। নগৰত জুই লগাই দিলে। থাচীৰ জাকবোৰ বিক্ষিপ্ত হৈ পৰিল। হিংস্ৰ চা-বিলাক জলাহৰ পৰা ওলাই আহি নাৰী আৰু শিশুবিলাকক টুকুৰা টুকুৰ কৰি কাটিলে। পৰিত্যক্ত ঘৰদুৱাৰৰ চাৰিওফালে মকৰাই জাল গুঁথিলে। শৱভুক ইথিবিলাকে ইমান বেছি খালে যে অৱশেষত সিহঁত লৰচৰ কৰিব নোৱাৰা হৈছিল। পৃথিবীৰ মহাপ্ৰলয়ৰ সময় ওচৰ চাপি আহিছিল।

"তেতিয়া মানুহৰ মনত পৰিল সেই দৈৱবাণীৰ কথা : "পাপৰ ওচৰলৈ যাওঁতে ছায়ামূৰ্ত্তি হৈ যাবা। তুমা-ৰ হে দুৰ্ভগীয়া সন্তানসকল, তেতিয়া আকাশ-পুত্ৰৰ ৰঙা চকুৱে তোমালোকৰ ছায়া বৃথাই অন্বেষণ কৰিব।" অৱলবিলাকৰ অনেকে চয়ামৰ গৰম পানীৰ উইঁলৈ যাত্ৰা কৰিলে। অনেকে যাত্ৰা কৰিলে পাহাৰলৈ। মনত আছিল কুঁৱলীয়ে আবৃত গিৰিসংকটতে উল্লাৰ পাপনাশক পবিত্ৰ সংগীত শুনাৰ দুৰন্ত কামনা। তেওঁবিলাকে নিজৰ ভিতৰতে তেওঁবিলাকৰ বয়-বস্তুবিলাক ভাগ কৰি লৈছিল। নিজৰ আৰু অন্যান্যসকলৰ মাজত তেওঁবিলাকে পুণ্যৰ সন্ধান কৰিলে আৰু সেই পুণ্যক অভ্যৰ্থনা জনালে সংগীত আৰু আনন্দৰ চকুলোৰে। লিজিয়াজিৰা পাহাৰত পশুপালকজনৰ শিষ্যসকলে এটি পবিত্ৰ মন্দিৰগৃহ নিৰ্মাণ কৰিলে। পাপ—সেই মন্দিৰগৃহত লুকাই থোৱা হ'ল। অনিৰ্ব্বাণ তিনিটি অগ্নিবৃত্তই সেই মন্দিৰগৃহক পহৰা দিছিল।'

অৱল সৈন্যবিলাক ধ্বংস পাইছিল। মকৰাভক্ষণকাৰী সকলোৱেই অৰণ্যৰ মাজত প্ৰাণ হেৰুৱালে। যিবিলাক মাছমৰীয়া মানুহ জীয়াই থাকিল তেওঁবিলাক দাস হ'ল। কিন্তু মাগাৎচিৎলসকলে পশুপালকৰ শিষ্যসকলক অবমাননা নকৰিলে। পবিত্ৰ মন্দিৰ গৃহ তেওঁবিলাকে আক্ৰমণ নকৰিলে।

...ক চয়ামৰ গৰম পানীত অথবা যত দিন তুপৰীয়া বতাহত উল্লাৰ ৰহস্যময় পবিত্ৰ সংগীতৰ ধ্বনি ভাহি উঠিছিল সেই গিৰিসংকটলৈ তেওঁবিলাক যোৱা নাছিল।

'এইদৰেই অনেক ৰক্তাক্ত বিষণ্ণ বছৰ পাৰ হৈ গল।'

নবাগতসকলৰ লগত কোনো তিৰোতা মানুহ নাছিল। সেই বিজেতা-সকলৰ কোনো বংশধৰ নোহোঁৱাকৈয়ে লোপ পালেহেতেন। আৰু সেই কাৰণেই পাহাৰত লুকাই থকা অৱলবিলাকৰ মাজত মাগাৎচিৎল সকলৰ এজন সুদৰ্শন দূত গৈ উপস্থিত হল গৈ। শিৰস্ত্ৰাণ বা তৰোৱাল একো নাছিল। হাতত বেচমৰ পেটি লগোৱা কেৱল এডাল লাঠি। পবিত্ৰ মন্দিৰ গৃহৰ অগ্নিৰ কাষলৈ গৈ গিৰিসংকটৰ পৰা অহা অৱলবিলাকক সম্বোধন কৰি কলে :

"মোৰ শিৰ মুক্ত, বুকু অনাবৃত। যদি মিছা কথা কওঁ তৰোৱালৰ আঘাতত মোক চূৰ্ণবিচূৰ্ণ কৰি দিবা। আমি পৰাক্ৰমী। তালাৎচেৎলৰ নক্ষত্ৰ আমাৰ কৰতলগত। আমি নক্ষত্ৰপথেৰে উৰি আহিছো যাক ছায়াপথ বুলি কব পাৰি। তুমা জয় কৰিছো বিৰোধীবিলাকক পৰাজয় কৰি। তুমাৰ অনুৰ্ব্বৰ সমভূমি সুফলা কৰিবৰ কাৰণে জলাশয় আৰু বিৰাট বিৰাট খাল খন্দাইছো। আমি চয়াৎচেবাৰ মহানগৰী অৰ্থাৎ সূৰ্য্যৰ মহানগৰী তৈয়াৰ কৰিম। যিসকলে জীয়াই থাকিবলৈ বিচাৰে তেওঁবিলাকক প্ৰাণ দিম। কিন্তু আমাৰ মাজত যেহেতু কোনো নাৰী নাই সেই কাৰণে বিধাতাৰ সেই নিৰ্দ্দেশ পূৰণ কৰাৰ আগতেই আমি লোপ পাম। আপোনালোকৰ কুমাৰী-সকলক আমাক দিয়ক। তেওঁবিলাকৰ গৰ্ভৰ মাজেদি এটা বিৰাট জাতিৰ সৃষ্টি কৰো। সেই জাতি বাস কৰিব তুমা মহাদেশত। আহক—আমাৰ মাজলৈ আহক, সেই নিৰ্মাণৰ কাৰ্য্যত সহযোগ কৰক।'

'বেচমৰ পেটি লগোৱা লাঠিডাল জুইৰ কাষত থৈ দূতজন পবিত্ৰ মন্দিৰ গৃহৰ ফালে মুখ কৰি বহিল। চকু মুদি আছিল। সকলোৱে দেখিলে তেওঁৰ কপালত তৃতীয় নেত্ৰ, তাৰ ওপৰত পাতল পৰ্দ্দা যেন চকুটো উথহি উঠিছে।

'অৱলাবিলাকে নিজৰ মাজতে কোৱা-কুই কৰিবলৈ ধৰিলে, 'পাহাৰত গৰুবিলাকে খাবৰ কাৰণে যথেষ্ট পৰিমাণৰ আহাৰ কম। পানীৰো অভাৱ। শীতকালত গুহাবোৰ গোটমাৰি যোৱাৰ অৱস্থা। ধুমুহাই আমাৰ পৰ্জাবিলাক উৰুৱাই নি গভীৰ গিৰিসংকটত পেলাই দিয়েগৈ। দূতৰ কথা বিশ্বাস কৰি পুৰণি ঘৰবাৰীলৈ উভতি যোৱা হওক।'



'অৱলাবিলাকে পাহাৰ পৰিত্যাগ কৰি লগত খাচীৰ পাল লৈ আজে... সমভূমিলৈ আহিল। তেওঁবিলাকৰ কুমাৰী গ্ৰহণ কৰি মাগাৎচিৎলবিলাকে তেওঁবিলাকে নিজৰ ঔৰসত এটা নীল পাৰ্ব্বত্য জাতিৰ জন্ম দিলে। তেওঁ-বিলাকে ৰো-ৰ যোল্লটা প্ৰকাণ্ড জলাশয় তৈয়াৰ কৰাৰ কাম আৰম্ভ কৰি দিলে—বৰফ গলিবৰ সময়ত মেৰু পাহাৰৰ পৰা নামি জলপ্ৰবাহক তাত আবদ্ধ কৰাৰ উদ্দেশ্যে। খাল খান্দি অনুৰ্ব্বৰা মাটিত জল সিঞ্চনৰ ব্যৱস্থা হ'ল।

পুৰণিৰ ভগ্নস্তূপত গঢ়ি উঠিল অৱলাসকলৰ নতুন নগৰ। প্ৰচুৰ শস্য উৎপাদন হবলৈ ধৰিলে পথাৰত।

'তাৰ পাছত চয়াৎচেবাৰ প্ৰাচীৰ তৈয়াৰ হ'ল। মাগাৎচিৎলসকলে প্ৰাচীৰ আৰু জলাশয় বিলাকৰ নিৰ্মাণৰ সময়ত অদ্ভুত যান্ত্ৰিক কৌশলেৰে পৰিচালিত বিৰাট বিৰাট ক্ৰেন ব্যৱহাৰ কৰিছিল। তেওঁবিলাকৰ জ্ঞান আছিল অতি মহান। প্ৰকাণ্ড প্ৰকাণ্ড শিলবিলাক আঁতৰাবলৈ অলপো কষ্ট নহ'ল। গছ-গছনি বৃদ্ধি পালে। ৰঙীণ বিন্দু আৰু তৰাৰ নিচিনা নানা চিহ্নৰে তেওঁবিলাকে তেওঁবিলাকৰ জ্ঞান বহীত লিখি থলে।

'পৃথিবীৰ পৰা শেষৰজন মানুহৰ মৃত্যুৰ লগে লগে জ্ঞানৰ লোপ পাইছিল। কেৱল বিশ হাজাৰ বছৰৰ পাছত আমি সেই পাৰ্ব্বত্য জাতিৰ বংশধৰসকলে আটলান্টিয়ানসকলৰ ৰহস্যময় লিপিৰ পাঠোদ্ধাৰ কৰিছো।'

## হঠাৎ আৱিষ্কাৰ

গধূলি একো কৰিবলৈ নথকাত গুচেভে ইটো কোঠাৰ পৰা সিটো কোঠালৈ ঘূৰি ফুৰিছিল। ঘৰটো ডাঙৰ আছিল। জাৰৰ পৰা যাতে হাত সাৰিব পাৰি—তেনেদৰে সজোৱা। অনেক বাৰাণ্ডা, খটখটী, মুকলি ঘৰ, গেলেৰী। কিন্তু সকলোতে শূন্য নীৰবতা বিৰাজ কৰিছিল। ঘৰবোৰৰ মাজে মাজে গুচেভ ঘূৰি ফুৰিছিল আৰু চুককোণ বিলাক চাই ফুৰিছিল। অৱশেষত এটা হুমুনিয়া কাঢ়ি গুচেভে ভাবিলে :

"এই পাষণ্ডবোৰ খুউব ভাল ভাবেই থাকে। কিন্তু কি বিৰক্তিকৰ।"

—ঘৰটোৰ ইটো প্ৰান্তত কাৰোবাৰ মাত শুনা গল। ৰান্ধনি-ঘৰত কাটা-চামুচ আৰু বাচন-বৰ্ত্তনৰ শব্দ শুনা গ'ল। ঘৰৰ পৰিচালক জনে—খেংখেঙীয়া কথাৰে কাৰোবাক গালি পাৰিছিল। গুচেভ ৰান্ধনি-ঘৰলৈ গ'ল। তলৰ ফালে খিলি মৰা এটা ঘৰ। পিছফালে কেইটামান পাত্ৰৰ ওপৰত তেলৰ জলন্ত শিখা। দুৱাৰমুখত থিয় হৈ গুচেভে দীঘলীয়াকৈ নিশ্বাস ললে। পৰিচালকজন আৰু ৰান্ধনিজনে তেওঁবিলাকৰ মাজত হোৱা বকবকনি বন্ধ কৰি তেওঁৰ ওচৰৰ পৰা আঁতৰি গল।

"বৰ ধোঁৱা, বুজিছা, বৰ ধোঁৱা" ৰুচ ভাষাতেই কলে গুচেভে। "স্তোভৰ ওপৰত ঠিক ভাবে এটা ডাঙৰ মুখলগা চিম্‌নি লগাই দিয়াৰ দৰকাৰ। তোমালোক বুৰ্ব্বক, আৰু তোমালোকে নিজকে মঙ্গলগ্ৰহনিবাসী বুলি কোৱা।"

দুয়োজনৰ ভীতিগ্ৰস্ত মুখৰ ফালে চাই কান্ধ জোকাৰি তেওঁ বাহিৰলৈ গ'ল। আৰু শিলৰ খটখটীৰ ওপৰত বহি এটি চিগাৰেট জ্বলাই ললে।

ঘাঁহনিখনৰ ইটো মূৰত—যত হাবিখন আৰম্ভ হৈছিল—চিঞৰি লৰ মাৰি মাৰি বেবাই থকা থাচীবিলাকক ইটাৰ চালিৰ ফালে খেদি নিছিল। গোহালিৰ পৰা ঘাঁহনিৰ পথেৰে হাতত দুটা কঁড়িয়া লৈ এজনী ছোৱালী তেওঁৰ ফালে আগবাঢ়ি আহিল। বতাহে তাইৰ হালধীয়া ব্লাউজটো আৰু উজ্জ্বল ৰঙা চুলিৰ ওপৰৰ ধেমেলীয় টুপীটোৰ ৰঙা ফিটাবিলাক কঁপাই তুলিছিল। ছোৱালীজনী মাজ পথত ৰৈ গৈছিল। কঁড়িয়া দুটা থৈ তাই হাতৰ কিলা-কুটিৰে চকু দুটা ঢাকি কিবা পোক এটা খেদিবলৈ ধৰিলে। বতাহত তেওঁৰ স্কাৰ্টটো ওপৰলৈ উঠি গ'ল। তললৈ পেট পেলাই ছোৱালীজনীয়ে হাঁহি দিলে আৰু তৎক্ষণাতে কঁড়িয়া দুটা বুটলি লৈ ঘৰটোলৈ দৌৰ মাৰি আহিল। গুচেভক দেখি উজ্জ্বল সৰু সৰু দাঁত কেইটা উলিয়াই তাই হাঁহি দিলে।

গুচেভে তেওঁক ইথশ্‌কা বুলি মাতিছিল। কিন্তু প্ৰকৃততে তাইৰ নাম নাম আছিল ঈথা। পৰিচালকজনৰ ভতিজা জীয়েকজনী আনন্দময়ী ধূসৰ নীলা আৰু শকত ছোৱালী আছিল।

লৰমাৰি গুচেভক পাৰ হৈ যাওঁতে তেওঁৰ ফালে চাই ছোৱালীজনীয়ে নাক কোঁচাই গ'ল। গুচেভৰ মন গৈছিল মৰম কৰিবলৈ আৰু মৰমতে তাইক অকণমান আঘাত কৰিবলৈ। কিন্তু চম্ভালি লৈ তেওঁ বহি বহি চিগাৰেট হুপি-বলৈ ধৰিলে আৰু অপেক্ষা কৰিলে।



তেওঁ অপেক্ষা কৰা বৃথা নহ'ল, কিয়নো অলপ পাছতে হাতত এটা পাচি আৰু এখন কটাৰী লৈ ঈথশ্‌কা ঘূৰি আহিছিল। আকাশ-পুত্ৰৰ পৰা অনতি-দূৰত বহি তাই চকু টিপিয়াই টিপিয়াই শাকপাতবোৰ চাফা কৰিবলৈ ধৰিলে। এই আটাইবিলাক লক্ষ্য কৰাৰ পাছত ধাৰণা হয় ছোৱালীজনী খুব ধেমেলীয়া।

"তোমালোকৰ দেশৰ সকলো ছোৱালীৰে ৰঙ নীলা কিয় ?" গুচেভে ৰুচ ভাষাতে সুধিলে। "ঈথশ্‌কা তুমি বৰ অঁকৰা, জীৱন কাক কয় তুমি একো নাজানা।"

ঈথাই উত্তৰ দিলে। আৰু কি আচৰিত, গুচেভে তাৰ অৰ্থ বুজি পালে।

"আমি স্কুলত পবিত্ৰ ইতিহাস পঢ়িছিলো। তাত পাইছিলো আকাশপুত্ৰ সকল বৰ ভয়ানক। কিন্তু কিতাপৰ ভুল যেন অনুমান হৈছে। তোমালোক অলপো ভয় লগা নোহোৱা।"

"সেইটো সত্য। আমি ভেঁড়াৰ দৰেই শান্তশিষ্ট।" চকুৰ টিপ মাৰি গুচেভে কলে।

ঈথাই খিলখিলাই হাঁহি দিলে আৰু তাইৰ কটাৰীৰ পৰা শাকৰ টুকৰা-বোৰ ছিটিকি পৰিল।

"মোৰ দদাইদেৱে কয় যে আকাশপুত্ৰ সকলে চকুৰ দৃষ্টিৰে মানুহক ভস্মীভূত কৰিব পাৰে। কিন্তু এতিয়া তেনেকুৱা যেন ধাৰণা হোৱা নাই।"

"হয় নেকি ? তোমাৰ কি ধাৰণা হৈছে ?"

"শুনক, আপোনালোকৰ ভাষা বুজি নাপাওঁ। আমাৰ ভাষাত উত্তৰ দিয়কচোন।" ঈথশ্‌কাই কলে।

"তোমালোকৰ ভাষা বৰ অদ্ভুত যেন শুনো।"

"কি কলে ?" কটাৰীখন মাটিত থৈ ঈথাই ইমান হাঁহিবলৈ ধৰিলে যেন হাঁহি হাঁহি পেটৰ নাৰী ছিগি যাব। "কিন্তু মই ভাবো ৰঙা নক্ষত্ৰৰ আপোনা-লোকো আমাৰ নিচিনাই।"

গল খেকাৰি মাৰি গুচেভে তাইৰ কাষ চাপি বহিল। পাচিটো তুলি ঈথা অলপ আঁতৰি গল। এটা কাঁহ মাৰি গুচেভ আৰু কাষচাপি গ'ল। ঈথাই কলে:

"খটখটীত এইদৰে ঘঁহি থাকিলে তোমাৰ পোছাক ফাটি যাব।"

হয়তো ঈথাই কথাটো অন্য ভাবে কৈছিল আৰু গুচেভে এইদৰেই বুজি ললে।

তেতিয়া গুচেভ একেবাৰে কাষচাপি বহিছিল। ঈথশ্‌কাই এটি দীর্ঘ-নিশ্বাস পেলালে। মুখটো একাষে হেলনীয়া হৈ গল। আগতকৈয়ো জোৰে আকৌ দীর্ঘ নিশ্বাস পেলালে। দ্রুত ভাবে চাৰিওফালে চাই গুচেভে তেওঁৰ কান্ধত হাত থলে! ঈথাই পাছলৈ হেলনীয়া হৈ বহিল। লগে লগে বহল চকু মেলি তেওঁৰ ফালে চালে। গুচেভে খুব জোৰেৰে ঈথাৰ ওঁঠত এটা চুমা খালে। ঈথাই পাচিটো আৰু কটাৰীখনত জোৰেৰে খামুচি ধৰিলে।

"হ'ল নে ঈথশ্‌কা?" গুচেভে কলে। তাই ততাতৈয়াকৈ থিয় হ'ল আৰু লৰ মাৰিল।

গোঁফত তাও দি দি গুচেভে মৃদু মৃদু হাঁহিবলৈ ধৰিলে। সূর্য্য অস্ত গৈছিল। আকাশত তৰাব চিকমিকনি। নোমাল অকণমান কিবা জন্তু এটাই খটখটীৰ ওচৰলৈ আহি উজ্জ্বল চকু দুটিৰে গুচেভৰ ফালে চাবলৈ ধৰিলে। গুচেভে লৰচৰ কৰাৰ লগে লগে ফিচ্‌ফিচ্‌ শব্দ কৰি জন্তুটো অদৃশ্য হৈ গ'ল।

"ওহো এইবিলাক ধেমালি নহব।" এই বুলি কৈয়েই পেটিত এটা টান মাৰি গুচেভ কোঠাটোলৈ সোমাই আহিল। হঠাৎ বাৰান্দাত ঈথশ্‌কাৰ লগত মুখামুখি হৈ গ'ল। গুচেভে ইঙ্গিত দিয়াৰ লগে লগে দুয়োজনে একে-লগে বাৰান্দাৰ মাজেদি যাবলৈ ধৰিলে। গুচেভে অতি কষ্টৰে মঙ্গলগ্রহৰ ভাষাত ভোৰ ভোৰাই কবলৈ ধৰিলে:

"প্রয়োজন হলে মই তোমাক বিয়া কৰাম, ঈথশ্‌কা। মই যি কওঁ তাকে তুমি মানি চলিব লাগিব।" ঈথাই দেৱালৰ ফালে মুখ ঘূৰালে। গুচেভে জোৰেৰে তাইৰ হাতত খামোচ মাৰি ধৰিলে। 'হৈছে হৈছে, ওফোন্দ পাতিব নেলাগে। এতিয়াই বিয়া কৰোৱা নাই নহয়। শুনা, মই আকাশ-পুত্র। ইয়াত ল'ৰা ধেমালি কৰিবলৈ অহা নাই। তোমালোকৰ দেশত আমাৰ জৰুৰী কাম আছে। কিন্তু ইয়াত আমি নতুন মানুহ। তোমালোকৰ ভাব-ভংগী একো বুজি নাপাওঁ। তুমি আমাক সহায় নকৰিলে নহব। তুমি কেৱল মিছা কথা নকবা। কোৱাচোন তোমালোকৰ প্রধান গৰাকী কোন?"

"আমাৰ প্রধান গৰাকী?" গুচেভৰ কথাটো বুজিবলৈ চেষ্টা কৰি ঈথাই কলে। "তেওঁ সমগ্র তুমা মহাদেশৰ শাসনকর্ত্তা।"

"তুমি নোকোৱা?" গুচেভ বৈ গ'ল। "তুমি মিছা কথা নিশ্চয় কোৱা



নাই!" (তেওঁ কাণখন খজুৱাই ললে।) "তেওঁৰ উপাধি কি? ৰজা অন্য কিবা? তেওঁৰ কাম কি?"

"তেওঁৰ নাম তুম্বুৰ। তেওঁ আইলিতাৰ দেউতাক। তেওঁৱেই উচ্চতম পৰিষদৰ মুখিয়াল।"

"ওঁ, বুজি পাইছো।" নিশব্দে কেইখোজ মান আগবাঢ়ি গ'ল গুচেভ।

"বাৰু ঈথশ্‌কা, সেই ঘৰটোত মই এখন পর্দা দেখিবলৈ পাইছো। মই তাক আকৌ এবাৰ চাব খুজিছো। তাৰ কাম কি মোক এবাৰ দেখুৱাব পাৰিবা নে?"

তেওঁবিলাকে আৰামী চকীৰে সজ্জিত এটা ঠেক ঈষৎ-অন্ধকাৰ কোঠাত প্রবেশ কৰিলে। দেৱালত এখন চিক্‌মিকীয়া আইনা জিলিকি উঠিল। পর্দা-খনৰ ওচৰত এখন আৰামী চকীত গুচেভে আসন গ্রহণ কৰিছিল। ঈথাই কলে:

"আকাশ পুত্রই কি চাবলৈ ইচ্ছা কৰিছে?"

"মোক নগৰখন দেখুওৱা।"

"এতিয়া বহুত পলম হ'ল। কাৰখানা আৰু দোকানবিলাক বন্ধ হৈ গ'ল। আলিবাটত এতিয়া আৰু কোনো নাই।—আশাকৰো তুমি আমাৰ আমোদ-প্রমোদ চাবলৈ ভাল পাবা!

"তেনেহলে তাকেই দেখুওৱা।"

চুইচ-বোর্ডৰ এটা বিন্ধাত প্লাগটো লগাই দীঘল এডাল বছীৰ এমূৰত ধৰি ঈথা আৰামী চকীখনলৈ আঁতৰি আহিল, যিখনত গুচেভে হাতভৰি মেলি আৰাম কৰিছিল, বছীডালত এটা টান মাৰি ঈথাই কলে: "উৎসব হৈছে চাওক।"

হাজাৰ হাজাৰ মানুহৰ কণ্ঠস্বৰ আৰু চিঞৰ-বাথৰত গোটেই কোঠাটো মুখৰিত হৈ গল। পর্দাখন জিলিকি উঠিল। পর্দাখনৰ ওপৰ ভাগত দেখা গল আইনাৰ দৰে এখন ঘৰৰ চাল। পতাকা পোষ্টাৰ আৰু বেলেগ বেলেগ ৰঙৰ ধোঁৱামষ় ডাৱৰত পোহৰৰ বিৰাট ৰেখা আহি পৰিছিল। তলত বিশাল জনসমুদ্র দেখা গৈছিল। অ'ত ত'ত তলে ওপৰে বাদুলিৰ দৰে পাখিলগা মূর্ত্তিবিলাক ইফালে সিফালে ঘূৰি ফুৰিছিল। তাৰ পাছত আইনাৰ বৃত্তাকাৰ ঘৰ, পৰস্পৰ ভেদ কৰা পোহৰৰ ৰেখা আৰু আনন্দ

[illegible] জনতা ধীৰে ধীৰে আঁতৰি গৈছিল আৰু সকলো ধূলিৰ কুঁৱলীত অস্পষ্ট হৈ পৰিছিল।

"তেওঁবিলাকে কি কৰিছে?" গুচেভে চিঞৰি কলে কোঢ়ালৰ মাজতে।

তেওঁবিলাকে পবিত্ৰ ধোঁৱা সেৱন কৰিছে। এই ধোঁৱাৰ ডাৱৰবিলাক খাভ্ৰাৰ ধোঁৱা। এইবিলাক অতি পবিত্ৰ মহাৰ্ঘ। অমি ইয়াক অমৰত্বৰ ধোঁৱা বুলি কওঁ। খাভ্ৰা সেৱন কৰাবিলাকে আচৰিত সপোন দেখে। ধাৰণা হয় তেওঁবিলাক যেন চিৰদিন জীয়াই থাকিব। তেওঁবিলাকে আশ্চৰ্য্য-জনক বস্তুবিলাক দেখে আৰু বুজি পায়। অনেকে উল্লাৰ শব্দও শুনিবলৈ পায়। ঘৰত খাভ্ৰা সেৱন কৰিলে মৃত্যুদণ্ড বিহা হয়। উচ্চতম পৰিষদেহে খাভ্ৰা সেৱনৰ অনুমতি দিয়ে। এই ঘৰটোত আমাক বছৰি বাৰ বাৰ খাভ্ৰা সেৱন কৰিবলৈ অনুমতি দিয়া হয়।"

"আনবিলাকে কি কৰিছে?"

"তেওঁবিলাকে লটাৰীৰ ঢোলত সংখ্যাৰ সন্ধান কৰিছে। আজি প্ৰত্যেকেই এটা সংখ্যা বিচাৰি লব পাৰে। যিজনে শুদ্ধ সংখ্যাটো বিচাৰি লব তেওঁ ভৱিষ্যতলৈ একো কাম কৰিব নালাগে। উচ্চতম পৰিষদে তেওঁক এটা ধুনীয়া ঘৰ, এখন পথাৰ আৰু দহোটা খাচী আৰু এখন পাখিলগা নাও দিব। সঠিক নম্বৰটো বিচাৰি লোৱা প্ৰকৃততে বৰ টান।

গুচেভক এই গোটেইখিনি কথা ব্যাখ্যা কৰি দিয়াৰ পাছত ঈথাই তেওঁৰ আৰামী চকীখনৰ হাতলত বহিল। গুচেভে ঈথাৰ ককালত সাৱটি ধৰিলে। ঈথাই তেওঁৰ আবেষ্টনীৰ পৰা মুক্ত হবলৈ চেষ্টা কৰি ব্যৰ্থ হ'ল আৰু নীৰৱ হৈ বহি থাকিল। পৰ্দাত ওলোৱা বস্তুবিলাক দেখি গুচেভ অবাক হ'ল আৰু চিঞৰি কলে, "তুমি সেইবিলাক আগেয়ে দেখিছানে? সেইবোৰ চোৱাচোন।" অৱশেষত তেওঁ ঈথাক আন কিবাকিবি দেখুৱাবলৈ কলে।

ঈথাই আৰামী চকীখনৰ হাতলৰপৰা উঠি চুইচ-বোৰ্ডখনকে লিৰিকি বিদাৰি থাকিল। তেওঁ বিষ্কাত স্থমোৱাবৰ বাবে প্লাগ্‌বোৰ পোৱা নছিল। যেতিয়া ঈথাই গুচেভৰ কাষলৈ ঘূৰি আহি আৰামী চকীখনৰ হাতলত পুনৰ বহিলহি আৰু হাতৰ ৰছীডালৰ বুটামত এনেয়ে পিটিকি আছিল তেতিয়া তাইৰ মুখখন হতভম্ব হোৱা যেন দেখা গৈছিল। গুচেভে তাইৰ মুখলৈ চাইছিল আৰু মিচিকি মিচিকি হাঁহিছিল। ঈথাৰ ভীষণ ভয় লাগিছিল।



"তোমাৰ বিয়া কৰোৱাৰ উপযুক্ত বয়স হৈছে। বুজিছা বাৰ্দ্ধে।"

ঈথশকাই দূৰলৈ চাই এটি হুমুনিয়া কাঢ়িলে। গুচেভে তাইৰ পিঠিত হাত ফুৰাবলৈ ধৰিলে। মেকুৰীৰ দৰে কোমল আছিল তাইৰ পিঠি।

"মৰমী গাভৰুজনী মোৰ, মোৰ নীলা-কুমাৰী।"

"এইটো চোৱা। এইটো বৰ আমোদজনক।" ক্ষীণ কণ্ঠৰে ৰছীডাল টনাৰ পাছত তাই কলে।

এজন মানুহৰ পিঠি অংশটোৰ দ্বাৰা পৰ্দাখনৰ অৰ্দ্ধেক ঢাক খাই গল। কাৰোবাৰ ধীৰ কঠিন কণ্ঠস্বৰ শুনিবলৈ পোৱা গ'ল। সেই পিঠি অংশটো আঁতৰি গৈছিল। গুচেভে কোঠাটোৰ একেবাৰে এমূৰত এটা বৰ্গাকৃতি খুটাৰ ওপৰত বৃত্তাকাৰ ওখ ঘৰৰ অংশ দেখিবলৈ পালে। দেৱালখনৰ এটা অংশ সোণোৱালী আখৰ আৰু জ্যামিতিক সংখ্যাৰে আকীৰ্ণ হৈ আছিল। নিম্নাংশত তলমূৰ কৰি বহি থকা মঙ্গলগ্ৰহনিবাসী সকলক দেখা গৈছিল, যিসকলক গুচেভে প্ৰথম আহিবৰ দিনা অন্ধকাৰ ঘৰটোৰ খটখটীত দেখিবলৈ পাইছিল।

আইলিতাৰ দেউতাক তুস্কুৰ্ ব্ৰোকেডৰে ঢাকি থোৱা টেবুলখনৰ মূৰত থিয় হৈ আছিল। যেতিয়া তেওঁ পাতল ওঁঠ দুখন লৰচৰ কৰিছিল তেতিয়া সোণোৱালী কাৰুকাৰ্য্য কৰা পোছাকটোৰ ওপৰত তেওঁৰ ক'লা ডাঢ়ি-বিলাক কঁপি উঠিছিল। তেওঁক বৰ কঠিন যেন অনুভৱ হৈছিল যেনিবা শিলৰ পৰাহে তৈয়াৰী। তেওঁৰ ধীৰ নিষ্প্ৰভ চকুহুটি সন্মুখৰ পৰ্দাখনত নিবদ্ধ আছিল, তুস্কুৰে কথা কৈ আছিল। কথাবোৰ বুজিব পৰা নহলেও বৰ ভয়লগা আছিল। তেওঁ 'তলৎচেৎল' কথাটো কেইবাবাৰো উচ্চাৰণ কৰিছিল আৰু হাতৰ কাগজৰ স্থুৰাটোৰে টেবুলত আঘাত কৰিছিল। তেওঁৰ বিপৰীত ফালে বহি থকা শেঁতা বহল মুখৰ মঙ্গলগ্ৰহনিবাসী এজন হঠাতে জাপ মাৰি উঠিল। ঢেলা চকুকেইটা তুস্কুৰৰ ওপৰত নিবদ্ধ কৰি তেওঁ চিঞৰি উঠিল:

"তেওঁলোক নহয়, তুমি হে!"

ঈথশ্‌কা আতংকিত হৈ উঠিল। তেওঁ পৰ্দাখনৰ মুখামুখিকৈ আছিল। যেতিয়া আকাশ-পুত্ৰই তেওঁৰ পিঠিত হাত বুলাই আছিল তেতিয়া দেখা নাছিল আৰু শুনা নাছিল। কিন্তু পৰ্দাত মঙ্গলগ্ৰহনিবাসী জনৰ চিঞৰ আৰু গুচেভে বাৰে বাৰে কৰা 'কি হৈছে? তেওঁবিলাকে কি কথা পাতিছে?"

প্ৰশ্নই তাইক আতংকিত কৰি তুলিলে আৰু মুখমেলি পৰ্দ্দাখনৰ ফালে চাই থাকিল তাই। কৰুণভাবে কিবা এটা কোৱাৰ পাছত তাই ৰছীডাল টানি দিলে।

পৰ্দ্দাখন নিষ্প্ৰভ হৈ গ'ল।

"মোৰ ভুল হৈ গ'ল। মই ভুল ভাবে সংযোগ কৰিলো। উচ্চতম পৰিষদৰ গোপন কথা শুনিবলৈ কোনেও সাহস কৰিব নোৱাৰে। ঈথশ্‌কাৰ দাঁতবোৰ কৰ্‌কৰাবলৈ ধৰিলে। তাই তাইৰ ৰঙা চুলিকোচা টানি হতাশাৰে কবলৈ ধৰিলে, "মোৰ ভুল হৈ গ'ল, এইটো মোৰ দোষ নহয়। তেওঁবিলাকে মোক চিৰ তুষাৰৰ গুহালৈ পঠিয়াই দিব।"

"শুনা, শুনা ঈথশ্‌কা, মই কাকো কবলৈ নাযাওঁ। গুচেভে তেওঁক কাষলৈ টানি আনিলে আৰু এংগৰাৰ মেকুৰীৰ দৰে মিহি কোমল চুলিত হাত বুলাই দিবলৈ ধৰিলে। ঈথশ্‌কা শান্ত হৈ পৰিছিল। তাই চকু দুটি মুদি দিলে।

"মূৰ্খ অকণমানি, মানুহ নে মেকুৰী পোৱালি! অঁকৰা নীলা ছোৱালী।"

তেওঁ লাহে লাহে তাইৰ কাণৰ পাছ ফালে খজুৱাই দিবলৈ ধৰিলে; তেওঁ জানিছিল যে সেই উত্তেজনাটো তাই উপভোগ কৰিছিল। ঈথশ্‌কাই ভৰি কেইটা কোঁচাই আনিলে। তাইৰ চকুকেইটা জন্তুটোৰ দৰে জিলিকি উঠিল, যি জন্তুটো তেওঁ পাছ ফালৰ বাৰাণ্ডাতে দেখিবলৈ পাইছিল। গুচেভে মনে মনে অলপমান ভয় খালে।

ঠিক সেই মুহূৰ্ত্তত তেওঁবিলাকে হলঘৰত লচ আৰু আইলিতা অহা গম পালে। ঈথশ্‌কা আৰামী চকীখনৰ পৰা উঠি দুৱাৰৰ ফালে আগবাঢ়ি গ'ল।

সেই ৰাতি লচৰ শোৱনী কোঠালৈ গৈ গুচেভে কলে:

"আমাৰ বিৰুদ্ধে কিবা এটা ষড়যন্ত্ৰ হব ধৰিছে।" তেওঁ কলে। "মই এজনী ছোৱালীৰ দ্বাৰা পৰ্দ্দাখনৰ চুইচত টিপা মৰোৱাইছিলো। আৰু দুৰ্ভাগ্যক্ৰমে আমি উচ্চতম পৰিষদৰ কথাবাৰ্ত্তা শুনিবলৈ পাইছিলো। মই খুব ভালকৈ বুজি পাইছো যে আমি নিশ্চয় সাৱধান হব লাগিব। মই ইয়াত থিয় হৈ থকাটো যি দৰে সত্য—সেইদৰেই সিহঁতে যে আমাক হত্যা কৰিব সেই কথাটোও সত্য। আমাৰ শেষ পৰিণতি বৰ বেয়া।"

লচে তেওঁৰ কথালৈ কাণ দিয়া নাছিল। তেওঁ স্বপ্নাতুৰ ভাবে তেওঁৰ



নগৰীয়াজনলৈ চাই আছিল। তেওঁৰ হাত দুখন মূৰৰ তলত কোঁচাই থোৱা আছিল।

সকলোবিলাক যাদুৰ নিচিনা লাগিছে আলেক্সই ইভানভিচ্‌। লাইটটো নুমুৱাই দিয়া।

গুচেভ কিছু সময় নীৰৱ হৈ থাকিল।

"বাৰু" গুচেভে ভোৰভোৰাই কলে।

তাৰ পাছত তেওঁ শুবলৈ গল।

## এটি ৰাতিপুৱা ঃ আইলিতাৰ

খুউব ৰাতিপুৱা আইলিতাই সাৰ পালে। কিলাকুটিত ভেজা দি তাই এনেয়ে শুই আছিল। সেই ঠাইৰ ৰীতি অনুযায়ী শোৱনী কোঠাৰ মাজভাগত এখন ওখ মঞ্চত চাৰিওফালে মুকলি তেওঁৰ খাটখন। স্তম্ভৰ নিচিনা চিলিঙিখন মাৰ্ব্বল খোদিত ওখ স্কাইলাইটত পৰিণত হৈছে যাৰ মাজেদি ৰাতিপুৱাৰ পোহৰ আহি কোঠাটোত প্ৰবেশ কৰিছিল। দেৱালৰ শেঁতা মোজাইক ছবি অন্ধকাৰৰ কাৰণে দেখিবলৈ পোৱা নগৈছিল। পোহৰৰ ৰেখা আহি পৰিছিল কেৱল পৰিষ্কাৰ বগা চাদৰত, গাৰুত আৰু হাতৰ ওপৰত ন্যস্ত আইলিতাৰ ধূসৰ মূৰত।

ৰাতিটো তেওঁ ভাল ভাবে কটাব পৰা নাছিল। অদ্ভুত আৰু ভয়াবহ সপোনবোৰৰ খেলিমেলি ছবিবোৰে তেওঁৰ নিমিলিত চকুৰ ওপৰেদি ভাহি গৈছিল। তেওঁৰ খুব পাতল টোপনি আহিছিল। সমগ্ৰ নিশাটো শুই শুই আমনিলগা সপোনবোৰ দেখিছিল যেন তাইৰ বোধ হৈছিল। আচৰিত হৈ ভাবিছিল—ইমান সপোন তেওঁ দেখিছিলেই বা কিয়।

যেতিয়া স্কাইলাইটৰ মাজেদি ৰাতিপুৱাৰ সূৰ্য্যৰ পোহৰ দেখিবলৈ পোৱা গ'ল, তেতিয়া হুমুনিয়া কাঢ়ি আইলিতা বিচনাৰ পৰা উঠিল আৰু নিষ্পন্দ হৈ বিচনাত বহি থাকিল। তেওঁৰ চিন্তা পৰিষ্কাৰ আছিল, কিন্তু তথাপিও ৰক্তপ্ৰবাহত এটা ব্যাকুলতাৰ ভাব। এইটো বৰ দুঃখজনক আছিল।

"ৰক্তপ্ৰবাহৰ এই ব্যাকুলতা, মনৰ খেলিমেলি ভাব—এইবিলাক অতীতৰ

অভিজ্ঞতাৰ মাজলৈ মিছাকৈয়ে ঘূৰি যোৱা। ৰক্তপ্ৰবাহৰ ব্যাকুলতা— তাৰ অৰ্থ গুহাৰ মাজলৈ ঘূৰি যোৱা, থাচীৰ পাল আৰু কেম্পৰ জুইলৈ ঘূৰি যোৱা। বসন্তৰ মৃদু বতাহ, ব্যাকুলতা, আৰু জন্ম। জীৱৰ জন্ম দিয়া, পালন কৰা তাৰ পাছত আকৌ মৃত্যু আৰু সমাধি। আকৌ মাতৃত্বৰ যন্ত্ৰণা আৰু ব্যাকুলতা। অৰ্থহীন, অন্ধ প্ৰজনন।"

আইলিতাই সেইদৰেই ভাবিলে। তেওঁৰ চিন্তা আছিল জ্ঞানীৰ নিচিনা, কিন্তু ৰক্তপ্ৰবাহত তেতিয়াও অধীৰ ব্যাকুলতা। বিচনাৰ পৰা উঠি খেৰবে তৈয়াৰী চটি জোতা পিন্ধি উন্মুক্ত কান্ধত পাছাকটো লৈ তেওঁ গা-ধোৱা ঘৰলৈ গ'ল। গা ধোৱা ঘৰত সকলো কাপোৰ-কানি সোলোকাই থৈ খুউব টানকৈ চুলিকোছা বান্ধি তেওঁ চৌবাচ্চাত নামিল।

একেবাৰে তলৰ ঢাপত আইলিতা বৈ গল। থিৰিকীৰ মাজেদি অহা ৰ'দত থিয় হৈ থাকিবলৈ কিমান যে ভাল লাগে! দেৱালত পোহৰৰ খেলা। নীলা পানীৰ মাজত নিজৰ ছাঁটো লক্ষ্য কৰিলে আইলিতাই। পোহৰৰ এটা ৰেখা আহি তেওঁৰ পেটত পৰিছিল। বিতৃষ্ণাত তেওঁৰ ওপৰৰ ওঁঠ কপি উঠিল। তেওঁ পুনৰ শীতল পানীত জাপ দিলে।

গা ধুই খুউব ভাল লাগিছিল। মনৰ মাজলৈ পুনৰ ৰাতিপুৱাৰ কাম-কাজ কৰাৰ চিন্তা ঘূৰি আহিছিল। প্ৰতিদিনাই ৰাতিপুৱাই তেওঁ দেউতাকৰ লগত কথা পতা এটা নিয়ম আছিল। সেই কাৰণে তেওঁৰ ঘৰত এখনি সৰু আইনা আছিল।

আইনাৰ সন্মুখত বহি তেওঁ মূৰ ফণিয়ালে। মুখ, ডিঙি আৰু হাতত সুগন্ধি ক্ৰীম আৰু ফুলৰ ৰেণু সানি ললে। সন্দিগ্ধ দৃষ্টিৰে নিজকে লক্ষ্য কৰাৰ পাছত তেওঁ এবাৰ মুখ গোমোঠা কৰিলে। পৰ্দাৰে সৈতে সৰু টেবুলখন টানি আনিলে আৰু সংকেত-বোৰ্ডৰ বুটাম টিপিলে।

ধোঁৱাময় পৰ্দাত জিলিকি উঠিল দেউতাকৰ পঢ়া কোঠালি। কিতাপৰ আলমাৰি, আৰু তিনিসিৰীয়া ঘূৰি থকা আইনাত প্ৰতিবিম্বিত হৈ উঠা মানচিত্ৰ আৰু নানা ধৰণৰ ছবি দেখিবলৈ পোৱা গ'ল। ঘৰৰ ভিতৰলৈ সোমাই আহি তুস্কুৱে টেবুলৰ কাষত বহিল আৰু কিলাকুটিৰে পাণ্ডুলিপি কেইখনমান আঁতৰাই আইলিতাৰ চকুলৈ চাই পঠিয়ালে। পাতল দীঘল ওঁঠৰ একোণত মিচিকিয়া হাঁহি এটা মাৰি তেওঁ সুধিলে।

"আইলিতা তোমাৰ টোপনি কেনে হৈছিল?"



"ওঁ। ঘৰৰ সকলোৱে ভাল।"

"আকাশ-পুত্ৰ সকলে কি কৰিছে?"

"তেওঁবিলাকো আৰামতে আছে। এতিয়ালৈকে সাৰ পোৱা নাই।"

"তেওঁবিলাকৰ পঢ়াশুনা হৈছে নে?"

"নাই। ইঞ্জিনিয়াৰজনে নিয়াৰীকৈ কথা কব পাৰে। তেওঁৰ লগৰীয়াজনে যিথিনি জানিছে যথেষ্ট।

"তেওঁবিলাকে এই ঘৰ পৰিত্যাগ কৰি যাবলৈ ইচ্ছা কৰে নেকি?"

"ওঁহো, নকৰে।"

উত্তৰটো আইলিতাই বৰ ততাতৈয়াকৈ দিলে। নিষ্প্ৰভ চকু দুটি মেলি বিস্ময়ান্বিত হৈ তুস্কুৱে আইলিতালৈ চালে। সেই দৃষ্টিৰ সন্মুখত আইলিতাই চকীখনত যিমান পাৰে সিমানখিনি আঁতৰি বহিল। তেওঁৰ দেউতাকে কলে:

"কথাটো বুজিবলৈ টান পালো......"

"কি বুজি পোৱা নাই? মোক সকলো কথা কিয় কোৱা নাই পিতা। তেওঁবিলাকক কি কৰিম বুলি ভাবিছা? তোমাৰ শপত..."

আইলিতাই কথাটো শেষ কৰিব নোৱাৰিলে। তুস্কুৰ মুখখন ভীষণ ক্ৰোধত বিকৃত হৈ উঠিল। আইনাখন ম্লান হৈ পৰিল। তথাপিও আইনাৰ ধূসৰ বুকুলৈ চাই থাকিল আইলিতাই। তেওঁ দেউতাকৰ সেই মুখখন দেখিবলৈ পালে যিখন আইলিতা আৰু সমস্ত জীৱৰ কাৰণে অতি ভয়াবহ।

আইলিতাই আগতকৈও বেছিকৈ আমনি বোধ কৰিলে। বিস্ফোৰিত চকুৰে তেওঁ আইনাৰ প্ৰতিবিম্বত নিজকে বুজিবৰ বাবে চেষ্টা কৰিলে। তেওঁৰ ৰক্তপ্ৰবাহত এটা অৰ্থহীন ব্যাকুলতাই খেলা কৰি গ'ল। "এইটো বৰ বেয়া, বৰ অৰ্থহীন।"

আগদিনা ৰাতি সপোনত দেখাৰ দৰেই আকাশ-পুত্ৰৰ মূৰ্ত্তি তেওঁৰ চকুৰ আগত ভাহি উঠিল। সপোনত দেখাৰ দৰেই বলিষ্ঠ সেই মুখ, বৰফৰ দৰে ঢপঢপীয়া বগা চুলি, অস্থিৰ মুখৰ ভাব বাৰে বাৰে বদলি হৈ গৈছিল বিনা কাৰণে, চকুযুৰি কেতিয়াবা করুণ, কেতিয়াবা স্নিগ্ধ, তাত পৃথিবীৰ, সূৰ্য্যৰ, পৃথিবীৰ জলবায়ুৰ আভাস, সেই চকু হিমাবৃত অতল গহ্বৰৰ দৰে ভয়লগা; ধুমুহাৰ অস্থিৰতা তাত বিৰাজ কৰিছিল।

আইলিতাই মূৰ জোকাৰিলে। যন্ত্ৰণাত বুকুখন ছটফটাই উঠিছিল। হাউলি গৈ চুইচবোৰ্ডত প্লাগ লগাই দিলে। ধোঁৱাময় পৰ্দাত দেখিবলৈ পালে। বহুত গাৰুৰ মাজত বহি টোপনিয়াই থকা সোতোৰ মোতোৰ পৰা ছালৰ এজন বৃদ্ধ মানুহৰ মূৰ্ত্তি। কোমল কম্বলৰ ওপৰত কুঞ্চিত হৈ থকা তেওঁৰ হাতৰ ওপৰত থিৰিকীৰে অহা পোহৰ পৰিছিল। চক্ খাই বুঢ়ালোকজনে ওলমি পৰা চচ্‌মাযোৰ ঠিক কৰি ললে। চচ্‌মাৰে সৈতে আইনাৰ ফালে চাওঁতে তেওঁৰ দন্তহীন মুখত হাঁহি দেখিবলৈ পোৱা গ'ল।

"কোৱা বাছা, কি কব খুজিছা?"

"গুৰুদেৱ, মন বৰ ব্যাকুল হৈ উঠিছে" আইলিতাই কলে। "ঠিক মতে একো ভাবিব পৰা নাই। এনেকুৱা হোৱাটো মই কামনা কৰা নাই। ভয় লাগিছে, কিন্তু মই একো কৰিব পৰা নাই।"

"আকাশ-পুত্ৰই তোমাৰ অস্থিৰতাৰ কাৰণ?"

"হয়। তেওঁৰ যিখিনি মই বুজিব পৰা নাই, সেইখিনিয়েই মোক অস্থিৰ কৰি তুলিছে। গুৰুদেৱ, এই মাত্ৰ দেউতাৰ লগত কথা পাতিলো। দেউতা বিচলিত। মই অনুমান কৰিছো, উচ্চতম পৰিষদৰ লগত কাঁজিয়া হৈছে। তেওঁবিলাকে কিবা এটা ভয়াবহ সিদ্ধান্ত লয় বুলি মোৰ ভয় লাগিছে। সেই কাৰণেই আপোনাৰ সহায় বিচাৰিছো।"

"তুমি এইমাত্ৰ কলা আকাশ-পুত্ৰই তোমাৰ অস্থিৰতাৰ কাৰণ। তেওঁ একেবাৰে নোহোৱা হৈ গলেই ভাল হয়।"

"কেতিয়াও নহয়।" লগে লগে চমুকৈ উত্তৰ দিলে আইলিতাই।

ভ্ৰুকুঞ্চিত ভাবে বৃদ্ধলোকজনে চালে আৰু শীৰ্ণ ওঁঠ দুটি কামুৰি ধৰিলে।

"তোমাৰ চিন্তাৰ ধৰণ-কৰণ মই একো ধৰিব পৰা নাই, আইলিতা। তোমাৰ কথাবাৰ্ত্তাত যিদৰে যুক্তি আছে সেইদৰে খেলিমেলিও নোহোৱা নহয়।

"মইও সেইটোকেই ভাবিছো।

"সেইটোৱেই তোমাৰ অপৰাধৰ প্ৰকোষ্ঠ প্ৰমাণ। উচ্চতম চিন্তা সদায় স্পষ্ট, আবেগ বিহীন, তাত খেলিমেলিৰ কোনো ভাব নাথাকে। তুমি যি কোৱা তাকে কৰিম। তোমাৰ দেউতাৰৰ লগতো কথাবাৰ্ত্তা হৈ চাম। তেখেতো বৰ আবেগপ্ৰৱণ মানুহ, পাছত হয়তো এনেকুৱা এটা কাম কৰি পেলাব যিটো বুধিয়ক আৰু ন্যায়সঙ্গত নহব।"



"মই সেই আশাকেই কৰিছো।"

"অস্থিৰ নহবা আইলিতা, ধীৰ স্থিৰ হোৱা। নিজৰ মনৰ ভিতৰখন এবাৰ ভালদৰে তলকি চোৱা। তোমাৰ ইমান ব্যাকুলতা কিয়? কপালত ভাৱৰৰ দৰে ৰক্তৰ গভীৰৰ পৰা উদ্গত হৈছে আদিম স্মৃতি; এইটো—অতীত জীৱনৰ প্ৰতি থকা তৃষ্ণা। তোমাৰ ৰক্তপ্ৰবাহত বিদ্ৰোহৰ ঢৌ......"

"গুৰুদেৱ, তেওঁ মোক অন্য ভাবে বিৰক্ত কৰি তুলিছে।"

"তোমাৰ মনৰ মাজত তেওঁ যিমান মহান ভাবেই জগাই নোতোলক লাগে যেতিয়াই তোমাৰ মনত নাৰীত্বৰ ভাব জাগি উঠিব তেতিয়াই তোমাৰ মৃত্যু হব। আইলিতা, নিৰ্ব্বিকাৰ জ্ঞানেহে কেৱল—সকলো প্ৰাণীৰ অমোঘ মৃত্যুৰ চিন্তা—ক্লেদ আৰু কামনাৰ নাগপাশত আৱদ্ধ জড় দেহৰ বিনষ্টৰ চিন্তা—জীৱনৰ ক্ষীণ অভিজ্ঞতাত নিৰাসক্ত তোমাৰ শুদ্ধ আত্মাই কেতিয়া চেতনাৰ সীমাৰেখা অতিক্ৰম কৰি নিৰ্ব্বাণ লাভ কৰিব তাৰ প্ৰতীক্ষাই একমাত্ৰ আনন্দ, সুখ, আৰু তুমি বিচাৰিছা প্ৰত্যাবৰ্ত্তন। বাছা, এই মোহ পৰিত্যাগ কৰি চলা প্ৰয়োজন। পাহাৰৰ পৰা পৰি আহিবলৈ সহজ। কিন্তু উঠাটো সময় সাপেক্ষ আৰু কষ্টকৰ। তুমি জ্ঞান হেৰুৱালে নহব।"

কথাখিনি শুনাৰ পাছত আইলিতাই তলমূৰ কৰিলে।

হঠাৎ তেওঁ বাসনাত ব্যাকুল চকু আৰু কম্পিত অধৰৰে কলে: "গুৰুদেৱ, আকাশ-পুত্ৰই কৈছে যে পৃথিৱীত জ্ঞান, যুক্তি আৰু বুদ্ধিতকৈও এটা ডাঙৰ বস্তু আছে। সেইটো কি মই বুজি পোৱা নাই। সেই কাৰণেই মোৰ ইমান অস্থিৰতা। কালি আমি হ্ৰদলৈ গৈছিলো। ৰক্ত নক্ষত্ৰ পৰিষ্কাৰ হৈ উঠিছিল। সেইটোলৈ দেখুৱাই কৈছিল 'ভালপোৱাৰ কুঁৱলীয়ে ইয়াক আবৃত কৰি ৰাখিছে। যি মানুহে এবাৰ ভাল পাবলৈ শিকিছে তেওঁ কেতিয়াও নমৰে।' বাসনাত মোৰ অন্তৰ বিদীৰ্ণ হৈ উঠিল গুৰুদেৱ।"

বৃদ্ধ লোকজনে মুখখন গোমোঠা কৰি বহুত সময় নীৰৱ হৈ থাকিল। কেৱল জীৰ্ণ শীৰ্ণ হাতৰ আঙুলিবিলাক থৰথৰ কৰি কঁপিবলৈ ধৰিলে।

"ভালেই বাৰু," অৱশেষত তেওঁ কলে। "আকাশ-পুত্ৰই তেনেহলে তোমাক জ্ঞানামৃত দিয়ক। সকলো জানি লোৱাৰ আগতে মোক যেন আকৌ আমনি নকৰিবা। কিন্তু সাৱধানে থাকিবা।"

আইনাৰ পোহৰ নোহোৱা হৈ গ'ল। ঘৰৰ ভিতৰত কোনো শব্দ নাই। কোঁচৰ পৰা ৰুমালখন লৈ মুখখন মচি খুব সাৱধানে তন্ন তন্নকৈ নিজকে

এবাৰ লক্ষ্য কৰিলে আইলিতাই। ভ্ৰূ-যুগল সংকুচিত হৈ পৰিল। এটা সৰু কাস্কেট খুলি হাউলি গৈ এটা বস্তু আনি ডিঙিত পিন্ধিলে। বস্তুটো আছিল এটা মূল্যবান ধাতৱত লগাই থোৱা ঈগ্ৰিৰ সৰু শুকান হাতৰ তলুৱা। ইয়াক বিপদত পৰা তিৰোতা মানুহৰ ৰক্ষাকবচ বুলি বিশ্বাস কৰা হৈছিল।

এটা দীৰ্ঘনিশ্বাস পেলাই আইলিতা লাইব্ৰেৰীৰ ফালে আগবাঢ়ি গ'ল। থিৰিকীৰ কাষত বহি লচে কিতাপ পঢ়ি আছিল। তেওঁ আইলিতাক দেখি থিয় হ'ল। আইলিতাই তেওঁৰ ফালে চালে। এজন প্ৰকাণ্ড, মৰমিয়াল অথচ চিন্তাত বিব্ৰত মানুহ। এটা উত্তপ্ত ভাবাবেগত তেওঁৰ অন্তৰ ভৰি পৰিল। বুকুৰ ওপৰত থকা অদ্ভুত জন্তুটোৰ তলুৱাখনৰ ওপৰত হাত থৈ তাই কলে:

"কালি অটলাণ্টিয়ানসকলৰ কাহিনী কম বুলি কৈছিলো। কওঁ, বহকহি আহক।"

## আইলিতাৰ দ্বিতীয় গল্প

আইলিতাই আৰম্ভ কৰিলে: বৰ্ণৰঞ্জিত পুথিসমূহত আমি যি পঢ়িছিলো শুনা:

সেই দূৰ অতীতত পৃথিবীৰ কেন্দ্ৰস্থান আছিল 'শত স্বৰ্ণদ্বাৰ নগৰী' যি থন পাছত সমুদ্ৰৰ অতল গৰ্ভত লীন গৈছিল। এই ঠাইৰ পৰাই বহু দূৰ দূৰণিলৈ জ্ঞান আৰু বিলাসৰ মোহ বিয়পি পৰিছিল। পৃথিবীৰ বিভিন্ন জাতিক ই আকৰ্ষণ কৰিছিল আৰু তেওঁবিলাকৰ অন্তৰত আদিম মোহ আৰু লোভৰ সৃষ্টি কৰিছিল, কিন্তু এটা সময়ত তৰুণ বংশধৰসকলে শাসনকৰ্ত্তাসকলক আক্ৰমণ কৰিলে আৰু নগৰখন অধিকাৰ কৰিলে। সভ্যতাৰ পোহৰ ম্লান হৈ গ'ল। পাছত আকৌ জিলিকি উঠিল, বিজেতাসকলৰ নতুন তেজেৰে শক্তিমন্ত হৈ আগতকৈও উজ্জ্বল হৈ পৰিল। অনেক শতাব্দী পাৰ হৈ গ'ল। পুনৰ দলে দলে অঘৰী জাতিৰ লোকে ডাৱৰৰ দৰে এই অনন্ত নগৰীখন ঢাকি ধৰিলে।



'শত স্বৰ্ণদ্বাৰ নগৰীৰ' প্ৰথম প্ৰতিষ্ঠাপক আছিল আফ্ৰিকাৰ জেম্‌জে উপজাতিৰ নিগ্ৰোসকল। তেওঁবিলাকে নিজকে সুদূৰ অতীতৰ গোয়ানদান মহাদেশত বাস কৰা কৃষ্ণ-জাতিৰ কনিষ্ঠতম বংশধৰ বুলি ভাবিছিল। গোয়ানদান প্ৰশান্ত মহাসাগৰৰ প্লাৱনত ধ্বংস হৈ যায়। কৃষ্ণ জাতিৰ যি সকল বাচি থাকিল তেওঁবিলাকো বিভিন্ন উপজাতিৰ মাজত বিভক্ত হৈ পৰিল। তেওঁলোকৰ অনেকে আকৌ বনৰীয়া জীৱনযাপন কৰিবলৈ বাধ্য হ'ল। তথাপিও নিগ্ৰোসকলৰ ৰক্তপ্ৰবাহত অতীতৰ মহান স্মৃতি জীয়াই থাকিল।

জেম্‌জে জাতিৰ লোকসকল আছিল শক্তিমন্ত আৰু ওখ। তেওঁবিলাকৰ এটা অসাধাৰণ শক্তি আছিল, যেনেকৈ চুম্বকে আন এডোখৰ চুম্বকৰ অস্তিত্বক গম ধৰিব পাৰে সেইদৰেই তেওঁলোকে প্ৰকৃতিক আৰু বস্তুৰ ৰূপ দূৰৰ পৰাই অনুমান কৰিব পাৰিছিল। এই বিশেষ গুণটো যেতিয়া তেওঁবিলাকে বিষুবীয় অঞ্চলৰ ডাঠ অৰণ্যৰ এন্ধাৰ গুহাত বাস কৰিছিল তেতিয়া তেওঁলোকে আহৰণ কৰিছিল।

বিষাক্ত গোথ মাখিবিলাকে জেমজেসকলক অৰণ্যৰ পৰা বিতাড়িত কৰিলে। যেতিয়ালৈকে সুবিধাজনক ঠাই পোৱা নাছিল তেতিয়ালৈকে তেওঁবিলাকে পশ্চিমৰ ফালে যাবলৈ ধৰিছিল আৰু অৱশেষত দুয়োফালে দুখন ডাঙৰ নৈৰ দ্বাৰা বিধৌত পাহাৰীয়া সমভূমিত বসবাস আৰম্ভ কৰিলে। পৰ্ব্বতবিলাকত প্ৰভূত ফলমূল, চিকাৰ, সোণ, টিন আৰু তাম পোৱা গৈছিল। অৰণ্য, পৰ্ব্বত আৰু শান্ত নদীবিলাক আছিল অতীৱ সুন্দৰ আৰু সৰ্ব্বনশীয়া বেমাৰ আজাৰ'তাত একো নাছিল।

বনৰীয়া জন্তুবিলাকৰ পৰা ৰক্ষা পাবৰ কাৰণে তেওঁবিলাকে চাৰিওফালে বিৰাট বিৰাট দেৱাল সাজিলে আৰু তেওঁবিলাকে যে তাত বসতি স্থাপন কৰিছে সেইটো দেখুৱাবৰ বাবে প্ৰস্তৰৰ এটা বিৰাট মূৰ্ত্তি তৈয়াৰ কৰিলে।

পিৰামিডটোৰ একেবাৰে শীৰ্ষত তেওঁবিলাকে এটা স্তম্ভ তৈয়াৰ কৰিছিল। স্তম্ভটোত ক্লিংলি চৰাইৰ পাখিৰে সজ্জিত কৰা হৈছিল। দেশান্তৰৰ সময়ত গোথ মাখিৰ হাতৰ পৰা ৰক্ষা কৰিছিল তেওঁবিলাকক এই চৰাইয়েই। জেম্‌জে উপজাতিৰ মুখিয়াল লোকসকলে তেওঁবিলাকৰ মূৰত এই চৰাইৰ পাখি সজাই লৈছিল আৰু নিজৰ নামো চৰাইৰ নামৰে দিছিল।

এই সমভূমিৰ পশ্চিমলৈ ৰঙা চৰ্ম্মৰ অঘৰী জাতিৰ লোকসকল বাস কৰিছিল। জেম্‌জে জাতীয় লোকসকলে তেওঁবলাকক আক্ৰমণ কৰিলে

আৰু তেওঁবিলাকক বন্দী কৰিলে ; তেওঁবিলাকক মাটি চহাবলৈ, ঘৰ বনাবলৈ আৰু ধাতব পদাৰ্থ আৰু সোণ তুলিবলৈ লগালে। সেই নগৰৰ কথা বহুদূৰলৈকে জনাজাত হৈ পৰিছিল। ৰক্তচৰ্মৰ মানুহবিলাক ভীষণ ভীতিগ্ৰস্ত হৈ পৰিল। কিয়নো জেম্‌জেবিলাক শক্তিশালী আৰু বুদ্ধিমান আৰু কাঠৰ বক্ৰ অংশৰ সহায়ত কেনেকৈ শত্ৰুক নিধন কৰিব লাগিছিল জানিছিল। তেওঁবিলাকে ডাঙৰ ডাঙৰ নদীবিলাকো নাওৰ সহায়ত পাৰ হৈছিল আৰু ৰক্তচৰ্মৰ মানুহ-বিলাকৰ পৰা কৰ কাটল আদায় কৰিছিল।

জেম্‌জেবিলাকৰ বংশধৰসকলে নল খাগৰিৰে চাল আৰু ঘূৰণীয়া ঘূৰণীয়া প্ৰস্তৰ খণ্ডৰে নিৰ্মিত ঘৰদুৱাৰ সাজি নগৰখনৰ শোভাবৰ্দ্ধন কৰিলে। তেওঁবিলাকে উলৰ সহায়ত অতি উত্তম কাপোৰ তৈয়াৰ কৰিছিল। তেওঁবিলাকৰ ভাৱৰাশিক চিত্ৰৰ সহায়ত তেওঁবিলাকে ধৰি ৰাখিছিল। আৰু এই কৌশলটো অতি পুৰণি কালৰে পৰা তেওঁবিলাকৰ জনা আছিল।

বহুতো শতিকাৰ পাছত ৰক্তচৰ্মৰ মানুহবিলাকৰ মাজত এজন মহান মুখিয়াল লোকৰ আবিৰ্ভাব হৈছিল। তেওঁক উৰু বুলি কোৱা হৈছিল। নগৰখনত জন্মগ্ৰহণ কৰিলেও যৌবনকালত তেওঁ ঢৈপৰ অঘৰী চিকাৰী জাতিৰ লগ লাগিছিল। তেওঁ লগত অসংখ্য যোদ্ধা সংগ্ৰহ কৰি এদিন ধুমুহাৰ দৰে নগৰখন আক্ৰমণ কৰিলে।

জেম্‌জে জাতিৰ লোকসকলে নগৰখন ৰক্ষা কৰিবলৈ তেওঁবিলাকৰ জ্ঞানৰে ঢুকি পোৱা সকলো উপায় ব্যৱহাৰ কৰিলে। তেওঁবিলাকে জুই ব্যৱহাৰ কৰিলে, মহবিলাকক পগলা কৰি শত্ৰুৰ মাজত এৰি দিলে, আৰু শত্ৰুৰ ওপৰত বুমেৰাং ব্যৱহাৰ কৰিলে। কিন্তু ৰক্তচৰ্মৰ লোকসকল সংখ্যাত অধিক শক্তিশালী আছিল। লোভত তেওঁবিলাক উন্মত্ত হৈ উঠিছিল। তেওঁবিলাকে নগৰখন অধিকাৰ কৰাৰ পাছত ধ্বংস কৰিলে। উৰুৱে নিজকে পৃথিবীৰ শাসনকৰ্তা বুলি ঘোষণা কৰিলে। তেওঁ ৰক্তচৰ্মৰ যোদ্ধাসকলক জেম্‌জৰ কুমাৰীসকলক গ্ৰহণ কৰিবলৈ আদেশ দিলে। ধ্বংসপ্ৰাপ্ত জাতিটোৰ অৰণ্যত আশ্ৰয় লোৱা অৱশিষ্ট লোকসকলে বিজেতাসকলৰ দাসত্ব কৰিবলৈ নগৰলৈ ঘূৰি আহিল।

"ৰক্তচৰ্মৰ লোকসকলে জেম্‌জেবিলাকৰ জ্ঞান, শিল্পকলা আৰু ৰীতিনীতি আয়ত্ত কৰি ললে। তেওঁবিলাকৰ মাজত জন্ম হ'ল অনেক প্ৰশাসক আৰু



বিজেতাৰ। আৰু দূৰৰ পৰাই বস্তুৰ প্ৰকৃতি সম্পৰ্কে অনুমান কৰিব পৰা ক্ষমতা সঞ্চাৰিত হ'ল পুৰুষানুক্ৰমিক ভাবে।

"উৰু বংশৰ সেনাপতিসকলে তেওঁবিলাকৰ ৰাজ্য বিস্তাৰ কৰিলে আৰু পশ্চিমৰ অঘৰীবিলাকক ধ্বংস কৰি প্ৰশান্ত মহাসাগৰৰ উপকূলত শিল আৰু মাটিৰে পিৰামিড্ সজালে। তেওঁবিলাকে নিগ্ৰোবিলাকক পুব ফালে বহু দূৰলৈকে ঠেলি নিলে আৰু নাইজাৰ আৰু কঙ্গো নৈৰ পাৰত আৰু এসময়ত চাহাৰা মৰুভূমিলৈকে বিস্তৃত হৈ পৰা ভূমধ্যসাগৰৰ শিলাময় উপকূলত দুৰ্ভেদ্য দুৰ্গ তৈয়াৰ কৰিলে। এই যুগটোক যুদ্ধ আৰু নিৰ্মাণৰ যুগ বুলি কব পাৰি। জেম্‌জেবিলাকৰ দেশখনক হামাগন্ বুলি কব পাৰি।

"নগৰখনৰ চৌদিশে এখন নতুন দেৱাল তৈয়াৰ কৰা হৈছিল। তাত সোণৰ পাতেৰে সজোৱা এশখন দুৱাৰ আছিল। লোভ আৰু কৌতূহলৰ বশবৰ্ত্তী হৈ জাকে জাকে মানুহ তালৈ গোটেই পৃথিবীৰ পৰা আহিবলৈ ধৰিলে। বাজাৰত ভ্ৰমণ কৰি ফুৰা আৰু দেৱালৰ তলত তম্বুতৰি থকা মানুহবিলাকৰ মাজত এটা নতুন জাতিৰ মানুহ দেখিবলৈ পোৱা গ'ল। তেওঁবিলাকৰ গাৰ ৰঙ ঘন জলফাইৰ দৰে আছিল, চকু সৰু আৰু উজ্জ্বল আছিল আৰু নাক চৰাইৰ ঠোঁটৰ দৰে বেঁকা আছিল। তেওঁলোক আছিল বৰ বুদ্ধিয়ক আৰু অত্যন্ত ধূৰ্ত্ত। তেওঁবিলাকে নগৰত কেনেকৈ প্ৰবেশ কৰিলে কোনেও নাজানিছিল। কিন্তু সেই সময়তে এটা নতুন পুৰুষৰ উদ্ভব হৈছিল। শত স্বৰ্ণদ্বাৰ নগৰীৰ বিজ্ঞান আৰু বাণিজ্য এই সৰু জাতিটোৰ হাতলৈ গৈছিল। তেওঁবিলাকে নিজকে 'আমৰ পুত্ৰ' বুলি দাবী কৰিছিল।

"আমৰ পুত্ৰসকলৰ" ভিতৰত যি সকল আটাইতকৈ জ্ঞানী আছিল তেওঁবিলাকে জেম্‌জেবিলাকৰ পুৰণি লিপিৰ পাঠোদ্ধাৰ কৰিলে আৰু বস্তুৰ প্ৰকৃতিক অনুমান কৰা ক্ষমতাৰ চৰ্চ্চা কৰিলে। তেওঁবিলাকে মাটিৰ তলত 'নিদ্ৰিত নিগ্ৰো শিৰ'ৰ নামত উৎসৰ্গীকৃত মন্দিৰ তৈয়াৰ কৰিলে আৰু ৰোগ নিৰাকৰণ কৰি, ভাগ্য গণনা কৰি আৰু বিশ্বাসীসকলক মৃতকৰ ছায়ামূৰ্ত্তি দেখুৱাই তেওঁবিলাকৰ অসংখ্য অনুগামী তৈয়াৰ কৰিলে।

"ধন-সম্পদ আৰু জ্ঞানৰ কাৰণে আমৰ সন্তানসকলে দেশৰ প্ৰশাসনীয় কাৰ্য্যতো সোমাই পৰিল। তেওঁবিলাকে অনেক জাতি উপজাতিক জয় কৰি নিজৰ ফলীয়া কৰিলে আৰু নতুন বিশ্বাসৰ দোহাই দি দেশৰ ভিতৰে বাহিৰে

বহুদূৰলৈকে, বিদ্ৰোহৰ কাৰণে উচটনি দিলে। ফলত উক্ত ৰাজত্বৰ ওৰ পৰিছিল আৰু আমৰ পুত্ৰসকলৰ হাতলৈ ক্ষমতা হস্তান্তৰিত হৈছিল।

"সেই সময়তেই প্ৰথম ডাঙৰ ভূমিকম্প হয়। পৰ্ব্বতৰ চাৰিওফালে জুইৰ শিখা বিস্তৃত হৈ পৰিছিল আৰু সমগ্ৰ আকাশ ছাইৰে ঢাক খাই পৰিছিল। আটলাণ্টিছ মহাদেশৰ দক্ষিণৰ এক বিৰাট অংশ সমুদ্ৰৰ গৰ্ভত নিমজ্জিত হৈছিল। উত্তৰফালে সমুদ্ৰ গৰ্ভৰ পৰা উদ্ভৱ হৈ শিলাময় দ্বীপ ভূখণ্ডৰ লগ লাগি ইউৰোপীয় সমভূমিৰ সৃষ্টি কৰিলে।

"উক্ত বংশৰ দ্বাৰা ধ্বংসপ্ৰাপ্ত আৰু পৰাজিত অনেক জাতিৰ সংস্কৃতি গঢ়ি তোলাত আমৰ পুত্ৰসকল কৃতকাৰ্য্য হৈছিল। তেওঁবিলাকৰ যুদ্ধত প্ৰবৃত্তি নাছিল। পৰিবৰ্ত্তে 'নিদ্ৰিত নিগ্ৰো' শিৰ ৰ প্ৰতীক সম্বলিত জাহাজত মচলা, কাপোৰ, সোণ, হাতীদাঁত আদি বোজাই কৰি ধৰ্ম্মবিশ্বাসী সকলে সদাগৰ আৰু চিকিৎসকৰ বেশ ধৰি দূৰ দূৰান্তৰলৈ যাত্ৰা কৰিছিল। ব্যৱসায় কৰিছিল, যাদুমন্ত্ৰৰ সহায়ত অসুস্থ আৰু পঙ্গুসকলক আৰোগ্য কৰিছিল। তেওঁবিলাকৰ পণ্যদ্ৰব্য ৰক্ষাৰ কাৰণে তেওঁবিলাকে প্ৰত্যেক দেশতে পিৰামিডৰ দৰে ডাঙৰ ডাঙৰ পকাঘৰ সাজিছিল আৰু ওপৰত "নিদ্ৰিত নিগ্ৰো শিৰ"ৰ প্ৰতীক খোদিত কৰিছিল। সেইদৰেই তেওঁবিলাকে তেওঁলোকৰ ধৰ্ম্মপ্ৰচাৰ কৰিছিল। তেওঁবিলাকৰ আগমনৰ কোনোবাই প্ৰতিবাদ কৰিলে জাহাজৰ পৰা ব্ৰোঞ্জৰ বৰ্ম পৰিহিত ৰক্তচৰ্মৰ সৈন্য দলে দলে নামি আহিছিল, হাতত আছিল পাখি-লগোৱা ঢাল, মূৰত জোঙা শিৰস্ত্ৰাণ। তেতিয়া থলুৱা মানুহবিলাক ভীতিগ্ৰস্ত হৈ উঠিছিল।

"সেইদৰেই পুৰণি জেমজে দেশখন বিস্তৃত আৰু সুদৃঢ় হৈছিল। কিন্তু তেতিয়া ইয়াক আটলাণ্টিছ বুলিহে কোৱা হ'ল। দূৰ প্ৰাচ্যৰ ৰক্তচৰ্মবিলাকৰ দেশত প্লিংলিগুৱা নামৰ দ্বিতীয় প্ৰধান নগৰখন গঢ়ি তোলা হ'ল। আটলাণ্টিয়ান সদাগৰবিলাকে পুবে ভাৰতবৰ্ষলৈকে জাহাজেৰে যাত্ৰা কৰিলে য'ত তেতিয়াও ক'লা চৰ্মৰ মানুহে আসন কৰি আছিল। তেওঁবিলাকে এছিয়াৰ পূৰ্ব উপকূললৈ গৈছিল য'ত দৈত্যপ্ৰায় বহল আৰু হালধীয়া মুখৰ মানুহবিলাকে তেওঁবিলাকৰ জাহাজত ডাঙৰ ডাঙৰ শিল দলিয়াবলৈ ধৰিছিল।

"নিদ্ৰিত শিৰ"ৰ ধৰ্ম্ম সকলোলৈকে মুক্ত আছিল, ইয়াক শক্তিৰ প্ৰধান দেৱতা হিচাবে গণ্য কৰা হৈছিল। কিন্তু ইয়াৰ অৰ্থ আৰু গূঢ় তত্ত্ব ৰহস্যাবৃত গোপন আছিল। আটলাণ্টিয়ানবিলাকে জেমজে বিলাকৰ জ্ঞান



বৃক্ষৰ চৰ্চ্চা কৰিছিল আৰু যি পথে সমগ্ৰ জাতিটোক ধ্বংসৰ মুখলৈ লৈ যায় সেই পথৰ পৰা আঁতৰত নাছিল।

তেওঁবিলাকে কৈছিল:

"প্ৰকৃত পৃথিবীখন দৃশ্যমান নহয়, ইয়াক অনুভৱ কৰিব নোৱাৰি। ই অশ্ৰাব্য, ইয়াৰ স্বাদ বা ঘ্ৰাণ লব নোৱাৰি। যুক্তিৰ গতিয়েই হ'ল প্ৰকৃত জগত। সেই গতিৰ প্ৰাথমিক আৰু শেষ লক্ষ্য অনিৰ্ব্বচনীয়। বুদ্ধি হ'ল সেই বস্তু যি শিলতকৈও কঠিন, পোহৰতকৈও দ্ৰুত। শান্তিৰ অন্বেষণত সকলো বস্তুৰে যুক্তিও জঠৰ বা জড় অৱস্থাপ্ৰাপ্ত হয়। ইয়াৰ গতিও হৈ পৰে ধীৰ। এই পৰিণামটোকেই বস্তুলৈ বুদ্ধিৰ ৰূপান্তৰ বুলি কোৱা হয়। গভীৰ জঠৰ অৱস্থাৰ কোনো এটি পৰ্যায়ত যুক্তি জুই, বায়ু পানী আৰু মাটিলৈ ৰূপান্তৰিত হয়। সেই চাৰিটাই মৌলিক বস্তু যাৰ দ্বাৰা দৃশ্যমান জগতখন তৈয়াৰ হৈছে। বস্তু বুদ্ধিৰ সাময়িক সংহতি। বস্তুৰেই সংহত বুদ্ধিৰ মূলকেন্দ্ৰ, ঠিক বিদ্যুতৰ গোলকৰ নিচিনা যিটো ধুমুহাবিক্ষুব্ধ বতাহৰ সংহত অৱস্থা। স্ফটিকৰ মাজত চৰম স্থিৰাৱস্থাই বুদ্ধিৰ অৱস্থিতি। গ্ৰহাকাশত বুদ্ধিৰ অৱস্থান চৰম গতিৰ মাজত। যুক্তিৰ এই দুটি অৱস্থাৰ মাজত মানুহ হ'ল সেতু। মানুহৰ যোগেদিয়েই এই দৃশ্যমান জগতত যুক্তিৰ ধাৰা প্ৰবাহিত হৈছে। মানুহৰ ভৰিয়েই হ'ল স্ফটিকৰ উৎস। উদৰ—সূৰ্য্য, চকু—নক্ষত্ৰ, আৰু শিৰ হলগৈ সেই পিয়লা যাৰ দিগন্তত বিয়পি পৰিছে নিখিল বিশ্ব।

"মানুহ হ'ল পৃথিবীৰ শাসনকৰ্ত্তা। মৌলিক পদাৰ্থ আৰু তাৰ গতি মানুহৰ অধীন। যেনেকৈ মাটিৰ পাত্ৰৰ ফাঁটৰ মাজেদি পোহৰৰ ৰশ্মি উৎসাৰিত হয় সেইদৰেই যুক্তিৰ পৰা উৎসাৰিত হোৱা শক্তিৰ দ্বাৰা সিঁহতক মানুহে শাসন কৰে।

"আটলাণ্টিয়ানসকলে এইবিলাক কথাকেই কৈছিল। সাধাৰণ মানুহে তেওঁবিলাকৰ শিক্ষা বুজিব নোৱাৰিলে। কিছুমানে জন্তুক পূজা কৰিছিল, কিছুমানে মৃতকৰ ছায়ামূৰ্ত্তি, আন কিছুমানে প্ৰতিমা, কিছুমানে ৰাতিৰ ফুচফুচনিৰ শব্দ, বজ্ৰ বা বিদ্যুৎ নাইবা মাটিৰ গাঁত বা গুহাৰ পূজা কৰিছিল। এই অসংখ্য কুসংস্কাৰ বিৰোধিতা কৰা অসম্ভব আছিল।"

"তেতিয়া আটলাণ্টিয়ানসকলৰ ভিতৰত যিসকল উচ্চ বৰ্ণৰ আছিল সেই পুৰোহিতসকলে বুজিলে যে এনেকুৱা এটা ধৰ্ম্মৰ প্ৰয়োজন যি ধৰ্ম্ম সকলোৰে সহজবোধ্য আৰু গ্ৰহণীয়। তেওঁলোকে স্বৰ্ণালংকৃত বিৰাট বিৰাট মন্দিৰ গঢ়ি

তুলিলে তাঁক সেইবিলাক সূৰ্য্য দেৱতাক উৎসৰ্গা কৰিলে—যি সূৰ্য্য আছিল সকলো প্ৰাণীৰ পিতা আৰু গৰাকী—সেই ৰুদ্ৰ জীৱনদাতাক যি জনে মৃত্যুৰ পাছত বাৰে বাৰে প্ৰাণ পায়।"

সূৰ্য্য পূজা পৃথিবীৰ সকলো ঠাইতে বিয়পি পৰিল। সূৰ্য্য পূজাৰ বিশ্বাসী-সকলৰ হাতত অনেক মানুহে প্ৰাণ হেৰুৱালে। দূৰ পশ্চিমত ৰক্তচৰ্মৰ লোকসকলৰ মাজত সূৰ্য্যই পাখিৰে ঢাক খাই থকা সাপৰ ৰূপ ললে। সুদূৰ প্ৰাচ্যত প্ৰেতলোকৰ ছায়াৰ অধীশ্বৰ সূৰ্য্যই চৰাই মূৰৰ নিচিনা মূৰ থকা মানুহৰ ৰূপ ললে।

"পৃথিবীৰ মধ্যস্থল শত স্বৰ্ণদ্বাৰ নগৰীত আকাশচুম্বী এটা পিৰামিড গঢ়ি তোলা হ'ল আৰু "নিদ্ৰিত নিগ্ৰোৰ শিৰ" ইয়াৰ ভিতৰত ৰখা হ'ল। পিৰামিডৰ পাদদেশত স্কোয়াৰত মানুহৰ মুখ আৰু সিংহৰ তলুৱা থকা পাখিলগা স্বৰ্ণ বৃষভ তৈয়াৰ কৰা হ'ল। আৰু অনিৰ্ব্বাণ এটি চাকি তাত জ্বলাই দিয়া হ'ল।

"বিষুবৰ দিন যেতিয়া আহে সূৰ্য্যৰ পুত্ৰ আৰু মহাশাসক প্ৰধান পুৰোহিত-জনে জনতাৰ সম্মুখত নগৰত আটাইতকৈ সুন্দৰ যুবকজনক বলি দিছিল আৰু বলধৰ পেটত অগ্নি সংকাৰ কৰিছিল। তেতিয়া সেই সময়ত ঢাক-ঢোল বজোৱা হৈছিল আৰু নগ্ন নাৰীবিলাকে উন্মত্ত হৈ নাচিছিল।

সূৰ্য্যৰ সন্তান আছিল নগৰ আৰু দেশখনৰ ৰাজাধিৰাজ। তেওঁ মথাউৰি তৈয়াৰ কৰাইছিল আৰু মাটিত জলসিঞ্চনৰ ব্যৱস্থা কৰাইছিল। তেওঁ খাদ্য আৰু বস্ত্ৰ বিতৰণ কৰিছিল আৰু প্ৰত্যেক মানুহকে কিমান মাটি আৰু গৰু দিব লাগিব তাৰ পৰিমাণ নিৰ্ণয় কৰি দিছিল। এদল অনুগামীয়ে তেওঁৰ আদেশ মতে কাম কৰিছিল। "এইটো মোৰ"—এই কথা কোনেও কব নোৱাৰিছিল কিয়নো প্ৰত্যেকটো বস্তুৰে গৰাকী আছিল সূৰ্য্য। শ্ৰমক পবিত্ৰ বুলি গণ্য কৰা হৈছিল। এলেহুৱা লোকবিলাকক প্ৰাণদণ্ড দিয়া হৈছিল। বসন্তকালত সূৰ্য্যৰ সন্তান হালগৰু লৈ পথাৰলৈ গৈছিল আৰু প্ৰথম বীজ ৰোপন কৰিছিল।

মন্দিৰবিলাকত শস্য-বস্ত্ৰ আৰু মচলা মজুত আছিল। মুখত সূৰ্য্যক কামুৰি থকা এটা সাপৰ প্ৰতিমূৰ্ত্তি অঙ্কিত ৰঙা পাল উৰুৱাই আটলাণ্টিয়ান-সকলৰ জাহাজবিলাকত দূৰ দূৰান্তৰ সমুদ্ৰলৈ যাত্ৰা কৰিছিল। চিৰশান্তি পৃথিৱীত প্ৰতিষ্ঠা কৰা হৈছিল। মানুহে তৰোৱালৰ ব্যৱহাৰ পাহৰি গ'ল।



তেতিয়া পূবৰ পৰা অহা ক'লা মেঘে আটলাণ্টিয়ান সকলৰ ভাগ্যাকাশ ঢাকি ধৰিলে।

এচিয়াৰ পূবফালৰ মালভূমিত পীতবৰ্ণ কেঞ্চাচকুলগা পৰাক্ৰমী জাতি বাস কৰিছিল। তেওঁবিলাকক উচ্ কুৰ বুলি কোৱা হৈছিল। তেওঁবিলাকে সিদ্ধি প্ৰাপ্ত বুলি জনা এগৰাকী তিৰোতাক মানি চলিছিল। তেওঁক 'চূ খুটামলু' বুলি কোৱা হৈছিল যাৰ অৰ্থ হ'ল "যি গৰাকীয়ে চন্দ্ৰৰে সৈতে কথা পাতে।"

চূ-কুটাম[illegible]ৰে উচখাৰসকলক কৈছিল:

"মই তোমালোকক এনে এখন দেশলৈ লৈ যাম য'ত পাহাৰৰ মাজত গিৰিসংকটত সূৰ্য্য অস্ত যায়, য'ত নক্ষত্ৰবিলাকৰ দৰে অগনন ভেড়া চৰি ফুৰিছে। ঘোঁৰাৰ গাখীৰৰ নৈ বৈ গৈছে। আৰু তাৰ তম্বুবিলাক ইমান ডাঙৰ যে এজাক উটে তাত আশ্ৰয় গ্ৰহণ কৰিব পাৰিব। সেই দেশত এতিয়ালৈকে তোমালোকৰ ঘোঁৰাৰ খুৰাৰ ছাপ পৰা নাই, শিৰস্ত্ৰাণ পূৰ্ণ কৰি আকণ্ঠ এতিয়াও পান কৰা নাই সেই দেশৰ নদীৰ পানী।

"অৱশেষত ৰক্তচৰ্ম্মৰ সৈন্যসকলে অথৰীসকলক বাধা দিলে। দুৰ্ব্বল আটলাণ্টিয়ানসকলে সোণৰ আৰু নানা বস্তৰ পাখিৰে নিজকে সজ্জিত কৰিছিল আৰু দেখিবলৈ অতি সুন্দৰ আছিল। কিন্তু অথৰী অশ্বাৰোহী সকলৰ লগত তেওঁবিলাকৰ কোনো তুলনা নহৈছিল আৰু অশ্বাৰোহীসকলে তেওঁবিলাকৰ অনেকক হত্যা কৰিছিল আৰু বাকীবিলাকক ছেদেলি ভেদেলি কৰি পেলাইছিল। পীতবৰ্ণ অথৰী উপজাতিৰ লোকসকলে আটলাণ্টিয়ানসকলৰ প্ৰতি অলপো ক্ষমা প্ৰদৰ্শন নকৰি তেজৰ সোৱাদ লৈছিল।

'শত স্বৰ্ণদ্বাৰ নগৰীৰ পৰা পশ্চিমে ৰক্তচৰ্ম্মৰ লোকসকললৈ, দক্ষিণত নিগ্ৰোসকললৈ, পূবে আআম জাতিৰ লোকসকললৈ আৰু উত্তৰে চাইক্লপ-সকললৈ দূত পঠিওৱা হ'ল। নৰবলি দিয়া হ'ল। মন্দিৰৰ শীৰ্ষত অহোৰাত্ৰ অগ্নিশিখা জ্বলিবলৈ ধৰিলে। নগৰৰ বাসিন্দাসকলে নৰবলি দৰ্শন কৰিবলৈ আৰু নৃত্যগীতত অংশ গ্ৰহণ কৰিবলৈ দলে দলে তাত সমবেত হ'ল। নাচগান আৰু উন্মত্ত সুৰাপানত সকলো ধনসম্পদ উজাৰ কৰি দিলে।'

'পুৰোহিতসকলে নিজকে বিচাৰৰ বাবে প্ৰস্তুত কৰিলে। তেওঁবিলাকে জ্ঞানগ্ৰন্থসমূহ পৰ্ব্বতৰ গুহালৈ লৈ গল আৰু পুতি ৰাখিলে।

"যুদ্ধৰ অনিবাৰ্য্য ফলাফল দেখা গ'ল। ভোগবিলাসত আত্মহাৰা হৈ থকা

আটলাণ্টিয়ানসকলে কোনো মতে তেওঁবিলাকৰ ধনসম্পদ ৰক্ষা কৰিবলৈ চেষ্টা কৰিলে।—আন হাতে অঘৰী জাতিৰ লোকসকলৰ মাজত জাগ্ৰত হৈ আছিল লোভ, আদিম লোভ আৰু নিজৰ ভবিতব্যতাৰ ওপৰত গভীৰ বিশ্বাস। তথাপিও এই ৰক্তাক্ত যুদ্ধ বহুদিন ধৰি চলি আছিল। সমগ্ৰ দেশ ধ্বংস হৈ গ'ল। দুৰ্ভিক্ষ আৰু মাৰিমৰক বিয়পি পৰিল। সৈন্যসামন্ত সকলে চাৰিওফালে পিয়াপি দি লুটপাত আৰম্ভ কৰিলে। শত স্বৰ্ণদ্বাৰ নগৰী ভীষণ আক্ৰমণত বিধ্বস্ত হ'ল আৰু দেৱালবিলাক ভাগি পৰিল। পিৰামিডৰ শিখৰ পৰা জাপ দি সূৰ্য্যৰ সন্তানসকলে মৃত্যুবৰণ কৰিলে। মন্দিৰৰ শিখৰত থকা অগ্নিকুণ্ড নিৰ্ব্বাপিত হ'ল। পাহাৰৰ গুহাত আশ্ৰয় ললে জ্ঞানী আৰু ভক্ত লোকসকলৰ মুষ্টিমেয় কেইজনমানে। সভ্যতা বিলোপ হৈ গ'ল।

সেই বিশাল নগৰীৰ ধ্বংসপ্ৰাপ্ত প্ৰাসাদগৃহবিলাকৰ মাজৰ বহল বহল বাটবিলাকৰ ওপৰত ভেড়া চৰিছিল। পীতবৰ্ণ পশুপালকবিলাকে সেই মহান প্ৰতিশ্ৰুত দেশৰ বিষয়ে বিষণ্ণ মনেৰে গান গাইছিল: স্তেপভূমিৰ মাজত মৰীচিকাৰ নিচিনা সেই দেশ, যি দেশৰ মাটি আছিল নীলা আৰু আকাশ আছিল সোণালী।

মালভূমিত নামি উচ্‌কুৰবিলাকে অসংখ্য পীতবৰ্ণ অঘৰী উপজাতিক আক্ৰমণ কৰিলে আৰু তেওঁবিলাকক পৰাস্ত কৰি তেওঁবিলাকৰ যুদ্ধৰ সেনাপতি হ'ল। বিজিতসকলক তেওঁবিলাকে কলে: চু-খুটাম লুৱে সন্ধান দিয়া সূৰ্য্যৰ সেই দেশলৈ যাবৰ কাৰণে আমাক অনুসৰণ কৰা।

নক্ষত্ৰৰ উপাসক অঘৰী জাতিৰ লোকসকল আছিল নিৰ্ভীক স্বপ্নদ্ৰষ্টা। তেওঁবিলাকে শিবিৰ ভাঙি দি পশ্চিম ফালে ভেড়াৰ পালবোৰ লৈ আগবাঢ়িবলৈ ধৰিলে। অনেক দিন, বছৰৰ পাছত বছৰ ধৰি যাত্ৰা চলি থাকিল। সন্মুখৰ অশ্বাৰোহী উচ্‌কুৰবিলাকে নগৰ আক্ৰমণ কৰিছিল, ধ্বংস কৰিছিল আৰু ভেড়াৰ পাল, নাৰী আৰু শিশুৰে সৈতে গাড়ীবিলাক গৈছিল পাছত। ভাৰতবৰ্ষ অতিক্ৰম কৰাৰ পাছত তেওঁবিলাক দলে দলে ইউৰোপীয় সমভূমিৰ পূব ভাগত উপস্থিত হ'লগৈ।

"হ্ৰদবিলাকৰ পাৰত তাত অনেক মানুহে বসতি স্থাপন কৰিলে। শক্তিমান দলবিলাক আগবাঢ়ি গ'ল পশ্চিমৰ ফালে। ভূমধ্যসাগৰৰ উপকূলত আটলাণ্টিয়ান সকলৰ প্ৰথম উপনিবেশ ধ্বংস কৰি বন্দীসকলৰ পৰা সূৰ্য্যৰ দেশৰ অৱস্থিতিৰ কথা জানি ললে। ইতিমধ্যে চু-খুটাম-লুৰ মৃত্যু হৈছিল।



মৃতদেহৰ পৰা ছালৰে সৈতে চুলিবিলাক এটা দীঘল খুটিত আঁৰি লোৱা পতাকাৰে সৈতে সমুদ্ৰৰ পাৰে পাৰে তেওঁবিলাক আগবাঢ়ি যাবলৈ ধৰিলে। অৱশেষত ইউৰোপ পাৰ হোৱাৰ পাছত পাহাৰ শিখৰৰ পৰা সেই প্ৰতিশ্ৰুত দেশ দেখিবলৈ পোৱা গ'ল। মালভূমিৰ পৰা নামি যাত্ৰা আৰম্ভ কৰাৰ পাছত তেতিয়ালৈকে এশ বছৰ পাৰ হৈ গৈছিল।

অঘৰীবিলাকে হাবিবন কাটি ভূৰৰ সহায়ত উত্তপ্ত লৱণ নৈ পাৰ হৈছিল। প্ৰতিশ্ৰুত আটলাণ্টিচ্‌ৰ মাটিত ভৰি দিয়েই তেওঁবিলাকে তুলৰ পবিত্ৰ নগৰ আক্ৰমণ কৰিলে। যেতিয়া ওখ দেৱালবোৰত তেওঁবিলাকে আৰোহণ কৰিলে তেতিয়াই নগৰৰ একেলগে বাজি উঠা ঘণ্টাধ্বনি শুনিবলৈ পালে। সেই ঘণ্টাধ্বনি ইমান সুমধুৰ আছিল যে পীতবৰ্ণ লোকসকল নগৰ ধ্বংস কৰাৰ পৰা বিৰত হ'ল, অধিবাসীসকলক মুকলি কৰি দিলে আৰু মন্দিৰত একো লুটপাত নকৰিলে। কেৱল কাপোৰ-কানি আৰু খোৱাৰ বচদ আদি লৈ তেওঁবিলাক আকৌ দক্ষিণ পশ্চিম ফালে আগবাঢ়ি গ'ল। পশুৰ পাল আৰু গাড়ীৰ ধূলিৰে সূৰ্য্যক আবৰি ধৰিলে।

অঘৰী জাতিৰ লোকসকলে তেওঁবিলাকৰ মুখিয়ালসকলক সুধিলে: 'আমি এতিয়া কলৈ যাম?' আৰু মুখিয়াল লোকসকলে কলে: 'আমি তোমালোকক প্ৰতিশ্ৰুত দেশলৈ লৈ আহিছো। এতিয়া ইয়াত বসতি স্থাপন কৰা আৰু শান্তিৰে জীৱন যাপন কৰা।' কিন্তু অঘৰী উপজাতিৰ অসংখ্য লোক তাত থাকিবলৈ অমান্তি হ'ল আৰু পশ্চিম ফালে "পক্ষীনাগ"ৰ দেশলৈ যাত্ৰা কৰিলে। ৰজা প্লিংলুগুৱাৰ হাতত তাতো তেওঁবিলাক পৰাজিত হ'ল। আন আন উপজাতিবিলাক বিষুৱৰ ফালে আগবাঢ়ি গৈছিল। কিন্তু তেওঁবিলাকো নিগ্ৰোবিলাকৰ হাতত, হাতীৰ পাল আৰু জলাহৰ বেমাৰত উচ্ছন্ন হৈ গ'ল।

"পীতবৰ্ণ উচকুৰ সকলৰ মুখিয়াল সকলে তেওঁবিলাকৰ ভিতৰত আটাইত জ্ঞানীজনক বিজিত দেশখনৰ ৰজা বুলি ঘোষণা কৰিলে। তেওঁৰ নাম আছিল তুৱল। তেওঁ দেৱালবিলাক মেৰামত কৰালে, বাগিছাবিলাক পৰিষ্কাৰ কৰালে, খেতি কৰোৱালে আৰু ঘৰদুৱাৰবিলাক নতুনকৈ তৈয়াৰ কৰালে। তেওঁ অনেক যুক্তিপূৰ্ণ আৰু সহজ আইন প্ৰবৰ্ত্তন কৰিলে। পৰ্ব্বতৰ গুহাত আশ্ৰয় লোৱা জ্ঞানী পুৰোহিতসকলক মতাই আনি কলে "মোৰ চকু আৰু কাণ জ্ঞানৰ কাৰণে সদায় মুকলি কৰি ৰাখিছো।" তেওঁবিলাকক পৰামৰ্শদাতা হিচাবে নিয়োগ কৰি মন্দিৰ খোলাৰ অনুমতি দিলে

আৰু চাৰিওফালে দূত পঠিয়াই প্ৰচাৰ কৰিলে যে তেওঁ প্ৰকৃততে শান্তি বিচাৰে।

"এইদৰেই আটলান্টিয়ানসকলৰ তৃতীয় আৰু সৰ্ব্বোচ্চ অধ্যায় আৰম্ভ হল। অসংখ্য কৃষ্ণবৰ্ণ, ৰক্তবৰ্ণ, ঘন জলফাই, আৰু শ্বেতবৰ্ণৰ আটলান্টিয়ান উপজাতিৰ তেজৰ লগত নক্ষত্ৰ উপাসক, সিদ্ধিলাভ কৰা চু-খুটাম-লুৰ বংশধৰ স্বপ্নালু অথচ গুণাল এছিয়ান অযৰী জাতিৰ তেজৰ মিশ্ৰণ হ'ল।

"কমদিনৰ ভিতৰতেই অন্যান্য উপজাতিৰ লগত অযৰী জাতিৰ লোকসকল মিলি গ'ল। গীত আৰু ইতিবৃত্তিমূলক কাহিনীৰ বাহিৰে ত... ৰীতিনীতি, ভেড়াৰ পাল ইত্যাদি একো নাথাকিল। ক'লা চুলি আৰু ঘোৰ পীতবৰ্ণ ৰঙৰ এটি বলবান জাতিৰ উদ্ভব হ'ল। যুদ্ধৰ মুখিয়াল আৰু অশ্বাৰোহীসকলৰ বংশধৰসকল হ'ল অভিজাত শ্ৰেণীৰ লোক। তেওঁবিলাকে বিজ্ঞান, কলা আৰু বিলাসক ভাল পাইছিল। নতুন নতুন প্ৰাচীৰ, আৰু সাতকোণীয়া গম্বুজৰে তেওঁবিলাকে নগৰখন সজাই তুলিলে। পিৰামিডৰ একেশটা কাষত সোণ খটুৱালে, পয়োনল তৈয়াৰ কৰালে আৰু স্থাপত্যৰ ইতিহাসত প্ৰথমবাৰৰ বাবে স্তম্ভ নিৰ্ম্মাণৰ অধ্যায় ৰচনা কৰিলে।

"দীৰ্ঘকালৰ যুদ্ধৰ পাছত যিবিলাক দেশ আৰু নগৰ স্বকীয়া হৈ আঁতৰি গৈছিল সেইবিলাকক পৰাজিত কৰি অধীনলৈ আনিলে। উত্তৰত অন্যান্য জাতিৰ লগত একীভূত নোহোৱা জেম্‌জে উপজাতিৰ দুৰ্দ্দান্ত বংশধৰ দানৱ-সকলৰ লগত তেওঁবিলাকে যুদ্ধ কৰিছিল। মহান বিজেতা ৰাম ভাৰতবৰ্ষলৈকে আগবাঢ়ি গৈছিল। তেওঁ বা ৰাজ্যৰ সৈতে আৰ্য্যজাতিৰ দুৰ্মলীয়া শাখাবিলাকক অন্তৰ্ভুক্ত কৰিছিল। এইদৰেই আটলান্টিয়সকলৰ সীমা পক্ষীনাগৰ দেশৰ পৰা প্ৰশান্ত মহাসাগৰৰ য'ত এদিন পীতবৰ্ণৰ দানৱসকলে আটলান্টিয়সকলৰ জাহাজত ডাঙৰ ডাঙৰ শিল দলিয়াইছিল—সেই এছীয় উপকূললৈকে বিস্তৃত আৰু সুদৃঢ় হৈ পৰিছিল।

"বিজেতাসকলৰ স্বপ্নবিলাসী অস্থিৰ মন জ্ঞানৰ কাৰণে ব্যাকুল হৈ পৰিল। জেম্‌জেসকলৰ প্ৰাচীন পুথি আৰু আআম সন্তানসকলৰ বেদগ্ৰন্থৰ অধ্যয়ন পুনৰ আৰম্ভ হ'ল। মহাকালৰ এটি চক্ৰবৎ যাত্ৰাৰ ওৰ পৰিছিল আৰু আৰম্ভ হ'ল এটা নতুন যাত্ৰাৰ। পৰ্ব্বতৰ গুহাত "নিদ্ৰাতুৰৰ সাতোটা পিপাৰাচ"ৰ ধ্বংসপ্ৰাপ্ত অৱশিষ্টাংশ আৱিষ্কাৰ হ'ল। এই আৱিষ্কাৰৰ ফলত জ্ঞানৰ বিকাশ দ্ৰুতভাৱে আগবাঢ়িল। যি শক্তিৰ অভাৱ ঘটিছিল আআমৰ পুত্ৰসকলৰ সেই



মননী শক্তি আগ্ৰহ—আৰু যি শক্তিৰ অভাৱ ঘটিছিল জেম্‌জে উপজাতিৰ লোক সকলৰ সেই ক্ষুৰধাৰ স্বচ্ছ বুদ্ধি—সেইবিলাক খুব প্ৰবল দেখিবলৈ পোৱা গৈছিল অস্থিৰ আবেগপ্ৰৱণ উচ্‌কুৰবিলাকৰ গাত।

"নতুন জ্ঞানৰ মূল কথা আছিল ঃ

বিশুদ্ধ যুক্তিৰ যি শক্তি—সেই মহান শক্তিৰ অধিকাৰী মানুহ। কিন্তু ই সিহঁতৰ মাজত সুপ্ত হৈ আছে। নিপুণ চিকাৰীৰ কাঁড়ে যি দৰে লক্ষ্য ভেদ কৰিব পাৰে, ঠি... সেইদৰেই জ্ঞানীজনৰ দ্বাৰা ইচ্ছাৰূপী ধনুত বুদ্ধিৰ সুপ্তশক্তিৰ শৰ সংযোজনা ...ৰ পাৰি। নিৰ্ভুল জ্ঞানৰ শক্তি বিপুল।

'জ্ঞান-বিজ্ঞান দুভাগে বিভক্ত হ'ল। প্ৰাথমিক অংশটো হ'ল দৈহিক, মানসিক আৰু ইচ্ছাশক্তি জ্ঞান আৰু মৌলিক অংশটো হ'ল প্ৰকৃতি, পৃথিৱী আৰু নানা ৰীতিৰ বিষয়ে জ্ঞান যাৰ ফলত নিৰ্ভুল বুদ্ধিৰে প্ৰকৃতিক বশলৈ অনা যায়।

"এক শতাব্দী ধৰি মহাপ্লাৱনৰ আগলৈকে অৰ্থাৎ আটলান্টি ধ্বংসৰ আগলৈকে ৪৫০তম শতাব্দীৰ পৰা ৩৫০তম শতাব্দীলৈকে জ্ঞানৰ এই চৰম উৎকৰ্ষ আৰু বিকাশ চলি আছিল যাৰ তুলনা পৃথিৱীত পৰৱৰ্ত্তীকালত কেতিয়াও পোৱা নাযায়।

পৃথিৱীত তেতিয়া জ্ঞানৰ অপ্ৰতিহত ৰাজত্ব। জ্ঞানৰ দ্বাৰা সঞ্জীৱিত হৈ উঠা পৃথিৱীৰ অনেক শক্তিয়ে মহান ভাৱে মানুহৰ সেৱা কৰি গৈছিল। বাৰী আৰু পথাৰত অপৰ্য্যাপ্ত ফচল হৈছিল। পশুৰ সংখ্যা বৃদ্ধি পাইছিল। পৰিশ্ৰম লঘু আছিল। মানুহে তেওঁবিলাকৰ পুৰণি ৰীতিনীতি আৰু উৎসববিলাক পালন কৰিছিল। জীয়াই থকা, প্ৰেম, ভালপোৱা, জন্ম দিয়া আৰু আনন্দ কৰাত কোনো বাধা নাছিল। ইতিবৃত্তত এই যুগটোক স্বৰ্ণযুগ বুলি অভিহিত কৰা হৈছে।

"সুপ্তবুদ্ধিৰ ৰহস্যৰ প্ৰতীক স্বৰূপ চতুৰ্ভূতক একেটা দেহতে অংকিত কৰি পৃথিৱীৰ পূৰ্ব্ব প্ৰান্তত স্ফিনিক্সৰ এটি মূৰ্ত্তি তৈয়াৰ কৰা হ'ল। তেতিয়া মানুহে পৃথিৱীৰ সাতোটা আচৰিত বস্তু তৈয়াৰ কৰিলে। সেইকেইটা হ'ল—লিবিবেস্থ, ভূমধ্যসাগৰৰ কলোচাচ, জিব্ৰাল্টৰৰ পশ্চিমত স্তম্ভৰাশি, পচিদনত নক্ষত্ৰদ্ৰষ্টাবিলাকৰ মিনাৰ স্তম্ভ, তুবালৰ উপবিষ্ট মূৰ্ত্তি আৰু প্ৰশান্ত মহাসাগৰৰ এটি দ্বীপত লেমূতবিলাকৰ নগৰ।

"বিষুব অঞ্চলৰ জলাহভূমিত ইমানদিন বিতাৰিত হৈ থকা কৃষ্ণবৰ্ণ জাতিৰ লোকসকলৰ মাজত জ্ঞানৰ আলোক বিস্তাৰিত হ'ল। খুব সোনকালেই

সভ্যতাৰ পথত আগবাঢ়ি নিগ্ৰোবিলাকে মধ্য আফ্রিকাত বিৰাট বিৰাট নগৰ তৈয়াৰ কৰিলে।

"জেমজেবিলাকৰ জ্ঞানবীজৰ পৰা নতুন ফচল পোৱা গ'ল। কিন্তু জ্ঞানী সকলৰো জ্ঞানীসকলে অনুভৱ কৰিলে যে আদিম পাপৰ ৰহস্য লুকাই আছে মানুহৰ সভ্যতাৰ মাজতে। জ্ঞানৰ আৰু বেছি বিকাশ ঘটিলে ধ্বংসৰ পথ উন্মুক্ত হ'ব। যেনেকৈ সাপে নিজৰ নেগুৰ দংশন কৰে তেনেকৈ মানুহে নিজৰ মৃত্যু মাতি আনিব।

"অস্তিত্বৰ, পৃথিৱীৰ আৰু সকলো জীৱদেহৰ প্ৰাণ—মানুহৰ বুদ্ধি প্ৰসূত—এই ধাৰণাই হ'ল মানুহৰ আদিম পাপৰ মূল। পৃথিৱীক অধ্যয়ন কৰিবলৈ গৈ মানুহে কেৱল নিজকে অধ্যয়ন কৰিছে। বুদ্ধি কেৱল বাস্তৱ। পৃথিৱী কেৱল নিজস্ব ধাৰণা, কেৱল এটি সপোন। এই অস্তিত্ব ধাৰণাই মানুহৰ মনলৈ এই ভাব আনিব পাৰে যে তেওঁৱেই একমাত্ৰ আৰু পৃথিৱীৰ অন্যবিলাক তেওঁৰ কল্পনাৰ বাহিৰে অন্য একো নহয়। ইয়াৰ স্বাভাৱিক পৰিণতি হ'ল এজন অদ্বিতীয় ব্যক্তিৰ কাৰণে যুদ্ধ কৰা, সকলোৰ কাৰণে সকলোৰে লগত সংগ্ৰাম কৰা আৰু অৱশেষত মানৱ জাতিৰ ধ্বংস। মানুহৰ নিজৰ স্বপ্নই তাৰ বিৰুদ্ধে থিয় হ'ব। ইয়াৰ স্বাভাৱিক পৰিণতি হিচাবে জীৱনৰ প্ৰতি বিতৃষ্ণা আৰু বিৰাগৰ জন্ম হ'ব, জীৱনটো দুস্বপ্নৰ দৰে বোধ হ'ব।

"জেম্‌জেসকলৰ জ্ঞানৰ মৌলিক ত্ৰুটি আছিল এইটোৱেই।"

"জ্ঞান দুটা ভাগত বিভক্ত হৈ গ'ল। এদলে ভাবিলে পাপৰ বীজ ধ্বংস কৰা অসম্ভৱ। পাপেই জীৱ সৃষ্টিৰ মূল শক্তি। এওঁবিলাকে নিজকে "ক'লা" বুলি পৰিচয় দিছিল, কিয়নো তেওঁবিলাকে ভাবিছিল তেওঁবিলাকৰ জ্ঞানৰ উদ্ভৱ হৈছিল কৃষ্ণকায় জাতিৰ লোকসকলৰ মাজৰ পৰা।

"আনটো দলে ভাবিলে, পাপৰ উৎস প্ৰকৃতিৰ বাহিৰত; পাপ হ'ল স্বাভাৱিক ধৰ্মৰ পৰা বুদ্ধিৰ বিচ্যুতি। তেওঁলোকে পাপৰ প্ৰতিৰোধ শক্তিৰ সন্ধান কৰিলে।"

"তেওঁবিলাকে কৈছিল—সূৰ্য্যৰ কিৰণ পৃথিৱীত পৰি বিলুপ্ত হৈ পুনৰ জন্মলাভ কৰে পৃথিৱীৰ ফলফুলৰ মাজেদি। এয়েই জীৱনৰ মৌলিক নীতি। তেওঁবিলাকে বুদ্ধিক সূৰ্য্যৰ কিৰণৰ লগত তুলনা কৰিলে। অৱতৰণ, যজ্ঞৰ বেদীত আহুতি আৰু তাৰ পিছত জীৱদেহত ৰূপান্তৰিত হোৱাটোৱেই হ'ল বুদ্ধিৰ গতি। বুদ্ধিৰ একাকীত্বই হ'ল আদিম পাপ—তাক জয় কৰিব পৰা যায়



দৈহিক পাপৰ দ্বাৰা। বুদ্ধিক মৰদেহত অৱতৰণ কৰাই মৃত্যুৰ প্ৰাণদ্বাৰ অতিক্ৰম কৰিব লাগিব। এয়েই লিংগদ্বাৰ। যৌন আকাঙ্ক্ষা অৰ্থাৎ কাম প্ৰবৃত্তিৰ ফলত বুদ্ধিৰ বিলুপ্তি ঘটে।

"এই তত্ত্বমত পোষণ কৰা সকলে নিজকে শ্বেত বুলি চিনাকি দিছিল, কিয়নো তেওঁবিলাকে শুভ্ৰ কাপোৰৰ কিৰিটি পিন্ধিছিল—যাক ৰতিৰ প্ৰতীক বুলি কব পৰা যায়। তেওঁবিলাকে সূৰ্য্যদেৱৰ প্ৰাচীন মন্দিৰৰ আনন্দমুখৰ উদ্যানত বাসন্তী উৎসৱ আৰু বামাচাৰ আৰম্ভ কৰিলে। যি কোনো দিন সংগম কৰা নাই তেনে তৰুণ হৈছিল বুদ্ধিৰ প্ৰতীক, নাৰী হৈছিল মৰণশীল দেহদ্বাৰৰ প্ৰতীক আৰু সাপ হৈছিল ৰতিৰ প্ৰতীক। দেশ বিদেশৰ পৰা এই লীলা চাবলৈ মানুহ আহিবলৈ ধৰিলে।

"দুয়োদল তত্ত্ববিদৰ মাজত আছিল ভীষণ ব্যৱধান। সংগ্ৰাম আৰম্ভ হৈছিল। সেই সময়তে অতি আচৰিত আৱিষ্কাৰ ঘটিল। উদ্ভিদৰ বীজৰ মাজত সুপ্ত অন্তৰ্নিহিত প্ৰাণশক্তিৰ ব্যৱহাৰ কৰিবলৈ শিকিলে মানুহে। এই চঞ্চল, অগ্নি-হিম মৌলিক শক্তিয়ে মুক্তি পোৱাৰ লগে লগে মহাকাশলৈ গমন কৰিলে। কৃষ্ণকায়সকলে ইয়াক ধ্বংসৰ অস্ত্ৰহিছাবে ব্যৱহাৰ কৰিলে। তেওঁবিলাকে প্ৰকাণ্ড প্ৰকাণ্ড উৰা জাহাজ তৈয়াৰ কৰিলে যিবিলাকে তেওঁ-বিলাকৰ শত্ৰুৰ মনত ত্ৰাসৰ সৃষ্টি কৰিলে। উপজাতীয় লোকসকলে এই উড়ন্ত ড্ৰাগনৰ পূজা কৰিবলৈ আৰম্ভ কৰিলে।

"শ্বেতচৰ্ম্ম লোকসকলে বুজিলে পৃথিৱীৰ অন্তিমকাল আসন্ন। তাৰবাবে তেওঁবিলাকে নিজকে প্ৰস্তুত কৰি তুলিলে। সাধাৰণ মানুহৰ ভিতৰত যিবিলাক আছিল আটাইতকৈ শুদ্ধ আৰু বলিষ্ঠ সেইসকলক বাছি বাছি লগত লৈ তেওঁবিলাকে উত্তৰ আৰু পুব ফাললৈ যাত্ৰা কৰিলে। পাহাৰত তেওঁবিলাকক চৰণীয়া পথাৰ দিয়া হ'ল য'ত তেওঁবিলাকে আদিম মানুহৰ নিচিনাকৈ বাস কৰিব পাৰিছিল।

শ্বেত লোকসকলৰ ভৱিষ্যত বাণী সফল হ'ল। স্বৰ্ণযুগৰ পতন ঘটিলে। আটলাণ্টিচ্‌ৰ নগৰে নগৰে ভোগ বিলাসৰ ক্লান্তি নামি আহিল। অবাধ কল্পনা, নৈতিক অধঃপতন আৰু বুদ্ধিৰ বিকৃতিক বাধা দিয়া অসাধ্য হৈ উঠিছিল। যি শক্তিক মানুহে কামত খটুৱাইছিল, সেই শক্তিয়েই মানুহৰ বিৰুদ্ধে গ'ল। অমোঘ সৰ্ব্বনাশৰ সন্মুখত পৰি মানুহ ভয়ংকৰ হিংসাপৰায়ণ আৰু নিষ্ঠুৰ হৈ পৰিল।

"অন্তিমৰ দিন আহি উপস্থিত হ'ল। এটা ভয়ংকৰ দুৰ্বিপাকৰ মাজেদি তাৰ সূচনা হ'ল। ভূমিকম্পত স্বৰ্ণদুৱাৰ নগৰৰ মাজভাগ কঁপি উঠিছিল। সমুদ্ৰ গৰ্ভত অনেক মাটি নিমজ্জিত হ'ল। আটলান্তিক মহাসাগৰে চিৰদিনৰ বাবে পক্ষীনাগৰ দেশ বিচ্ছিন্ন কৰি দিলে।

"কৃষ্ণকায় লোকসকলে—শ্বেত লোকসকলে মন্ত্ৰ পাঠেৰে অগ্নি আৰু পৃথিবীৰ আত্মাক অশান্ত কৰি তুলিছে। মানুহ উন্মাদ হৈ উঠিল। ৰাত্ৰিৰ অন্ধকাৰত কৃষ্ণকায় লোকসকলে চহৰৰ বুকুত হত্যাকা[ণ্ড] আৰম্ভ কৰি দিলে। কাপোৰৰ মুকুট পিন্ধা লোকসকলৰ আধাতকৈও [বেছি] ধ্বংস হ'ল। বাকী সকল আটলান্টিচ পৰিত্যাগ কৰি পলাই গ'ল।

"কৃষ্ণকায় লোকসকলৰ সৰ্ব্বপ্ৰধান লোকসকলৰ নাম আছিল "মাগাংচিংল" অৰ্থাৎ 'নিৰ্মম।' তেওঁলোকে নগৰ দখল কৰাৰ পাছত ঘোষণা কৰিলে— "আমি সমগ্ৰ মানৱ জাতিক ধ্বংস কৰি দিম, কিয়নো মানুহ কু-বুদ্ধিৰ সন্তান।"

"মৃত্যুলীলা সম্পূৰ্ণ উপভোগ কৰিবলৈ তেওঁবিলাকে সমস্ত দেশজুৰি নানা উৎসৱ আৰু খেলাধূলাৰ ঘোষণা কৰিলে। ৰাজকোষ আৰু বিপণিসমূহ উন্মুক্ত কৰি দিলে। উত্তৰ ফালৰ পৰা শ্বেতকায়সকলৰ কুমাৰী ছোৱালী-বিলাক মানুহৰ হাতত সঁপি দিলেহি। বিকৃত ভোগবিলাসী সকলক মন্দিৰৰ দুৱাৰ মুকলি কৰি দিলে। জলাধাৰবিলাকত পৰিপূৰ্ণকৈ মদ ঢলা হ'ল। মানুহ তেতিয়া পাগল হৈ উঠিল। আঙুৰ চপোৱাৰ সময়ত হেমন্ত কালত এই উৎসৱ হৈছিল।

ৰাতি পথে ঘাটে জুইৰ খেলা আৰম্ভ হ'ল। মদ, তিৰোতা মানুহ নাচ আৰু ভোজভাতত সকলো উন্মত্ত হৈ উঠিল। তেতিয়াই মাগাংচিংল বিলাক উপস্থিত হ'ল। তেওঁবিলাকৰ মূৰত খুব ধাৰ থকা ফণিৰে সজ্জিত শিৰস্ত্ৰাণ, ককালত ধাতুৰ পেটি। কিন্তু হাতত ঢাল নাছিল। সোঁহাতেৰে তেওঁবিলাক ব্ৰোঞ্জৰ বোমা মাৰিলে। সেইবিলাক ফাটি যোৱাৰ লগে লগে সৰ্ব্বনশীয়া অগ্নি শিখা তাৰ পৰা উদ্গীৰণ হ'ল। বাঁও হাতেৰে উন্মত্ত আৰু মাতালবিলাকৰ বুকুত তীক্ষ্ণ তৰোৱালেৰে হত্যা কৰিলে।

ভয়ংকৰ ভূমিকম্পৰ লগে লগে সেই ৰক্তাক্ত হত্যালীলাৰ ছেদ পৰিল। তুৰালৰ মূৰ্ত্তি ভাগিপৰিল। দেৱালে ফাট মেলিলে। পয়োনলীৰ জলাধাৰ ভগ্নস্তূপত পৰিণত হল। মাটিৰ গভীৰ ফাঁটৰ পৰা অগ্নিশিখা উদ্গীৰিত হ'ল। ধোঁৱাৰে আকাশ ভৰি গ'ল। ৰাতিপুৱা ছেদেলি ভেদেলি হোৱা, উমি উমি জুই জলি



থকা বাগান, আৰু প্ৰচুৰ ভোজনৰ পাছত শ্ৰান্ত উন্মত্ত হৈ পৰা যৌবনবিমুখী মানুহৰ আৰু মৃতদেহবিলাকৰ ওপৰত গাঢ় ৰঙা সূৰ্য্যৰ পোহৰ আহি পৰিলহি। ডিম্বাকৃতি উৰাজাহাজত উঠি মাগাংচিংলবিলাকে পৃথিবী পৰিত্যাগ কৰি পলাল গ্ৰহাকাশৰ মাজে মাজে বিমূৰ্ত্ত বুদ্ধি ৰাজ্যলৈ।

হাজাৰ হাজাৰ যন্ত্ৰ উৰিছিল। তেতিয়া চতুৰ্থবাৰৰ বাবে আগতকৈও ভয়ংকৰ ভূমিকম্প হ'ল। দক্ষিণৰ ধূসৰ অন্ধকাৰ বুকুৰ পৰা সমুদ্ৰৰ বিৰাট ঢৌ উঠি পৃথিবীৰ [ফা]লে ৰাগৰি গল। লগে লগে প্ৰাণী জগতৰ মৃত্যু ঘটিল।

বিৰাট ধুম[ুহা] আহিল। কলহৰ কাণে বৰষুণ হ'ল। বজ্ৰপাতত দীৰ্ণ হ'ল মাটি আৰু ঘৰবাৰী। আগ্নেয়গিৰিৰ শিলাখণ্ড ইতস্ততঃ বিক্ষিপ্ত হৈ হৈ পৰিল।

নগৰীৰ বিৰাট প্ৰাচীৰৰ আশ্ৰয় লৈ তেতিয়াও জাকে জাকে মাগাংচিংল বিলাক সোণখটোৱা পিৰামিডৰ শিখৰৰ পৰা উৰি আহিছিল। তেওঁবিলাক শিলাবৃষ্টি, ধোঁৱা আৰু ধূলিৰ মাজে মাজে নক্ষত্ৰলোকৰ ফালে গৈছিল। তাৰ পাছতো এটা এটাকৈ তিনিটা ভূমিকম্পত বিচ্ছিন্ন হৈ গ'ল আটলান্টিচ্, শত স্বৰ্ণদ্বাৰ নগৰখন বিক্ষুব্ধ সমুদ্ৰৰ বুকুত বিলীন হৈ গ'ল।

## গুচেভৰ নগৰ নিৰীক্ষণ

ইথাৰ অৱস্থা কাহিল। গুচেভে যি কয় তৎক্ষণাৎ তাকেই কৰিছিল। তেওঁৰ ফাললৈ প্ৰেমাপ্লুত দৃষ্টিৰে চাই থাকে। ঘটনাটো বৰ হাস্যকৰ আৰু বৰ করুণ হৈ পৰিছিল। গুচেভে তেওঁৰ লগত বৰ কঠোৰ ব্যৱহাৰ কৰিছিল কিন্তু ই আছিল সঠিক। আবেগ ভাৰাক্ৰান্ত ইথাৰ অৱস্থা যেতিয়া কাহিল হৈ পৰে তেতিয়া তাক কোলাত বহুৱাই লৈ মূৰত হাত বুলাই দিছিল, কাণৰ পাছফালটো খজুৱাই দিছিল আৰু ধুনীয়া ধুনীয়া গল্প কৈছিল। ইথাই মন দি শুনিছিল।

চহৰলৈ পলাই যাবৰ কাৰণে গুচেভে বুদ্ধি পাঙিছিল। ইয়াৰ অৱস্থাটো আছিল এন্দুৰ ফান্দত পৰা নিচিনা। বিপদে আপদে পলাবৰ উপায় নাছিল, নাছিল কোনো পথ। লচ্ আৰু তেওঁ যে বিপদত পৰিছিল এই বিষয়ে তেওঁৰ অলপো সন্দেহ নাছিল। লচৰ লগত কথাবাৰ্ত্তা পাতিও কোনো

গাভ নাছিল। লচে কেৱল ভ্ৰূকুটি কৰিছিল। তুস্কুবৰ ছোৱালীজনীৰ স্কাৰ্টটোৰ বাহিৰে তাৰ চকুত আৰু একো নপৰা হৈছিল।

"ইমান অধৈৰ্য্য হবৰ কি প্ৰয়োজন" তেওঁ কলে। "আমাক মাৰি পেলাব নেকি? মাৰক মাৰে যদি। আমি মৃত্যুক ভয় নকৰো, তেনেহলে দেখোন পেত্ৰগ্ৰাদত বহি থকা হলেই হলহেঁতেন। তাত দেখোন একো বিপদ আপদ নাই।"

উবা জাহাজ বিলাক হেঙাৰৰ চাবি ইখচ্কাৰ হতুৱাই গুচেভে আনি ললে। টৰ্চ হাতত লৈ গোটেই বাতি গুচেভে এখনি স[...]খন পাখি লগা উবা-নাৱৰ লগতে লাগি থাকিল। যন্ত্ৰৰ গঠন প্ৰণালী [...]তনেই সহজ আছিল। সৰু ইঞ্জিনটো কিবা এটা ধাতুৰ বগা গুৰিয়ে চালিত হয়। বিজুলীৰ স্ফুলিঙ্গত অসম্ভৱ দ্ৰুতগতিত এই গুড়িবিলাক চূৰ্ণ বিচূৰ্ণ হৈ যায়। যন্ত্ৰটোৱে বতাহৰ পৰা বিজুলী শক্তি আহৰণ কৰে। দুই মেৰুৰ দুটা কেন্দ্ৰৰ পৰা সমগ্ৰ মঙ্গলগ্ৰহত সুতীব্ৰ বৈদ্যুতিক শক্তিৰ যোগান ধৰা হয়। (খবৰটো আইলিতাই দিছিল)।

উবা নাওখনক একেবাৰে হাঙ্গৰৰ দুৱাৰ পৰ্য্যন্ত টানি নিয়াৰ পাছত গুচেভে ইথাক চাবি ঘূৰাই দিলে। প্ৰয়োজন হলে গধুৰ তলাটো হাতেৰে জোৰেৰে খোলাটো কঠিন নহব।

ইয়াৰ পাছত তেওঁ ঠিক কৰি পেলালে চায়াংচেৰা নগৰখনক নিজৰ হাতৰ মুঠিলৈ আনিবলৈ। ৰহস্যময় পৰ্দ্দাখন চলোৱাৰ কিটিপ ইথাই তেওঁক শিকাই দিলে। তুস্কুবৰ ঘৰৰ এই কথাকোৱা আইনাখন একপক্ষীয়ভাবে পৰিচালনা কৰিব পৰা যায়। অৰ্থাৎ নিজে সকলো দেখিব আৰু শুনিব কিন্তু তেওঁক আন কোনেও নেদেখে।

আইনাখনৰ সহায়ত গুচেভে গোটেই নগৰখন তন্ন তন্নকৈ চাই ললে। পথ ঘাট, ব্যবসায় এলেকা, কল-কাৰখানা, শ্ৰমিকৰ বসতি অঞ্চল—সকলোবোৰ গুচেভৰ পৰিচিত হ'ল। ৰহস্যময় পৰ্দ্দাৰ বুকুত প্ৰতিফলিত হৈ উঠা বিচিত্ৰ জীৱন তেওঁৰ চকুৰ আগত ভাঁহি উঠিল।

কল-কাৰখানাৰ ইটাৰে তৈয়াৰ কৰা ঘৰবিলাকত চাপৰ ধূলিময় খিৰিকীয়েদি ম্লান পোহৰ আহি সোমাইছিল। শ্ৰমিকসকলৰ উদাস চকু আছিল সোমাই যোৱা, মুখ আছিল বিশীৰ্ণ বিষণ্ণ। প্ৰতিদিন অবিৰাম লেড্ আৰু যন্ত্ৰপাতি, মানুহৰ আনত দেহ—কামৰ ধৰাবন্ধা গতিৰ মাজেদিয়েই চলিছিল জীৱন। বিষণ্ণ, আশাহীন, পকৱাৰ দৰে জীৱন।



শ্ৰমিকসকলৰ বসতিস্থলৰ বাটপথ গুচেভে দেখিছিল। চকুত পৰিছিল অৱনত শিৰ, বিষণ্ণ মূৰ্ত্তি—শাৰী শাৰী মানুহৰ দল। পৰিষ্কাৰ ইটাৰ পথ বিলাক আহিছিল সমান, তাৰপৰা ভাহি আহিছিল হাজাৰ বছৰৰ ক্লান্তি আৰু অৱসাদ। ধাৰণা হৈছিল যেন ইয়াৰ মানুহবিলাকৰ সকলো আশা শেষ হৈ গৈছিল।

নগৰৰ প্ৰধান [...]ন পথসমূহ আইনাত প্ৰতিফলিত হ'ল। ঢাপে ঢাপে পিৰামিডৰ দ[...] গঢ়ি উঠা দালান, উজ্জ্বল সেউজীয়া গছলতা, খিৰিকীৰ আইনাত সূৰ্য্যৰ পোহৰ, সুসজ্জিতা গাভৰু ছোৱালী। বাটৰ একেবাৰে মাজভাগত সৰু সৰু টেবুল, সৰু ফুলদানিত ফুল, দামী সাজ পোছাকেৰে সজ্জিত জনতাৰ হেঁচাঠেলা পুৰুষসকলৰ ক'লা দীঘল হলোচোলা—ঘৰদুৱাৰৰ সম্মুখৰ ফালটো—সকলো বাটৰ সেউজীয়া পাৰ্কত প্ৰতিফলিত হৈ পৰিল। সোণোৱালী নাওবিলাক পাখিৰ ছাঁ পেলাই উৰি গৈছিল। গুচেভে ওপৰলৈ চাই থকা মানুহৰ হাঁহি উজ্জ্বল মুখ আৰু ৰঙীণ স্কাৰ্ফ দেখিবলৈ পালে।

নগৰত দ্বিমুখী জীৱন ধাৰা চলিব ধৰিছিল? গুচেভে ঘটনাটো ভালভাবে নিৰ্ণয় কৰি ললে। অতি চতুৰ ব্যক্তিৰ দৰে তেওঁ অনুমান কৰি ললে যে দৃশ্যমান এই দুই ধাৰাৰ উপৰিও আৰু এটি ধাৰা আছে—গোপন ধাৰা। আড়ম্বৰপূৰ্ণ বাটে ঘাটে আৰু উদ্যানসমূহত উদ্দেশ্যবিহীন ভাবে যুবকসকলে কোনো কাম নহলেও জেপত হাত ভৰাই সজাগ দৃষ্টিৰে ঘূৰি ফুৰে। সিহঁতক দেখি গুচেভে ভাবিলে—"তোমালোকৰ নিচিনা ল'ৰা চিনি পাবলৈ মোৰ বাকী নাই।"

ইথশকাই সকলো কথা বিস্তাৰিত ভাবে গুচেভক বুজাই দিলে।—কিন্তু এটা কথাত ইথশ্কা মান্তি নহল—ইঞ্জিনিয়াৰসকলৰ উচ্চ পৰিষদৰ কাৰ্য্যালয় তেওঁ ৰহস্যময় পৰ্দ্দাত উপস্থাপিত নকৰিলে।

গুচেভে সেই কথা উলিয়ালেই তাই আতংকিত হৈ ৰঙা চুলিবোৰ লিৰিকি বিদাৰি তাৰ পাছত হাত দুখন বুকুৰ ওপৰত থৈ কৈছিল:

"হে আকাশ পুত্ৰ, মোক সেইটো কৰিবলৈ অনুৰোধ নকৰিবা। তাৰ পৰিবৰ্ত্তে মোক মাৰি পেলোৱা, তোমাৰ শপত। সিও ভাল।"

চৈধ্যদিনৰ মূৰত বাতিপুৱা আৱামীচকীত বহি আগৰ দৰেই কোলাৰ ওপৰত চুইচ্ বোৰ্ডখন লৈ ৰছীত টান মাৰিলে।

ৰহস্যময় পৰ্দ্দাত ভাঁহি উঠিল এটা অদ্ভুত দৃশ্য। নগৰখনৰ আটাইতকৈ

ডাঙৰ পথকেন্দ্ৰত উৎকণ্ঠিত মানুহবিলাকে হৈ চৈ কৰি কন্দা-কটা কৰিছিল। সৰু সৰু টেবুলবিলাক, ফুল আৰু ছোৱালীবিলাকৰ বৰ্ণোজ্জ্বল ছাতিবিলাক অদৃশ্য হৈ গৈছিল। ত্ৰিভুজৰ দৰে শাৰীপাতি সৈন্যবিলাকক আগবাঢ়ি যোৱা দেখিবলৈ পোৱা গ'ল। শিলৰে তৈয়াৰী ভয়ংকৰ পুতলাবিলাকৰ মুখৰ দৰে আছিল সিহঁতৰ মুখ। তাতোকৈয়ো দূৰত ব্যৱসায় এলেকাত দৌৰমাৰি আহি জনতাৰ একাংশই জুম পাতিলেহি। হেঁচা ঠেলাৰ ... ৰ পৰাই এজন মানুহে পাখিথকা যন্ত্ৰটোত উঠি ঘূৰি ঘূৰি আকাশলৈ উঠি ... । উদ্যানতো ঠিক সেইদৰেই উত্তেজিত জনতাৰ ভীৰ আৰু কলৰৱ। এটা কাৰখানাত জুম বান্ধি থিয় হৈ আছিল মজুৰসকল, তেওঁবিলাকৰ বিষণ্ণ মুখ উত্তেজনাত ৰঙা হৈ পৰিছিল। চকুত ক্ৰুদ্ধ দৃষ্টি।

নগৰখনত নিশ্চয় অভাৱনীয় কিবা এটা ঘটিছিল। ইথশ্‌কাৰ কান্ধত অকন মনে চাপৰ এটা মাৰি গুচেভে সুধিলে: 'কি হৈছে?" ইথশ্‌কাই একো উত্তৰ নিদিলে। তাই গুচেভৰ ফালে করুণ দৃষ্টিৰে বোবা হৈ চাই থাকিল।

## তুস্কুৰ

নগৰখনত এটা অস্থিৰতা বিৰাজ কৰিছিল। আইনাৰ টেলিফোনত অবিৰত-ভাবে গুঞ্জন আৰু জিলিকনি। পথে-ঘাটে-উদ্যানত সকলোতে মানুহে ভীৰ পাতিছিল। আকাশৰ ফালে দৃষ্টি ৰাখি তেওঁবিলাক সকলোৱেই কিবা এটা প্ৰতীক্ষা কৰিছিল।' শুকান সিজুৰ গুদামত জুই লাগিছিল বুলি এটা গুজৱ শুনিবলৈ পোৱা গৈছিল। আবেলি নগৰৰ পানীৰ টেপবিলাক খুলি দিয়া হ'ল আৰু তাৰ পৰা পানী নিৰ্গত হবলৈ ধৰিলে। কিন্তু বেছি সময় নহয়। নগৰৰ দক্ষিণ পশ্চিমত এটা বিস্ফোৰণ হৈছিল। মানুহে খিৰিকীবিলাকত কটাকটিকৈ কাগজৰ টুকুৰাবোৰ লগাই দিলে।

এই উত্তেজনাটো বিয়পি পৰিছিল—নগৰৰ মাজভাগত থকা ইঞ্জিনিয়াৰ-সকলৰ উচ্চতম পৰিষদৰ কাৰ্য্যালয়ৰ পৰা।

জনসাধাৰণে তুস্কুৰৰ সমাগত পতন আৰু আগন্তুক পৰিবৰ্ত্তনসমূহৰ কথা কবলৈ ধৰিছিল।



গুজৱৰ ফলত উত্তেজনাও বেছি হৈ পৰিছিল।—

"আজি ৰাতি সমগ্ৰ লাইট নিৰ্ব্বাপিত হৈ যাব।"

"মেৰুৰ বিদ্যুৎ কেন্দ্ৰবিলাক বন্ধ কৰি দিয়া হৈছে।"

"চুম্বক ক্ষেত্ৰ বিধ্বংস হৈ যাব।"

"উচ্চতম পৰিষদৰ মাটিৰ তলৰ ঘৰত কোনোবা সন্দেহজনক ব্যক্তিক গ্ৰেপ্তাৰ কৰি ... হৈছে।"

নগৰৰ ...কণ্ঠ অঞ্চলত, কলকাৰখানা, শ্ৰমিকসকলৰ বসতি অঞ্চলত আৰু বজাৰ-সমাবেশ... এই গুজৱৰ এটি বেলেগ প্ৰতিক্ৰিয়া ঘটিছিল। জনতাই ঘটনাটোৰ সম্ভাব্য পৰিণতিৰ বিষয়ে বেছিকৈ জনা যেন বোধ হৈছিল। আক্ৰোশ আৰু আনন্দৰ মিশ্ৰিত অনুভৱৰে সৈতে তেওঁবিলাকে কোৱাকুই কৰিছিল—১১নং বিৰাট জলাধাৰটো মাটিৰ তলত কাম কৰা শ্ৰমিকসকলে উকুৱাই দিছে, চৰকাৰৰ গুপ্তচৰবিলাকে চাৰিওফালে বেআইনী অস্ত্ৰ-শস্ত্ৰৰ ঘাটিৰ অনুসন্ধান কৰি ফুৰিছিল। তুস্কুৰে চৰাংচৰত সৈন্য সমাবেশ কৰিছিল।

দুপৰীয়া কাম-কাজ সকলো বন্ধ আছিল। অনেক মানুহে একেলগ হৈ কি ঘটিব পাৰে তালৈ অপেক্ষা কৰিছিল। আৰু কেৰাহিকৈ জীৰ্ণ পোছাক পিন্ধা, জেপত হাত ভৰাই ফুৰা ডেকা লৰাবিলাকলৈ চাইছিল। এই ডেকা লৰাবিলাক কৰ পৰা আহিছিল কোনেও নাজানিছিল।

আবেলি নগৰৰ ওপৰত চৰকাৰৰ নাওবিলাক উৰিবলৈ ধৰিলে। বগা প্ৰচাৰ পত্ৰই নগৰখন চাটি ধৰিলে।

চৰকাৰৰ ফালৰ পৰা কোৱা হ'ল—গুজৱত কোনোৱে কাণ নিদিব, শত্ৰু-সকলেই গুজৱ প্ৰচাৰ কৰিছে। আৰু কলে—'চৰকাৰৰ শক্তি আগেয়ে কেতিয়াও ইমান শক্তিশালী আৰু দৃঢ় নাছিল।

অলপমান স্থিৰতাৰ ভাব ঘূৰি আহিছিল। কিন্তু অলপ সময়ৰ পাছত আকৌ অনেক উৰাবাতৰি প্ৰচাৰ হ'ল। ইটোতকৈ সিটো বেছি ভয়ংকৰ। এটা বিষয়ত কিন্তু একো সন্দেহ নাছিল: সন্ধ্যাবেলাত ইঞ্জিনিয়াৰসকলৰ উচ্চতম পৰিষদত তুস্কুৰৰ লগত চয়াংচেৰাৰ মজদুৰসকলৰ নেতা ইঞ্জিনিয়াৰ গৰৰ ভীষণ বিৰোধ হব।

সন্ধ্যাৰ সময়ত উচ্চতম পৰিষদৰ কাৰ্য্যালয়ৰ সন্মুখৰ চকটোত বহুত মানুহে জুম বান্ধিলেহি। চিৰি, প্ৰবেশপথ আৰু ওপৰৰ মুকলি ঠাইত সৈন্যসকলে পহৰা দিছিল। শীতল বতাহে কুঁৱলীৰ ডাৱৰ নমাই আনিছিল। সেমেকা

অন্ধকাৰত-দোদুল্যমান লেম্প বিলাকৰ পৰা বিষণ্ণ ৰঙা পোহৰ বিচ্ছুৰিত হৈছিল। কাৰ্য্যালয়ৰ প্ৰকাণ্ড দেৱালবিলাক অস্পষ্ট পিৰামিডৰ দৰে উন্নত হৈ আছিল। প্ৰতিখন খিৰিকীতে পোহৰ দেখা গৈছিল।

*    *    *

গধুৰ গম্বুজৰ তলত এম্পিথিয়েটাৰৰ ঘূৰণীয়া বহল ঘৰটোক বেঞ্চত উচ্চ পৰিষদৰ সভ্যসকল বহি আছিল। তেওঁবিলাকৰ মুখমণ্ডলত এটা সতৰ্কতাৰ ভাব। তেওঁবিলাকক পহৰা দি থকা হৈছিল। দেৱালৰ অনেক ওপৰত ছায়াৰ দৰ্পণত প্ৰতিফলিত হৈ উঠিছিল এটাৰ পাছত এটাকৈ নগৰৰ দৃশ্যাৱলী: কলকাৰখানাৰ অন্তৰ্ভাগ দেখিবলৈ পোৱা গৈছিল। বাটৰ কেঁকুৰিত ইফালে সিফালে কুঁৱলীৰ মাজে মাজে মানুহ অহাযোৱা কৰিছিল, জলাধাৰ, বিদ্যুৎ চুম্বকৰ গম্বুজ আৰু সতৰ্ক প্ৰহৰীবেষ্টিত অ'ত ত'ত শাৰী পাতি থকা ডাঙৰ ঘৰবিলাক দেখিবলৈ পোৱা গ'ল। এটাৰ পাছত এটাকৈ নগৰৰ আটাইবোৰ নিয়ন্ত্ৰণ-দৰ্পণৰ লগত উচ্চতম পৰিষদৰ দৰ্পণৰ সংযোগ স্থাপন কৰা হ'ল। একেবাৰে শেষত দেখিবলৈ পোৱা গৈছিল উচ্চতম পৰিষদৰ কাৰ্য্যালয়ৰ সন্মুখৰ স্কোৱাৰত কুঁৱলী আৰু লেম্পৰ অস্পষ্ট আলোকত বিৰাট জনসমুদ্ৰ। মুকলি হলটো জনতাৰ অশুভ গুঞ্জন ধ্বনিৰে মুখৰিত হৈ উঠিল।

হুইচেলৰ তীব্ৰ ধ্বনিত পৰিষদৰ সভ্যসকল সতৰ্ক হৈ উঠিল। ৰহস্যময় পৰ্দাখন নিৰ্ব্বাপিত হৈ গৈছিল। এম্পিথিয়েটাৰৰ সন্মুখত ক'লা আৰু সোণালী ব্ৰোকেডেৰে আবৃত মঞ্চত তুস্কুৰ থিয় হ'ল। মুখমণ্ডল শান্ত, বিবৰ্ণ আৰু গম্ভীৰ—

তেওঁ কলে: 'নগৰত অশান্তি দেখা দিছে। তাৰ কাৰণ—মোৰ বিৰোধিতা কৰা হব—গুজব প্ৰচাৰ কৰা হৈছে। ৰাষ্ট্ৰ এখনৰ ভিত্তি কঁপি উঠাৰ ক্ষেত্ৰত এনেকুৱা এটা যথেষ্ট। মই ভাবো যে এই পৰিস্থিতি বৰ অসুস্থ আৰু অশুভ। উত্তেজনা সৃষ্টি হবৰ মূলতে যি কাৰণ আছে এই সকলোবিলাক চিৰকালৰ বাবে আঁতৰাই দিয়া উচিত। মই জানো আমাৰ মাজত অনেক আছে যি সকলে আজি ৰাতিৰ ভিতৰতে নগৰৰ সকলো ফালে মোৰ কথা বিলাক ৰটনা কৰিব। স্পষ্ট কথা কবলৈ গ'লে নগৰত এতিয়া, অৰাজকতা চলিছে। আমাৰ গুপ্তচৰসকলৰ পৰা যি শুনিবলৈ পোৱা গৈছে তাৰ পৰা ধাৰণা হৈছে যে নগৰ তথা দেশৰ 'এই অৰাজকতা বোধ কৰিব পৰা শক্তি নাই। পৃথিবীৰ ভীষণ সৰ্ব্বনাশ আৰম্ভ হৈছে।



এম্পিথিয়েটাৰত ভীষণ গুঞ্জন ধ্বনি উঠিছিল। তুস্কুৰৰ মুখত বিষণ্ণ হাঁহি ফুটি উঠিল।

যি শক্তিয়ে পৃথিবীৰ শান্তি শৃঙ্খলা ভংগ কৰিছে সেই শক্তিৰ উৎস হল নগৰ। মনৰ শান্তি, বাচি থকাৰ সহজাত চিন্তা, মানুহৰ আবেগ এই সকলোবিলাক লোপ পাইছে খেল আমোদ-প্ৰমোদ আৰু অৰ্থহীন আনন্দৰ যোগেদি। খাদ্যবাৰ ধূপগন্ধ ... নগৰখনৰ প্ৰাণ। ধোঁৱা আৰু প্ৰলাপ—আন একো নাছিল। ... স্থানপৰা যি সকলে লক্ষ্য কৰিছিল তেওঁবিলাকৰ কাৰণে উজ্জ্বল আলিবাট কোলাহল, বিলাসী সোণালী নাও ঈৰ্ষাৰ বস্তু হৈ পৰিছিল। অনাবৃত পিঠি, অনাবৃত উদৰ আৰু শৰীৰত মন মতলীয়া কৰি তোলা ফুলৰ সৌৰভ গণিকালয়ৰ সন্মুখত পোহৰৰ জিলমিলনি, বাটপথৰ ওপৰত ভাঁহি যোৱা বেস্তোৰাঁ-বোট,—এয়েই নগৰ, মনৰ শান্তি পূৰি ছাই হৈ গৈছে। উচ্ছৃঙ্খল মানুহৰ মনত কেৱল এটা ইচ্ছা—এটাই বাসনা—সেইটো হ'ল, উন্মত্ততাত আপোন পাহৰি ব্যস্ত হৈ উঠা, কেৱল ৰক্তাক্ত হত্যাই হে সেই উত্তেজনা আনি দিয়ে।

শূন্যতে আঙুলি জোকাৰি তুস্কুৰে কথাবোৰ কৈ গল। মুকলি হলঘৰটোৰ শ্ৰোতাসকল সতৰ্ক হৈ উঠিল। তুস্কুৰে পুনৰ কৈ গল—

"এই নগৰখনেই সেই স্বেচ্ছাচাৰী ব্যক্তিসকলৰ পথ উন্মুক্ত কৰি দিছে যি সকলৰ জীৱনৰ একমাত্ৰ লক্ষ্য আৰু উদ্দেশ্য হ'ল ধ্বংস। মানুহে ভাবে যে স্বেচ্ছাচাৰেই হ'ল স্বাধীনতা। তেওঁবিলাকৰ ভুল। স্বেচ্ছাচাৰৰ পৰা কেৱল স্বেচ্ছাচাৰেই জন্ম হয়। ৰাষ্ট্ৰৰ কৰ্তব্য হ'ল অৰাজক মানুহবিলাকৰ বিৰোধিতা কৰা—ইটোৱেই আইন। শৃঙ্খলা ৰক্ষাৰ কাৰণে দৃঢ় প্ৰতিজ্ঞ হৈ অৰাজকতাক দমন কৰা আমাৰ কৰ্তব্য। দেশৰ সুস্থ সবল মানুহবিলাকক সংহত কৰি আমি স্বেচ্ছাচাৰীৰ বিৰুদ্ধে পঠিয়াব লাগিব। চাব লাগিব যাতে বেছি লোকচান হবলৈ নাপায়। স্বেচ্ছাচাৰৰ বিৰুদ্ধে আমি নিৰ্মম সংগ্ৰাম ঘোষণা কৰিব লাগিব। এতিয়ালৈকে লোৱা নিৰাপত্তাৰ বিধানসমূহ সাময়িক ধৰণৰ। কিন্তু এটা সময় আহিব যেতিয়া পুলিচৰ দুৰ্বল দিশটো পৰিষ্কাৰ হৈ পৰিব। সেই সময়ত আমি আমাৰ পুলিচৰ সংখ্যা হয়তো দুগুণ কৰিম, কিন্তু স্বেচ্ছাচাৰীসকলৰ সংখ্যা চাৰিগুণ বাঢ়িব, সেই কাৰণেই আমিয়েই প্ৰথমতে আক্ৰমণ আৰম্ভ কৰিব লাগিব। কঠোৰ শৃঙ্খলা আৰু দৃঢ় ব্যৱস্থা লব লাগিব, নগৰ ধ্বংস নকৰিলে নহব।

এম্পিথিয়েটাৰৰ অৰ্দ্ধেক মানুহে বহাৰপৰা থিয় হৈ চিঞৰি উঠিল। সিহঁতৰ মুখ আছিল বিবৰ্ণ। চকুত যেন জুই জলিছিল। তুস্কুৱে চাবিওফালে দৃষ্টিপাত কৰাত জনসাধাৰণ শান্ত হ'ল।

"যি কোনো এভাবে হলেও নগৰখনৰ ধ্বংস অনিবাৰ্য্য। সেই কাৰণেই ইয়াক আমি নিজে ধ্বংস কৰি দিয়াই উচিত। পাছত লগে লগে নগৰৰ সুস্থ আৰু শুভবুদ্ধি সম্পন্ন মানুহবিলাকক গাওঁ অঞ্চলত ৰস[illegible] স্থাপন কৰোৱাৰ আঁচনি কৰিম, গৃহযুদ্ধৰ পাছত পৰিত্যক্ত হৈ থকা লৰি[illegible]জিবা পৰ্ব্বতৰ সিপাৰে উৰ্বৰ ভূমিখণ্ড আমি ব্যৱহাৰ কৰিব পাৰো। [illegible]হিত কৰিবলগীয়া আছে। কিন্তু উদ্দেশ্যটো মহান। নগৰখন ধ্বংস কৰি আমি সভ্যতাক বচাব নোৱাৰো। নাইবা তাৰ দ্বাৰা সভ্যতাৰ ধ্বংসক কিছুদিন পিছুৱাই দিয়াও সম্ভৱ নহয়। কিন্তু মঙ্গলগ্ৰহৰ মানুহবিলাকে শান্তিৰে আৰু আত্ম-মৰ্য্যাদাৰে সৈতে বিলোপ হব পাৰে আমি তাৰেই ব্যৱস্থা কৰিব লাগিব।"

"তেওঁ কি কব খুজিছে ?" ক্ৰুদ্ধ জনতাই উচ্চকণ্ঠত চিঞৰি উঠিল।

"আমি কিয় মৰিম ?"

"তেওঁ পাগল হৈছে।"

"তুস্কুৰ ধ্বংস হওক।"

"তুস্কুৰৰ ভ্ৰূকুঞ্চন দেখি এম্পিথিয়েটাৰত পুনৰ শৃঙ্খলা ঘূৰি আহিল।

"মঙ্গলগ্ৰহৰ ইতিহাস শেষ হৈ আহিছে। আমাৰ গ্ৰহৰ জীৱনত ঘূণে ধৰিছে। জন্ম আৰু মৃত্যুৰ হাৰৰ কথা তোমালোকে নিশ্চয় জানা। আৰু কেইশতাব্দী মানৰ পাছত মঙ্গলগ্ৰহৰ শেষ অধিবাসীসকলে শেষবাৰৰ বাবে সূৰ্য্যাস্ত দেখিবলৈ পাব,—বিলোপৰ এই প্ৰক্ৰিয়াটোক বোধ কৰিবলৈ আমি শক্তিহীন। জীৱনৰ শেষ দিনকেইটা যেন সুখ ভোগবিলাসৰ মাজেদি কটাব পৰা যায়—তাৰ কাৰণে জ্ঞানীলোকৰ দৰে দৃঢ় ব্যৱস্থা হাতত নললে নচলিব। সেইবাবেই প্ৰথমে প্ৰধানকৈ নগৰখন ধ্বংস কৰিব লাগিব। ই সভ্যতাৰ কাৰণে ইয়াৰ কৰিবলগীয়া খিনি কৰিলে। এতিয়া ই সভ্যতাক দুৰ্নীতিগ্ৰস্ত কৰি তুলিছে। নগৰখনৰ ধ্বংস নকৰিলে উপায় নাই।"

যাক গুচেভে ৰহস্যময় পৰ্দ্দাত দেখিবলৈ পাইছিল—সেই বহলমুখৰ গৰ নামৰ ডেকা লৰাজন এম্পিথিয়েটাৰৰ মাজত নিজৰ বহা ঠাইতে থিয় হ'ল।

তেওঁৰ মাতটো আছিল ক্ষীণ। তেওঁ তুস্কুৰৰ ফালে আঙুলি টোঁৱাই কলে :

"মিছা কথা,—তেওঁ নগৰখনক ধ্বংস কৰিবলৈ বিচাৰিছে নিজৰ ক্ষমতাক



অব্যাহত ৰাখিবলৈ। আমাক মৃত্যুদণ্ড দিছে যাতে নিজৰ ক্ষমতা বজাই ৰাখিব পাৰে। তেওঁ জানে যে তেওঁৰ ক্ষমতা ৰক্ষাৰ একমাত্ৰ উপায় হৈছে লক্ষ লক্ষ মানুহৰ ধ্বংস সাধন। যি সকলে সোণালী নৌকাত বিচৰণ নকৰে, যি সকলে মাটিৰ তলতে জন্মগ্ৰহণ কৰি, মাটিৰ তলতে নগৰৰ কাৰখানা-সমূহত মৃত্যুবৰণ কৰিছে, উৎসৱৰ দিনতো যি সকলে বিষণ্ণ মনেৰে ধূলি ধূসৰিত বাটপথ[illegible] ঘূৰি ফুৰিব লগীয়া হৈছে, হতাশাৰ হুমুনিয়া কাঢ়ি যি সকলে অভিশপ্ত থা[illegible]ৰ বুকুত আত্মবিলুপ্তিৰ কথা ভাবিবলগীয়া হৈছে সেইসকলে তেওঁক কিমা[illegible]ঘৃণা কৰে সেইকথা তেওঁ খুব ভালকৈ জানে। তুস্কুৱে আজি আমাৰ কাৰণে মৃত্যুশয্যা ৰচনা কৰিছে—সেই মৃত্যুশয্যাত তেওঁ নিজেই শয়ন কৰক। আমি মৰিবলৈ কামনা নকৰো। জীয়াই থাকিবৰ কাৰণে আমি জন্মগ্ৰহণ কৰিছো। বিপদৰ কথা অৰ্থাৎ মঙ্গলগ্ৰহৰ বিধ্বংসৰ কথা আমি নজনা নহয়। কিন্তু আমাৰ ৰক্ষাকৰ্ত্তাৰো অভাৱ নাই। আমাক পৃথিৱীৰ মানুহে বচাব —পৃথিৱীৰ মানুহ স্বাস্থ্যদীপ্ত—সেই মানুহৰ শৰীৰত উষ্ণৰক্তৰ প্ৰবাহ। সেইসকল মানুহকে তুস্কুৱে ভয় কৰে সবাতোকৈ বেছি ; তুস্কুৰ, তুমি তোমাৰ নিজৰ ঘৰত পৃথিৱীৰ দুজন মানুহক লুকুৱাই ৰাখিছা। আকাশ-পুত্ৰ সকলক তুমি ভয় কৰা। যি সকল দুৰ্ব্বল, ধোৱাঁখোৰ—খাভ্ বাৰ সেইসকল মানুহৰ মাজতহে তুমি শক্তিশালী। যি সকলৰ ধমনীত উত্তপ্ত ৰক্ত প্ৰবাহিত, যি সকল বলিষ্ঠ—সেই-সকল অহাৰ লগে লগে তুমি ছাঁৰদৰে দুঃস্বপ্নৰ দৰে নো হোৱা হৈ যাবা,—ছায়া-মূৰ্তিৰ দৰে অদৃশ্য হৈ যাবা। এইটোকেই তুমি আটাইতকৈ বেছি ভয় কৰা। স্বেচ্ছাচাৰ—অৰাজকতাৰ এইবিলাক তত্বৰ কথা ভাবি তুমি মগজ গৰম কৰিছা খুব, উত্তেজনাত নগৰ ধ্বংসৰ পৰিকল্পনা কৰিছা। তুমি বিচাৰিছা আকণ্ঠ ৰক্তপান কৰিবলৈ। যি দুজন সাহসী মানুহ আমাক উদ্ধাৰ কৰিবলৈ আহিছে সেই দুজন লোকক অলক্ষিতে আঁতৰাই দিবৰ কাৰণেই তোমাৰ প্ৰয়োজন হৈ পৰিছে সকলোৰে মন অন্যফালে আকৰ্ষণ কৰাৰ।—মই জানো তুমি ইতিমধ্যেই হুকুম দিছা যে—"

কথাৰ মাজতে গৰ ৰৈ গল। কণ্ঠত মুখ বিবৰ্ণ হৈ উঠিছিল। ভ্ৰূ তলৰ পৰা কঠোৰ দৃষ্টিৰে তাৰ চকুলৈ তুস্কুৱে চাই পঠিয়ালে।

"মোক কথা কোৱা বন্ধ কৰিব নোৱাৰিবা। মই কেতিয়াও মনে মনে নাথাকো।" হৰ হৰকৈ গৰে কৈ গল। "জানো—তুমি মোহিনী মন্ত্ৰত পাকৈত। কিন্তু চকুৰ দৃষ্টিলৈ মই ভয় নকৰো।"

বহল হাতৰ তলুৱাৰে বহুত কষ্টৰে গৰে কপালৰ ঘাম মছিলে। গভীৰ ভাবে নিশ্বাস ল'লে। তাৰ ভৰি দুটা কঁপি উঠিছিল। এম্পিথিয়েটাৰৰ নিস্পন্দ মানুহবিলাকে নিৰ্ব্বাক হৈ তেওঁলৈ চাই আছিল। গৰ বেঞ্চত বহিল। তেওঁৰ মূৰটো তললৈ হালি পৰিছিল। দাঁত কামোৰাৰ শব্দ শুনিবলৈ পোৱা গৈছিল।

চকুৰ ভ্ৰূ ওপৰলৈ তুলি তুস্কুৰে শান্তভাৱে কৈ গল:

"পৃথিবীৰ পৰা অহা মানুহৰ ওপৰতে বোধকৰো তুমি ভ[illegible]া কৰিছা। কিন্তু দেৰি হৈ গৈছে। আমাৰ ধমনীত নতুন ৰক্তৰ সঞ্চালন কৰিবৰ খুজিছা? বহুত দেৰি হ'ল—বহুত দেৰি হল আৰু বৰ নিষ্ঠুৰ। আমাৰ গ্ৰহৰ যন্ত্ৰণা বৃদ্ধি কৰা—দীৰ্ঘায়ত কৰা। সেইটো কৰিবলৈ গলে আমাৰ দুখ দুৰ্দ্দশা বাঢ়িব। কিয়নো তেতিয়া বিজেতাসকলৰ গোলাম হব লাগিব। নহৈ উপায় নাই। সভ্যতাৰ শান্ত আৰু মহান সূৰ্য্যাস্তৰ পৰিবৰ্ত্তে মহাকালৰ ক্লান্ত পৰিক্ৰমাৰ মাজত নিজকে সঁপি দিয়া হব। কিন্তু কিয়? কিয় আমি ভংগুৰ হলেও জ্ঞানী জাতিটোৱে বিজেতাসকলৰ পদসেৱা কৰিম? প্ৰাসাদ আৰু উদ্যানৰ পৰা আমাক বিতাৰিত কৰিব সেই বৰ্ব্বৰ সকলে, আমাৰ দ্বাৰা তৈয়াৰ কৰাৰ নতুন জলাধাৰ, খনিৰ পৰা তুলিবলৈ বাধ্য কৰিব কেঁচা লো,—মঙ্গল গ্ৰহৰ উপত্যকাই উপত্যকাই আকৌ নিনাদিত হব যুদ্ধৰ হুঙ্কাৰ—তাৰ কাৰণে? নগৰে নগৰে আকৌ উন্মাদ মানুহৰ জন্ম হওক—তাৰ কাৰণে? নহয়, নহয় সেইটো হবই নোৱাৰে। আমি আমাৰ বাসগৃহত শান্তিৰে মৰিবলৈ বিচাৰো। দূৰৰ পৰাই বিচ্ছুৰিত হওক তালংচেলৰ ৰক্ত আভা। আমি বিদেশীক কেতিয়াও সহ্য কৰিব নোৱাৰো। আমি মেৰু দেশত নতুন নতুন ষ্টেচন তৈয়াৰ কৰিম। দূৰ্ভেদ্য আবৰণে আমাৰ গ্ৰহটোক আবৃত কৰিম। চয়াংচেৰা—যি স্বেচ্ছাচাৰ আৰু উন্মাদ স্বপ্নৰ উৎস—তাক আমি ধ্বংস কৰিম। এই চয়াং চেৰাৰ যোগেদিয়েই পৃথিবীৰ লগত সংযোগ স্থাপন কৰাৰ দোষনীয় আঁচনি তৈয়াৰ কৰা হৈছিল। নগৰৰ ৰাস্তাই ৰাস্তাই আমি নাঙল চলাব লাগিব। জীৱন নিৰ্ব্বাহৰ প্ৰতিষ্ঠানবিলাকৰ বাহিৰে একো নাৰাখো। সেই প্ৰতিষ্ঠানবিলাকত মদপী, অপৰাধী আৰু উন্মাদবিলাকক কামত খটুৱাম। আমি সিহঁতক শিকলিৰে বন্দী কৰি ৰাখিম। সিহঁতক জীয়াই থাকিবলৈ দিয়া হব, কিয়নো সিহঁত জীয়াই থাকিবলৈ উৎসুক। যি সকলে আমাক মানি চলিব তেওঁবিলাকক গাওঁত ঘৰবাৰী দিয়া হব, অন্নসংস্থান



আৰু সুখ সুবিধা দিয়া হব। বিশ হাজাৰ বছৰৰ কঠোৰ পৰিশ্ৰমৰ ফলত আমি বাচি থকাৰ অধিকাৰ পাইছো, অধিকাৰ পাইছো শান্তিৰে থকাৰ আৰু চিন্তা কৰাৰ। স্বৰ্ণযুগৰ গৌৰৱৰ মাজেদিয়েই সভ্যতাৰ সমাপ্তি ঘটিব। সাধাৰণ উৎসৱ আৰু আমোদ-প্ৰমোদৰ ব্যৱস্থা কৰা হব। এনেকুৱা হব পাৰে যে শান্তিত থাকিলে আমি আৰু কেইবা শ বছৰো জীয়াই থাকিব পাৰো।"

এম্পিথিয়ে[illegible] মানুহবিলাক মন্ত্ৰমুগ্ধৰ দৰে নীৰৱ হৈ আছিল। তুস্কুৰৰ মুখম[illegible]ত দাগ দেখা গৈছিল। অনাগত ভৱিষ্যতক যেন অনুধাবন কৰিবলৈ চেষ্টা কৰিছে—এনেকুৱা ভাবে তেঁও চকু দুটা মুদি দিলে।

গম্বুজ মণ্ডিত হলঘৰটোত বাহিৰৰ জনতাৰ কলৰৱ ভাঁহি উঠিল। গৰ থিয় হ'ল। মুখখন তেওঁৰ বিকৃত হৈ উঠিছিল। টুপিটো মূৰৰ পৰা খুলি দূৰলৈ দলিয়াই দিলে। বেঞ্চবোৰ পাৰ হৈ হাতমেলি তেওঁ তুস্কুৰৰ ফালে আগবাঢ়ি গ'ল। তুস্কুৰৰ ডিঙিত ধৰি একে ঢকাই তেওঁক ব্ৰোকেড আবৃত মঞ্চৰ পৰা ভূপতিত কৰিলে। আৰু সেই একেদৰেই হাত দুখন প্ৰসাৰিত কৰি আঙুলিবোৰৰ মাজৰ ফাকবোৰ বহল কৰি এম্পিথিয়েটাৰৰ মুখ কৰি থিয় হ'ল। চেপা মাতেৰে তেওঁ চিঞৰি কলে—

"ঠিক আছে—মৰিবলৈ যদি বিচাৰিছা—তোমালোকেই মৰা—আমি যুদ্ধ কৰি যাম।"

বেঞ্চৰ পৰা হৈ চৈ কৰি অনেক মানুহ নামি আহিল। কেইজনমানে ধৰাশায়ী তুস্কুৰৰ ফালে দৌৰি গল।

একে জাপে দুৱাৰৰ কাষলৈ গৈ কিলাকুটিৰে ঢকা মাৰি প্ৰহৰীক আঁতৰাই দিলে গৰে। স্কোৱাৰলৈ যোৱাৰ দুৱাৰত জিলিকি উঠিল ক'লা হলো চোলাৰ এটা দাঁতি। দূৰত তেওঁৰ মাত প্ৰতিধ্বনিত হৈ উঠিল জনতাৰ মাজত।

---

## অকলশৰীয়া লচ

"বিপ্লৱ আৰম্ভ হৈছে। গোটেই নগৰখন গৰ্জ্জি উঠিছে। —তুমি কি ভাবা?"

গুছেভ লাইব্ৰেৰীত আছিল। তাৰ চকুৰ আন[illegible]কেনি নাচি উঠিল। তাৰ চকুৰ নিদ্ৰাচ্ছন্ন ভাৱ আঁতৰি গৈছিল। তাৰ [illegible] কোঁচখাই উঠিছিল। গোঁফ থিয় হৈ উঠিছিল। তেওঁ চামবাৰ তললৈ হাত গুজি দিলে আৰু কলে—

"উৰণীয়া নাৱত সকলো জমা কৰি ৰাখিছো। খোৱাৰ সামগ্ৰী—হাত বোমা—চব। এটা বন্দুকো সৰকাইছো। কিতাপ চিতাপ পেলাই বেগাই ব'লা।"

"চোফাৰ এটা কোণত ভৰি তুলি লচে তাৰ ফাললৈ একো নেদেখাৰ দৰে তাৰ ফালে চাই আছিল। আইলিতা আহিব বুলি অপেক্ষা কৰোতেই ইতিমধ্যে দুটা ঘণ্টা পাৰ হৈ গৈছিল। দুৱাৰৰ কাষলৈ গৈ কাণ পাতি শুনিবলৈ চেষ্টা কৰিছিল। কিন্তু আইলিতাৰ ঘৰত কোনো শব্দ শুনিবলৈ পোৱা নগল। চোফাৰ এটা কোণত বহি মনত অধীৰ আকাঙ্ক্ষা লৈ বহি আছিল—কেতিয়া শুনিবলৈ পোৱা যাব আইলিতাৰ পদধ্বনি! তেওঁ জানিছিল—আইলিতাৰ সেই লঘু পদধ্বনিয়ে তেওঁৰ হৃদয়ত ধুমুহাৰ সৃষ্টি কৰিব। আগৰ দৰেই তাই আহিব, কল্পনাতকৈও সুন্দৰ আৰু বাঞ্চিত—ওখ সূৰ্য্যালোকত খিৰিকীৰ তলেৰে আহিব,—আইনাৰ দৰে চিকমিকীয়া মজিয়াত লুটি খাই পৰিব তাইৰ ক'লা গাউন। আৰু তেতিয়া লচৰ সমস্ত শৰীৰ কঁপি উঠিব। ধুমুহাৰ প্ৰাক মুহূৰ্ত্তৰ দৰে তাৰ সমগ্ৰ অন্তৰত শিহঁৰণ উঠি নীৰৱ হৈ যাব।

"আপোনাৰ কি হৈছে? জৰ উঠিছে নেকি? এইদৰেই বহি আছে কিয়? কওঁ শুনক—সকলো তৈয়াৰ হৈ আছে। মই বিচাৰো যে আপুনি মঙ্গলগ্ৰহৰ কমিছনাৰ হওক। গোটেই বস্তুটো নিচেই সহজ হৈ আছে।"

গুচেভৰ দৃষ্টিৰ পৰা সাৰিবলৈ তললৈ মুখ কৰি তেওঁ অস্পষ্ট ভাবে সুধিলে:

"কি হৈছে নগৰত?"



"চয়তানেহে জানে। বাটত অনেক মানুহ। হৈ হাল্লা। খিৰিকী ভাঙিছে।"

"আপুনি যাওক, এলেক্সই ইভানভিচ: কিন্তু ৰাতিৰ ভিতৰতে টুকটি অহাটো বাঞ্চনীয়। আপোনাক মই কথা দিছো—আপোনাক প্ৰতিটো ক্ষেত্ৰতে সহায় কৰিম, যি বিচাৰে সেইটো'ৰেই হব। বিপ্লৱ কৰে, মোক কমিছনাৰ বনাই—অথবা গুলী কৰি মাৰে—মাৰক—কিন্তু দোহাই আপোনাৰ—আজিটো মোক শান্তিত থাকিব[illegible] ৰাজী?"

"ঠিক আ[illegible]" গুচেভে কলে, "এই তিৰোতা মানুহবিলাকেই চব ঠাইতে গন্দগোল লগাই ফুৰে। মৰক চালা সেইচব। সপ্তম স্বৰ্গলৈ উৰি আহিলো ইয়াতো আকৌ সেই তিৰোতা মানুহ। ছিঃ, মাজৰাতি আকৌ ঘূৰি আহিব। মোৰ কথাটো যেন কোনেও গম পাই তাৰ প্ৰতি ঈশ্ব্ কাই লক্ষ্য ৰাখিব।"

গুচেভ গুচি গ'ল। আকৌ কিতাপ হাতত লৈ লচে ভাবিলে:

"ক'ত অৱসান হব এইবিলাকৰ। প্ৰেমৰ এই ধুমুহাৰ জানো সমাপ্ত হব? ওঁহো, কেতিয়াও নহয়। মৃত্যুৰ দৰে যন্ত্ৰণাৰ মাজত অপৰূপ আলোকৰ জিলিকনিৰ বাবে এইদৰে বহি থকা—ইয়াকে জানো মই বিচাৰিছিলো। আনন্দ নাছিল, বিষণ্ণতা নাছিল—নাছিল স্বপ্নৰ কল্পনা বা তৃপ্তি, কিন্তু আইলিটাৰ সান্নিধ্যই হিমশীতল নিসংগ দেহত প্ৰাণ প্ৰবাহৰ সৃষ্টি কৰিছে। আইনাৰ দৰে চিকমিকীয়া মজিয়াত দীপ্তিমান খিৰিকীবিলাকৰ তলেৰে লঘু চৰণ ধ্বনি আহিল জীৱন। কিন্তু ইও তো স্বপ্ন। মই বিচাৰিছিলো মোৰ কামনা পূৰ্ণ হওক। তেতিয়াই তাইৰ অন্তৰতো প্ৰাণ প্ৰবাহিত হব। কম্পিত ৰূপান্তৰিত দেহ সৌষ্ঠৱৰে পূৰ্ণ হৈ উঠিব আইলিটা। তেতিয়া পুনৰ আৰম্ভ হব মোৰ নিসংগ ব্যাকুলতা।"

ইয়াৰ আগতে লচে কেতিয়াও ইমান পৰিষ্কাৰ ভাবে প্ৰেমৰ আশাহীন ব্যাকুলতা অনুভব কৰা নাছিল। প্ৰেমৰ ভ্ৰান্তিৰ কথা কেতিয়াও তেওঁৰ বোধগম্য হোৱা নাছিল। নাৰীৰ ওচৰত আত্মদান, কি ভয়ংকৰ সেই আত্মত্যাগ! পুৰুষ জাতিৰ কাৰণে এটা অভিশাপৰ দৰে। দুয়ো হাত প্ৰসাৰিত নক্ষত্ৰৰ বুকুত নাৰীৰ কাৰণে প্ৰতীক্ষাত থকা। সকলোৰে অধিকাৰী হৈ নাৰী বাচি থাকিব। আৰু প্ৰেমিক আৰু পিতৃয়ে ছায়ামূৰ্ত্তিৰ দৰে হাত মেলি দিব নক্ষত্ৰৰ ফালে।

আইলিটাই ঠিকেই কৈছিলে। মঁচাকৈয়ে সি ইতিমধ্যে অৰ্থহীন ভাবে

অনেক ক'। শিকি পেলাইছিল। তাৰ চেতনাত অনেক জানিবৰ স্পৃহা। তাৰ শৰীৰত, আকাশ-পুত্ৰৰ শৰীৰত এতিয়াও উষ্ণ ৰক্তৰ প্ৰবাহ—অস্থিৰ প্ৰাণৰ বীজেৰে এতিয়াও পূৰ্ণ হৈ আছে তাৰ সত্তা। কিন্তু বুদ্ধি তাৰ সুদূৰ-প্ৰসাৰী—হাজাৰ বছৰৰ আগ বঢ়া: ইয়াত—অন্য এজনে যি কথা জানিবৰ কোনো প্ৰয়োজন নাই,—সেই কথা তাৰ ওচৰত পৰিস্কাৰ হৈ পৰিছে। বুদ্ধি তাৰ সন্মুখত তুষাৰ মৰুভূমিৰ বন্ধ দ্বাৰ খুলি দিছে। কি মহান আবিষ্কাৰ কৰি পেলাইছে সি তাৰ বুদ্ধিৰ সহায়ত। মৰুভূমি আৰু তা... পাৰ হৈ নতুন ৰহস্যময় জগত।

উষ্ণ আলোকত উচ্ছাসত চকু মুদি গান গোৱা পক্ষীক মানুহৰ জ্ঞানৰ কথা বুজাবৰ কাৰণে চেষ্টা কৰক—সি মৰি যাব।

খিৰিকীৰ বাহিৰ ফালে এবি দিয়া উৰণীয়া নৌকাখনৰ হুইচেল শুনা গল। তাৰ পাছত লাইব্ৰেৰীৰ দুৱাৰেদি মুখ উলিয়াই ইথাই কলে:

"আকাশ-পুত্ৰ, খাবলৈ ব'লা——

ততাতৈয়াকৈ লচ খোৱাৰ ঘৰলৈ গ'ল। সেই শুভ্ৰ ঘূৰণীয়া ঘৰটোতে এই কেইটা দিন আইলিটাৰ লগত সি খোৱাবোৱা কৰিছিল। ঘৰটো গৰম। ঢামৰ কাষত ওখ ফুলদানীত ফুলৰ উগ্ৰ সৌৰভ। কান্দি কান্দি ৰঙা হৈ পৰা হৈ চকু দুটা অন্যফালে ঘূৰাই ইথাই কলে:

"আকাশ-পুত্ৰ, আজি আপুনি অকলশৰে খাব লাগিব।" ইথাই আইলিটাৰ প্লেটখন বগা ফুলেৰে ঢাকি দিলে।

বিষণ্ণ মুখেৰে লচে টেবুলত বহিলে। খোৱা বস্তু স্পৰ্শও নকৰিলে। কেৱল কুটী কিখন লবচৰ কৰি কেই গিলাচ মান মদ খালে। টেবুলৰ ওপৰত আইনা লগোৱা গম্বুজ। তাৰ পৰা অন্য দিনৰ দৰেই উৎসাৰিত হৈছিল সংগীতৰ ক্ষীণ শব্দ। লচে দাঁত কামুৰি ধৰিলে।

গম্বুজৰ পৰা ধ্বনিত হৈছিল আৰু দুটি সুৰ। এটা তাঁৰৰ আনটো পিতলৰ যন্ত্ৰৰ। সুৰ দুটি একেলগে মিলি এনেকুৱা স্বপ্নময় আবেশৰ সৃষ্টি কৰিছিল যি কেতিয়াও সত্য হব নোৱাৰে কোনোদিন। উচ্চ মৃতকল্প মাত্ৰাত বিছিন্ন হৈ সুৰ দুটা আকৌ ধীৰে ধীৰে নামি আহিছিল নিম্ন মাত্ৰালৈ; যেন মৃত লোকৰ পৰা ব্যাকুল ভাবে চিঞৰি মিলনৰ কথা কৈছে, আকৌ বাৰেবাৰে মিলি গৈছিল সেই দুয়োটা সুৰ—ঘূৰি ঘূৰি একাত্ম হৈ গৈছিল অতি পুৰাতন ওৱালজৰ সুৰৰ দৰে।





দৃঢ় মুঠিৰে মদৰ সৰু গিলাচটো লচে ধৰি আছিল। এটা ঢামৰ আঁৰ লৈ ইথাই কাপোৰৰ আগেৰে নিজৰ মুখ ঢাকিলে, তাইৰ বাহু দুটি কঁপি উঠিছিল। নেপকিন দলিয়াই লচ টেবুলৰ পৰা উঠিল। বিষণ্ণ সংগীত, ফুলৰ তীব্ৰ গোন্ধ, উগ্ৰ মদ—সকলো যেন একেবাৰে অৰ্থহীন।

ইথাৰ ওচৰলৈ বেগে তেওঁ প্ৰশ্ন কৰিলে:

"কি হৈছে, ... ৰ অসুখ নেকি? তেওঁৰ লগত কথা পতাটো মোৰ বৰ জৰুৰী হৈ পৰিছে।"

লচৰ হাতৰ পৰা এৰাই ইথা দৌৰি পলাল। ঢামৰ কাষত মজিয়াত এখন ফটো পৰি গ'ল। চকুৰ পানীৰে সিক্ত হৈ উঠা সেই ছবিখন আছিল গুচেভৰ। সামৰিক পোছাকেৰে আপাদমস্তক আবৃত শিৰস্ত্ৰাণ আছিল কাপোৰৰ। কান্ধৰ পেটি ককাললৈকে নামি আহিছিল। এখন হাত আছিল তৰোৱালৰ মুঠিত আৰু আনখন হাত আছিল বিভলভাৰত। পটভূমিত বিস্ফোৰিত হাত বোমা। ছবিখনত লিখা আছিল—: 'চিৰ জীৱনৰ স্মৃতি হিচাবে চেনেহৰ ইথশ্‌কালৈ।'

ফটোখন পেলাই দি ঘৰটো পৰিত্যাগ কৰি ঘাঁহনিৰ ওপৰেদি দীঘল খোজ পেলাই লচ হাবিৰ ফালে যাবলৈ ধৰিলে। নিজৰ অজ্ঞাতসাৰেই তেওঁ এক প্ৰকাৰ জপিয়াই জপিয়াই গৈছিল আৰু মুখেৰে ভোৰভোৰাই গৈছিল:

"দেখা কৰিবলৈ যদি নিবিচাৰে—নালাগে। অসম্ভৱ সাধন কৰি নতুন এখন পৃথিবীলৈ আহিছো,—চোফাৰ এটা কোণত বহি অৱশেষত তাই কেতিয়া—কেতিয়া আহিব বুলি প্ৰতীক্ষা কৰি থাকিবলৈ? প্ৰলাপ, পাগলামি। গুচেভে ঠিকেই কৈছিল—মোৰ বেমাৰ হৈছে। I am sick. এটি মৰমৰ চাৰনিৰ কাৰণে অধীৰ হৈ বহি আছে! ৰসাতলে যাওক!"

তেওঁৰ চিন্তা হৈ উঠিল বেদনাতুৰ। দাঁতৰ বিষত যেন অস্থিৰ হৈ উঠিল লচ। নিজে নিজেই জাপ মাৰি উঠি কোনোমতে নিজক চম্ভালি ৰাখিলে। বতাহত বগা চুলিবিলাক উৰিছিল। নিজৰ ওপৰতে লচৰ ঘৃণা জন্মিলে।

লচ হ্ৰদটোৰ কাষলৈ দৌৰ মাৰি আহিল। আইনাৰ দৰে স্বচ্ছ পানী। নীলাক'লা পানীত পোহৰৰ জিলিকনি। খুব গৰম হৈছিল। মূৰে কপালে হাত থৈ এটা শিলৰ ওপৰত লচ বহি পৰিল।

গাঢ় ৰঙৰ ঘূৰণীয়া ঘূৰণীয়া মাছবিলাকে হ্ৰদৰ স্বচ্ছ গভীৰ পানীৰ পৰা অলস

ভাবে ওপৰলৈ আহি কাণৰ ফাঁটবিলাক লৰচৰ কৰি উদাসীন দৃষ্টিৰে লচলৈ চাই থাকিল।

ক্ষীণ কণ্ঠৰে লচে কলে, "তোমালোকে শুনা, হে ঢেলা চকুৰ মংস্যকুল, শুনা তোমালোকে, মই শান্ত আৰু প্ৰকৃতিস্থ হৈ কথা কৈছো, আকাঙ্ক্ষাই মোক অস্থিৰ কৰি তুলিছে। ক'লা পোছাক পিন্ধি যেতিয়া তাই আহে তেতিয়া তাইক বাহু বন্ধনত পাবৰ কাৰণে মোৰ মন ব[illegible] হৈ উঠে। মই তাইৰ হৃৎস্পন্দন শুনিবলৈ অধীৰ হৈ উঠো। তাই নিজে[illegible]দ্ভুত গতিৰে মোৰ কাষলৈ আহে। তোমালোকে দেখিছাই—মই চলশক্তিহীন, মই স্তব্ধ হৈ পৰিছো। একো ভবা নাই মই। ভাবিবৰ কোনো ইচ্ছা নাই। যাওক, যথেষ্ট হ'ল। বন্ধন সূতা ছিন্ন হৈ গৈছে, চব শেষ। কাইলৈ নগৰলৈ যাম। যুদ্ধ—সংগ্ৰাম আৰম্ভ হব। কি সুন্দৰ। মৃত্যু হব—কি চমৎকাৰ। কেৱল সংগীত থাকিব নালাগে, ফুল থাকিব নালাগে—থাকিব নেলাগে একো ধূৰ্ত্ত প্ৰলোভন। এই স্তব্ধ বতাহ আৰু ভাল নালাগে, অসহ্য। তাইৰ হাতৰ সেই মায়াৰ গোলক ৰসাতলে য'ক। ৰসাতলে য'ক। চব মিছা, চব মায়া।"

লচে থিয় হৈ এটা ডাঙৰ শিল মাছবিলাকৰ ফালে মাৰি পঠিয়ালে। মূৰ যেন ফাটি যাব খুজিছে। পোহৰে যেন চকু বিদ্ধ কৰিছে। দূৰত হাবিৰ সিপাৰে তুষাৰাবৃত এটা পাহাৰৰ উজ্জ্বল চূড়া উন্নত হৈ উঠিছিল। শীতল বতাহ সেবন কৰা দৰ্কাৰ। পাহাৰৰ হীৰাৰ দৰে উজ্জ্বল শিখৰলৈ চাই সেই ফাললৈকে নীলোদ্যানৰ মাজে মাজে লচ যাবলৈ ধৰিলে।

গছগছনিবিলাক পাৰ হৈ অহাৰ পাছত তেওঁ পাহাৰী মালভূমি এটাত উপস্থিত হ'লহি। মালভূমিৰ দূৰৰ এটা প্ৰান্তত তুষাৰাবৃত শিখৰ। ভৰিৰ তলত খণ্ডিত ধাতু আৰু ভঙা শিল। চাৰিওফালে পৰিত্যক্ত খনিৰ গৰ্ত্ত। দূৰৰ সেই জলন্ত স্তূপৰ বুকুত দাঁতেৰে কামুৰিব লাগিব—লচে স্থিৰ সংকল্প কৰিলে।

এফালে এটুকুৰা মুকলি ঠাইত তামবৰণীয়া ধূলিৰ ডাৱৰ উঠিল। উষ্ণ বতাহত ভাহি আহিল বহুত কণ্ঠৰ ধ্বনি। এটা টিলাৰ ওপৰত থিয় হৈ লচে দেখিবলৈ পালে—মঙ্গলগ্ৰহবাসীসকলৰ এটা বৃহৎ দলে এটা পৰিত্যক্ত খালৰ মাজেদি অতি কষ্টে আগবাঢ়িব লাগিছে। হাতত চিপবাং আৰু কয়লা ভঙাৰ হাতুৰী। দীঘল লাঠিৰ মূৰত কটাৰী লগাই থোৱা আছিল। হিংস্ৰ ভাবে চিঞৰ-বাখৰ কৰি অস্ত্ৰ-শস্ত্ৰৰ আস্ফালন কৰি উজটি-মুজটি খাই সিহঁত



আগবাঢ়িছিল। ধূলিৰ ডাৱৰৰ ওপৰত ঘূৰি ঘূৰি উৰি ফুৰিছিল চিকাৰ সন্ধানী চৰাই।

নগৰত গণ্ডগোলৰ বিষয়ে গুচেভে কোৱা কথা লচৰ মনত পৰি গ'ল। ভাবিলে—'জীয়াই থকা, সংগ্ৰাম কৰা, জয়লাভ কৰা আৰু ধ্বংস হৈ যোৱা—খুব ভাল কথা, কিন্তু অস্থিৰ অশান্ত হৃদয়ক শিকলিৰে বান্ধি থব লাগিব।'

সক পাহাৰবি[illegible]দ সিপাৰে অদৃশ্য হৈ গল দলটো। চিন্তাৰ তাড়নাত পৰি লচে দ্ৰুত [illegible]িৰে আকৌ উত্তেজিত ভাবে যাত্ৰা কৰিলে। নীলা আকাশৰ পৰা [illegible]নামি আহিছিল এখনি উৰণীয়া নৌকা। পোহৰত চিক্‌মিকাই উঠি মূৰৰ ওপৰত ঘূৰি ঘূৰি ক্ৰমান্বয়ে তললৈ নামি আহিছিল আৰু অৱশেষত ৰৈ গৈছিল।

ঢকুঢকীয়া বগা নোমাল কাপোৰ মেৰিয়াই লোৱা কোনোবা এজনক নাওখনৰ ওপৰত থিয় হোৱা দেখিবলৈ পোৱা গ'ল। নোমাল পোছাকৰ মাজেদি, চামৰাৰ শিৰস্ত্ৰাণৰ মাজেদি উৎকণ্ঠিত ভাবে আইলিতাই লচৰ ফালে চাই আছিল। লচৰ বুকুত যেন হাতুৰীৰ আঘাত হে পৰিছিল। নাওখনৰ কাষ চাপি যোৱাৰ লগে লগে নিশ্বাস-প্ৰশ্বাসত আৰ্দ্ৰ হৈ উঠা নোমৰ আৱৰণ আঁতৰাই দিলে আইলিতাই। ক'লা হৈ যোৱা চকুৰে লচে তাইৰ ফালে চাই থাকিল। আইলিতাই কলে:

"তোমাৰ কাৰণেই আহিছো। নগৰলৈ গৈছিলো। আমি পলাই যাব লাগিব। তোমাৰ কাৰণে ভাবি ভাবিয়েই মই অস্থিৰ হৈ পৰিছো।"

নৌকাত উঠি লচে দীৰ্ঘ নিশ্বাস ত্যাগ কৰিলে।

## মোহ

**আ**ইলিতাৰ পিছফালে বহিছিল লচ। পীতবৰ্ণ দেহৰ এজন কমবয়সীয়া ল'ৰা আছিল চালক। তেওঁ অনায়াসে উৰণীয়া নৌকাখন লৈ ওপৰলৈ উঠি গ'ল।

মুখত শীতল বতাহ লাগিছিল। আইলিতাৰ নোমাল কোটটোত পাহাৰৰ ধুমুহা আৰু বৰফৰ গোন্ধ। তেওঁ ঘূৰি চালে লচৰ ফালে। মুখমণ্ডলত ৰক্তিম আভা।

"দেউতাৰ লগত যেতিয়া দেখা হ'ল তেতিয়া তেওঁ তোমাক আৰু তোমাৰ বন্ধুক বিষ খুৱাবলৈ কলে। তেওঁৰ বগা দাঁত চিকমিকাই উঠিল। হাতৰ দৃঢ় মুঠি মেলি দিয়াৰ লগে লগে দেখিবলৈ পো'ৱা গ'ল আঙঠিত লগাই থোৱা শিলৰ এটা সৰু বটল।" দেউতাই কলে, "তেওঁবিলাকক শান্তিতে মৰিবলৈ দিয়া। তেওঁবিলাকৰ শান্তিত মৰাৰ অধিকাৰ আছে।"

আইলিতাৰ ধূসৰ ছুটি চকু চকুৰ পানীৰে ওপচি পৰি[illegible] কিন্তু তৎক্ষণাতে হাঁহি হাঁহি আঙঠিটো খুলি ললে। লচে তাইৰ হাত[illegible] জোৰেৰে চেপা মাৰি ধৰিলে।

"পেলাই নিদিবা।" বটলটো জেপত ভৰাই কলে—"এইটো তোমাৰ উপহাৰ, আইলিতা, বিষৰ কলা ফোঁট,—নিদ্ৰা আৰু শান্তি। এতিয়া তুমি জীৱন আৰু মৰণ দুয়োটাই, আইলিতা।" মুখৰ ওচৰলৈ মুখ নি আকৌ কলে—"যেতিয়া নিসংগতাৰ সেই ভয়াবহ মুহূৰ্ত্ত আকৌ আহিব, তেতিয়া তুমি বিষ কণাৰ সোৱাদ লাভ কৰিবা।"

কি কৈছে বুজিবলৈ চেষ্টা কৰি চকু ছুটা মুদি আইলিতাই লচৰ গাত আঁউজি বহিল। কিন্তু একো লাভ নহল, বুজি পোৱা নগ'ল একো। বতাহৰ হু হু শব্দ, পিঠিত লচৰ উত্তপ্ত বুকুৰ স্পৰ্শ, কান্ধত বগা নোমৰ মাজত তাৰ হাত—ধাৰণা হ'ল—যেন দুয়োজনৰে ৰক্ত প্ৰবাহিত হৈছে—একেই ধমনীত, একে উচ্ছাসত, এটি দেহ হৈ দুয়োজনে যেন উৰি গৈছিল কোনো-বা উজ্জ্বল জাতিস্মৰ দেশলৈ। বুজি পাই লাভেই বা হ'ব কি! বুজিবলৈ উপায় জানো আছে?

কেইমিনিটমান পাৰ হৈ গ'ল। উৰণীয়া নাওখন তুস্কুৰৰ উদ্যান পাই-ছিলহি। চালকজনে উভতি চালে: কি অদ্ভুত দেখিছিল আইলিতা আৰু আকাশ-পুত্ৰক। চকুৰ মণিত চিক্‌মিক কৰিছিল আলোকৰ বিন্দু। বতাহত খেলিমেলি হৈ পৰিছিল আইলিতাৰ কোটৰ শুভ্ৰ নোমবোৰ। আলোকৰ অপৰূপ সাগৰত ব্যাকুল ছুটি চকু বিস্ফোৰিত কৰি দিছিল আইলিতাই।

চালক লৰাটোৱে তাৰ উঠঙা নাকটো কলাৰেৰে ঢাকি নিশব্দে হাঁহিছিল। নাওখন বাঁও ফাললৈ একটীয়া কৰি ছোঁ মাৰি নামি আহি আইলিতাৰ ঘৰৰ কাষত সি ৰখাই দিলে।

আইলিতা'ৰ মোহ ভাঙি গ'ল। কোটটো খুলিবলৈ চেষ্টা কৰি চৰাইৰ মূৰ অঁকা বোতামত হাত বুলাবলৈ ধৰিলে। নৌকাৰ পৰা নমাই লচে তেওঁক



ঘাঁহৰ ওপৰত বহুৱাই দিলে আৰু তাইৰ কাষত থিয় হৈ থাকিল। চালক লৰাটোক আইলিতাই কলে—

"ঢাকনি দি থোৱা নৌকাখন লৈ আহাঁ।"

ইখশ্‌কাৰ কান্দি কান্দি বঙা পৰা চকু নাইৰা ঘৰৰ ভয়াৰ্ত্ত পৰিচালকজনৰ কোমোৰাৰ দৰে হালধীয়া মুখ আইলিতাৰ দৃষ্টি গোচৰ নহ'ল। অন্যমনস্কভাৱে মৃদু হাঁহি লচৰ [illegible] বাৰে বাৰে উভতি চাই তাই লচক ঘৰৰ পাচ ফালে নিজৰ মহললৈ [illegible]।

প্ৰথমবাৰৰ কা[illegible]ণে লচে আইলিতাৰ ঘৰদুৱাৰ দেখিবলৈ পালে। চাপৰ সোণৰ ঢাম্। দেৱালবিলাকত চেলুলয়েড লগোৱা। চীনা ছাতিবিলাকত যেনেকৈ ছবি অঁকা থাকে তেনেকুৱাকৈ। উগ্ৰ গন্ধত মূৰ ঘূৰাইছিল।

আইলিতাই শান্তভাৱে ক'লে:

"বহাঁ"

লচে আসন গ্ৰহণ কৰাৰ লগে লগে তেওঁৰ কাষত বহি আইলিতাই কোলাত মূৰ থৈ, নিজৰ বুকুত হাত দুখন লগাই স্থিৰ হৈ ৰ'ল।

লচে চেনেহমিহলি চাৱনিৰে আইলিতাৰ পাহাৰচূড়াৰ দৰে বান্ধি থোৱা ছাইবৰণৰ চুলিবোৰলৈ চাই পঠিয়ালে আৰু ধীৰে ধীৰে মূৰত হাত বুলাই দিলে। আইলিতাৰ কণ্ঠ কঁপি উঠিছিল। লচ তাইৰ ফালে হাউলি পৰিছিল। আইলিতাই কলে:

"মোৰ সঙ্গসুখ তোমাৰ বোধকৰো অসহ্য হৈ উঠিছে। ক্ষমা কৰিবা। মই ইয়াত ভাল পাবলৈ শিকা নাই। মোৰ কাৰণে এই সকলোবিলাক অস্পষ্ট আৰু ধুৱলি-কুঁৱলী। ইখাক কৈছিলো—তুমি যেতিয়া অকলে থাবলৈ বহিবা—তেতিয়া খোৱাৰ ঘৰত যেন যেছি ফুল বাখে। তোমাৰ কাৰণে যেন উল্লা বাজি থাকে।

"লচৰ আঁঠুৰ ওপৰত কিলাকুটিৰে সামান্য চাপ দি বল আইলিতা। তাৰ মুখমণ্ডলত স্বপ্নৰ আবেশ।"

"উল্লাৰ ধ্বনি জানো শুনিবলৈ পাইছা? কিবা জানো বুজি পাইছা? মোৰ কথা তুমি ভাবানে বাৰু?

"তুমি তো জানা"—লচে জবাব দিলে, "যেতিয়া তোমাক নেদেখো তেতিয়া মোৰ মগজ গৰম হৈ উঠে, পগলাৰ নিচিনা হৈ পৰো, আৰু যেতিয়া তোমাক দেখো তেতিয়া আৰু বেছি ভয়ংকৰ হৈ উঠে সেই উৎকণ্ঠা। এতিয়া

ধাৰণা হৈছে তোমাৰ প্ৰতি ব্যাকুলতাই মোক নক্ষত্ৰলোক অতিক্ৰম কৰি ইয়ালৈ লৈ আহিছে।

গভীৰ দীৰ্ঘনিশ্বাস পেলালে আইলিতাই। মুখত সুখৰ আভাস।

"দেউতাই মোক বিষ দিছিল—কিন্তু দেখিলো—পিতাই মোকো বিশ্বাস নকৰে। কলে—'তোমালোক দুয়োজনকে মাৰি পেলাম'।" আমাৰ মৃত্যু ওচৰ চাপি আহিছে। কিন্তু ধাৰণা হৈছে—অনুভৱ কৰি[illegible] অন্তহীন মুহূৰ্ত্তবোৰ যেন অসীম আনন্দত ওপচি উঠিছে।

দৃঢ় সংকল্পত লচৰ চকু দুটি কঠিন হৈ উঠিল, দৃঢ় হৈ উঠিল মুখমণ্ডলৰ ৰেখা। তাকে দেখি আইলিতা নীৰৱ হৈ গ'ল।

"ঠিক আছে তেনেহলে" লচে কলে—"মই যুদ্ধ কৰিম।"

কাষ চাপি আহি আইলিতাই ফুচফুচাই কলে:

"তুমি মোৰ শৈশৱৰ স্বপ্নৰ সেই বিৰাট পুৰুষ। কি সুন্দৰ, কি বলিষ্ঠ তুমি। আকাশ পুত্ৰ, তুমি নিৰ্ভীক, তুমি মৰমিয়াল। তোমাৰ হাত লোৰে তৈয়াৰী, তোমাৰ ওঁঠ শিলেৰে গঢ়া। কি সাংঘাতিক তোমাৰ দৃষ্টি। সেই দৃষ্টিত গাভৰু ছোৱালীৰ মন উন্মাদ হৈ উঠে।"

লচৰ কান্ধৰ ওপৰত আইলিতাৰ মূৰটো অলসভাৱে পৰি আছিল। তাইৰ কথা অস্পষ্ট হৈ আহিল। প্ৰায়ে নুশুনা হৈ আহিল। মুখমণ্ডলৰ পৰা চুলিবোৰ আঁতৰাই দিলে লচে।

"কি হ'ল?

গভীৰ আবেগত আইলিতাই তেওঁৰ ডিঙিত সাৱটি ধৰিলে। শিশুৰ দৰে। হুচকুৰেদি চকুৰ পানী ওলাই সৰু গাল দুখনি তিয়াই দিলে। কলে:

মই ভাল পাবলৈ শিকা নাই। ভালপোৱা কাক কয় মই নাজানো। মোক দয়া কৰা। মোক এৰি নাযাবা। মই তোমাৰ সুশ্ৰাব্য ইতিহাসৰ কথা কৈ যাম। ভয়ংকৰ ধুমকেতু, উৰাজাহাজৰ যুদ্ধ, পাহাৰৰ সুন্দৰ দেশসমূহৰ বিলোপৰ কৰুণ কাহিনী শুনোৱাম। মোক ভালপোৱাৰ মাজেদি তুমি আমনি নাপাবা। মোক কোনেও মৰম কৰা নাই। তোমাক প্ৰথম দেখাৰ পাছত ভাবিছিলো—তোমাক যেন মই দেখিছিলো সৰু কালতে, সেই বিৰাট পুৰুষ—মোৰ নিচেই আপোন যেন। ইচ্ছা হৈছে—তুমি যেন মোক দুবাহুৰে সাৱটি ইয়াৰ পৰা লৈ যোৱা। ইয়াত কেৱল নিৰানন্দ, আশা নাই একো—মৃত্যু, কেৱল মৃত্যু। সূৰ্য্যই আৰু উত্তাপ নিদিয়ে। মেৰুপ্ৰদেশত



বৰফ নগলে। সমুদ্ৰ শুকাই গৈছে। অন্তহীন মৰুভূমি, তামবৰণীয়া ধূলিৰে ঢাক ঢাই পৰিছে ভুমা······পৃথিবী—পৃথিবী—মোক তুমিপৃথিবীলৈ লৈ বলা,—হে মোৰ বিৰাট পুৰুষ। মই সেউজীয়া পাহাৰ, জলপ্ৰপাত আৰু ডাৱৰ, প্ৰকাণ্ড জন্তুসমূহ আৰু বিৰাটাকাৰ মানুহক চাবলৈ বিচাৰিছো। মই মৰিবলৈ নিবিচাৰো।

আইলিতাই [illegible]কহুককৈ কান্দি দিলে। ঠিক যেন এজনী অকণমানি ছোৱালী, বি[illegible]টৈন মানুহৰ কাহিনী কলে হাত চাপৰি মাৰি যিদৰে আনন্দ কৰে।

লচে তেওঁৰ কান্দি থকা চকু দুটিত চুমা খালে। তেওঁ শান্ত হ'ল। ওঁঠ দুটি কঁপি উঠিল। আকাশ-পুত্ৰৰ ফালে মৰমভৰা চাৱনিৰে চাই থাকিল—যেন ৰূপকথাৰ বিৰাট মানুহকে লক্ষ্য কৰিছিল।

হঠাৎ প্ৰায়ান্ধকাৰ ঘৰৰ মাজত ক্ষীণভাৱে বাজি উঠা হুইচেলৰ শব্দ শুনিবলৈ পোৱা গ'ল। লগে লগে আইলিতাৰ ড্ৰেচিং টেবুলৰ ওপৰত দীঘল ৰহস্যময় পৰ্দ্দাখন মৃদু পোহৰত উদ্ভাসিত হৈ উঠিল। তুস্কুবৰ সন্ধানী মুখখন দেখিবলৈ পোৱা গ'ল।

"তই ইয়াত!" তেওঁ সুধিলে।

মেকুৰীৰ দৰে দলিচাখনলৈ জাপমাৰি নামি আইলিতাই আইনাখনৰ কাষলৈ দৌৰ মাৰি গ'ল।

"হয় দেউতা।"

"আকাশ-পুত্ৰ সকল এতিয়াও জীয়াই আছে?"

"নাই দেউতা, মই তেওঁবিলাকক বিষ দিছো, তেওঁবিলাকৰ মৃত্যু হৈছে।"

ধীৰ তীক্ষ্ণ কণ্ঠত কথাকেইতা কলে আইলিতাই। লচৰ ফাললৈ পিঠি পাছ কৰি পৰ্দ্দাৰে আঁৰ কৰি আইলিতা থিয় হৈ আছিল।

"মোৰ পৰা আৰু কি বিচাৰিছা পিতা?"

তুস্কুবে কোনো উত্তৰ নিদিলে। আইলিতাৰ কান্ধ দুখন কঁপিছিল। মূৰটো পাছলৈ হালি পৰিছিল। ক্ৰুদ্ধ আক্ৰোশত গৰ্জ্জি উঠিছিল তুস্কুৱ:

"তই মিছা কথা কৈছ। আকাশসন্তান এতিয়া নগৰত। সিয়েই বিদ্ৰোহৰ নায়ক।"

আইলিতা কঁপি উঠিল: দেউতাকক আৰু দেখিবলৈ পোৱা নগল'।—

## অতীতৰ গান

চাৰিখন পাখি থকা এখন নৌকাত লিজিয়াজিৰা পাহাৰৰ ফালে উৰি গৈছিল আইলিতা, ইখচ্‌কা আৰু লচ্‌।

মাস্তলৰ তাঁৰ লগোৱা বিদ্যুৎ-চুম্বকৰ তৰঙ্গ গ্ৰাহক যন্ত্ৰটো অবিশ্ৰান্তভাবে চলি আছিল। সৰু অকণমানি পৰ্দাখনৰ ফালে হাউলি আইলিতাই একান্ত মনে কিবা এটা নিৰীক্ষণ কৰিছিল আৰু শুনিবলৈ চেষ্টা কৰিছিল।

মঙ্গলগ্ৰহৰ চুম্বক ক্ষেত্ৰৰ টেলিফোনত উন্মাদৰ দৰে—নানাধৰণৰ খবৰ আৰু সংকেত। হৈ চৈ আৰু উত্তেজিত প্ৰশ্নৰ গণ্ডগোলত একোকেই সঠিকভাবে ধৰিব পৰা নাছিল। তথাপিও সকলোবিলাক বিশৃঙ্খলাকে তল পেলাই একে লেঠাৰিয়ে শুনিবলৈ পোৱা গৈছিল তুস্কুৰৰ লৌহ কঠিন কণ্ঠস্বৰ। ৰহস্যময় পৰ্দাত ভাঁহি উঠিছিল বিক্ষুব্ধ এখন পৃথিবীৰ নানান ছায়া মূৰ্তি।

কেইবাবাৰ হৈ চৈ গণ্ডগোলৰ মাজতে আইলিতাৰ কাণত ধ্বনিত হ'ল—কোনোবাই যেন কঠোৰ কণ্ঠৰে কৈছে ঃ

"কমৰেডসকল, লোকৰ ফুচফুচীয়া কথাত কাণ নিদিব। আমি কোনো অনুগ্ৰহ বিচৰা নাই। বন্ধুসকল, অস্ত্ৰ লোৱা, চৰম মুহূৰ্ত্ত সমাগত। সকলো ক্ষমতা ছোভি—ছোভি—ছোভি—ছোভি।"

"আইলিতাই ইখচ্‌কাৰ ফালে চাই কলে ঃ

"তোমাৰ বন্ধু খুব বেপৰোৱা আৰু দুঃসাহসী মানুহ, নিভাঁজ আকাশ-পুত্ৰই। তেওঁৰ কাৰণে তুমি অলপো চিন্তা নকৰিবা।"

ছাগলীৰ দৰে ভৰিৰ শব্দ কৰি বডা চুলিবিলাক জোকাৰি দিলে ইখচ্‌কাই। আইলিতাই বুজিলে যে তেতিয়াও তেওঁবিলাকৰ পলোৱাৰ কথা জনাজাত হোৱা নাই। কাণৰ ফোন যন্ত্ৰ দুটা খুলি থৈ হাতৰ তলুৱাৰে জুমি চাবৰ কাৰণে থকা বিন্ধা দুটাৰ বাষ্প মচি আইলিতাই লচক কলে ঃ

"আমাৰ পাছে পাছে ইখি উৰিছে, দেখিছা ?"

মঙ্গলগ্ৰহৰ অনেক ওপৰত নৌকাখন উৰি গৈছিল। নৌকাখনৰ দুয়োকাষে মুগাবৰণীয়া পাখি মেলি উদগ্ৰ পোহৰত দুটি নোমাল জন্তু উৰি



আহিছিল। চেপেটা, বেঁকা আৰু দীঘল দাঁতলগা ঠোঁট জুমি চোৱা বিন্ধাৰ ফালে আছিল। লচক দেখিবলৈ পাই এজনী চৰায়ে ছোঁ মাৰি নামি আহি জুমি চোৱা বিন্ধাৰ আইনাত খুন্দা মাৰিলেহি। লচে তৎক্ষণাতে যুৰটো একাষৰীয়া কৰি দিয়াত আইলিতাই হাঁহি দিলে।

আজোৰা পাৰ হৈ অহা হৈছিল। তলত লিজিয়াজিৰা পাহাৰৰ উচ্চ শিখৰ। চয়াম [illegible] ওপৰেদি উৰি আহি নৌকাখন এটা গভীৰ গাঁতৰ পাৰত বহল উদ্গাত [illegible]ত নামিলহি।

লচ আৰু চা[illegible]কে নৌকাখন গুহাৰ ভিতৰলৈ টানি নৈ গল, বস্তুবাহানিবোৰ পিঠিত লৈ ছোৱালী কেগৰাকীৰ পাছে পাছে তেওঁবিলাকে গিৰিগুহাৰ ভিতৰলৈ এডাল অদৃশ্য জীৰ্ণ চিৰিয়েদি নামি গ'ল। একেবাৰে সম্মুখত লঘু পদক্ষেপেৰে আগবাঢ়িছিল আইলিতা। পাহাৰৰ উত্তত দেৱালত ভৰ দি একান্ত দৃষ্টিৰে তেওঁ লচৰ ফালে চাই পঠিয়ালে। লচৰ প্ৰকাণ্ড ডাঙৰ ভৰিৰ তলত শিলবিলাক ওফৰি ওফৰি পৰিছিল। গিৰিগুহাত উঠিছিল প্ৰতিধ্বনি।

"ইয়ালৈকে ৰেচমৰ পেটি লগোৱা লাঠি লৈ মাগাংচিংল আহিছিল।" আইলিতাই কলে, "য'ত পবিত্ৰ জুই জলিছিল—সেই ঠাই অলপ পাছতে দেখিবলৈ পাবা।"

গাঁতৰ মাজে মাজে চিৰিডাল নামি গৈছিল সংকীৰ্ণ সুৰঙ্গলৈ। সুৰঙ্গৰ অন্ধকাৰত ভেকোৰা গন্ধ। পাহাৰত কান্ধ ঘহাঁই উজ্জল দেৱালবোৰৰ মাজে মাজে চাপৰি চাপৰি ৰৰ কষ্টৰে লচ আগ বাঢ়িছিল। হাতৰ স্পৰ্শ লাগিল আইলিতাৰ কান্ধত। লগে লগে ওঁঠত তেওঁৰ নিশ্বাস লাগিল। ৰুচ ভাষাতে তেওঁ ফুচ-ফুচাই কলে "সোণ মোৰ।"

অৰ্দ্ধ আলোকিত এটা গুহাত সুৰঙ্গটো শেষ হৈ গ'ল। বাচেন্টৰ চামৰ পোহৰ চাৰিওফালে। গুহাৰ এফালে বাষ্পৰ পাতল মেঘ। ক'ৰবাত যেন পানীৰ কলধ্বনি। অন্ধকাৰত অদৃশ্য হৈ থকা ঢামবিলাকৰ পৰা এটোপ এটোপকৈ একেবাৰে পানী পৰি আছিল।

আইলিতা আগত গৈ আছিল। ক'লা টুপি আৰু উন্নত হুড্‌ কেতিয়াবা কেতিয়াবা হ্ৰদৰ ওপৰত দেখিবলৈ পোৱা গৈছিল, কেতিয়াবা অদৃশ্য হৈ গৈছিল বাষ্পৰ মাজত! অন্ধকাৰতে আইলিতাই কলে ঃ "সাৱধান", তাৰ পাছত দেখিবলৈ পোৱা গ'ল পুৰণি সেতুৰ সংকীৰ্ণ গাঁথনি। লচে বুজিব পাৰিলে ভৰিৰ তলত পুৰণি দলঙৰ গাঁথনি কঁপি উঠিছিল। কিন্তু প্ৰায়ান্ধকাৰ

অৱস্থাত ভাঁহি উঠা পাতল 'কেপ'ৰ বাহিৰে তেওঁ আৰু একো দেখিবলৈ পোৱা নাছিল।

অন্ধকাৰ কমি আহিছিল। মূৰৰ ওপৰত স্ফটিকৰ চিকমিকিয়া উজ্জ্বল পোহৰ। গুহাৰ তলত চাপৰ শিলাস্তম্ভ। সেইবিলাক পাৰ হৈয়ে দেখিবলৈ পোৱা গ'ল সন্ধ্যাৰ সূৰ্য্যস্নাত লিজিয়াজিৰাৰ গিৰিশিখৰ আৰু পাহাৰৰ জলাধাৰৰ পটভূমি।

শিলাস্তম্ভৰ আন ফালে আছিল—বঙা শেলুৰৈৰে ঢাক [illegible] থকা বহল বাৰান্দা। বাৰান্দা পাৰ হৈয়েই অতল গহ্বৰ। প্ৰায় অদৃশ্য চিৰি আৰু বাট ওপৰলৈ গুহা নগৰলৈ উঠি গৈছিল। বাৰান্দাৰ মাজ ভাগতে পবিত্ৰ দুৱাৰ। আধা মাটিত সোমাই গৈছিল আৰু আধা শৈলুৰৈৰে ঢাক খাই থকা। এইবিলাক হ'ল ডাঙৰ ডাঙৰ সোণৰ পাতেৰে তৈয়াৰ কৰা শবাধাৰ। চাৰিওফালে স্থূলভাৱে অংকিত পশু-পক্ষীৰ ছবি। ওপৰত নিদ্ৰিত মঙ্গলগ্ৰহবাসীৰ মূৰ্তি। এখন হাত মূৰৰ তলত—আনখন হাতেৰে বুকুত সাৰটি ধৰিছে—উল্লাক, বিচিত্ৰ এই ভাস্কৰ্য্যৰ চাৰিওফালে শিলাস্তম্ভৰ ভগ্নাৱশেষ।

পবিত্ৰ প্ৰৱেশ পথৰ সন্মুখত নতজানু হৈ বহি আইলিতাই নিদ্ৰিত মঙ্গলগ্ৰহবাসীৰ বুকুত চুমা খালে। যেতিয়া থিয় হ'ল তেতিয়া মুখ মণ্ডলত চিন্তাৰ মৃদু আভাস। ইথাইও নিদ্ৰিত মঙ্গলগ্ৰহবাসীৰ ভৰিত মুখ স্পৰ্শ কৰিলে।

বাওঁফালে শিলৰ দেৱালত অৰ্দ্ধ বিলুপ্ত লিপি। দেৱালৰ গাত এখন সোণালী ত্ৰিভুজাকৃতিৰ দুৱাৰ। শেলুৰৈৰ স্তূপ আতঁৰাই লচে বহু কষ্টে দুৱাৰখন খুলিলে। পবিত্ৰ প্ৰৱেশ পথৰ তত্ত্বাৱধান কৰিছিল যি জনে—তেওঁৰে বাসস্থান। শিলৰ বেঞ্চ পাতি থোৱা অন্ধকাৰ গুহা। অগ্নিকুণ্ডৰ ঠাই আছিল আৰু আছিল গ্ৰেনাইটৰ খোদাই কৰা চোফা। ইয়ালৈকে বস্তুবাহানিৰ টোপোলাবিলাক লৈ অহা হ'ল। মজিয়াত এখন কঠ পাৰি ইথাই আইলিতাৰ কাৰণে এখন বিচনা প্ৰস্তুত কৰিলে। চিলিঙৰ ওপৰত আঁৰি থোৱা এটা লেম্পত তেল ঢালি ইথাই লেম্পটো জ্বলালে। চালক লৰাজনে তেওঁৰ পাখি লগা নাওখনৰ পহৰা দিবলৈ ওলাই গ'ল।

আইলিতা আৰু লচে খালটোৰ পাৰত গৈ ৰহিল। থিয় গিৰিশিখৰৰ সিপাৰত সূৰ্য্য অস্ত গৈছিল। গভীৰ ফাট ধৰা পাহাৰৰ গাত দীৰ্ঘ ক'লা ছাঁ প্ৰসাৰিত হৈছিল। ঠাইডোখৰ আছিল নিৰানন্দময়—হাবিতলীয়া। ইয়াতেই এসময়ত প্ৰাচীন অঞ্চল জাতিৰ মানুহ বিলাকে আশ্ৰয় গ্ৰহণ কৰিছিল।



"এসময়ত এই পাহাৰবিলাকৰ ওপৰত গছগছনি হৈছিল।"—আইলিতাই কলে। "ভেঁড়াৰ পালবোৰ চৰি ফুৰিছিল, গিৰিখাতত শুনিবলৈ পোৱা গৈছিল জলপ্ৰপাতৰ শব্দ। তুমা এতিয়া মৰণৰ মুখত। হাজাৰ হাজাৰ বছৰৰ মহাকালৰ পৰিক্ৰমাত এতিয়া যতি পৰিছে। হয়তো আমিয়েই শেষ মঙ্গলগ্ৰহবাসী। আমি যোৱাৰ পাছত আৰু তুমাৰ প্ৰাণ নাথাকিব।"

আইলিত[illegible]ৰৱ হৈ গ'ল। ওচৰৰ ড্ৰেগনৰ দৰে দেখা পাহাৰবিলাকৰ সিপাৰে সূৰ্য[illegible]গ'ল। গভীৰ ৰক্ত আভা চাৰিওফালে বিচ্ছুৰিত হৈ কাজল বুলীয়া সন্ধি[illegible] স'তে একাকাৰ হৈ গ'ল।

"কিন্তু মোৰ অন্তৰে আন কথাহে কয়," আইলিতা থিয় হৈছিল আৰু খালটো পাৰ হৈ যাওঁতে শুকান শেলুৰৈ আৰু কাঠি বুটলি বুটলি কলে। চোলাৰ কোঁচ ভৰাই লোৱাৰ পাছত লচৰ কাষলৈ উভতি গৈ জুই জ্বলাবৰ কাৰণে সেইবিলাক স্তূপাকাৰ কৰিলে। তাৰ পাছত গুহাৰ পৰা এটা চাকি আনি তাৰ শিখাৰে আঁঠুকাঢ়ি লৈ শুকান শেলুৰৈবিলাকত জুই জ্বলালে।

তাৰপাছত তেওঁ ৰহিল। চোলাৰ পৰা সৰু এটি উল্লা উলিয়াই আঁঠুৰ ওপৰত কিলাকুটি থৈ তেওঁ বজাবলৈ ধৰিলে। ভোমোৰাৰ গুঞ্জনৰ দৰে মধুৰ এটি সুৰ বাজি উঠিল। ৰাতিৰ অন্ধকাৰত উজ্জ্বল তৰাবিলাকৰ ফালে দৃষ্টি ৰাখি মৃদু কৰুণ কণ্ঠৰে আইলিতাই এটি গান গালে :

শুকান ঘাঁহ আৰু পশুৰ মল,
আৰু গছৰ ঠেঙলি আনি
স্তূপাকাৰ কৰা। হে নাৰী,
দুটি আত্মাৰ গৰাকিনী!
শিলে শিলে ঘৰষণ কৰা,
অগ্নিশিখা উঠক উজলি। প্ৰজ্জলিত বহ্নিৰ
কাষত বহি উত্তপ্ত কৰাহি দুটি হাত।
নৃত্যৰতা অগ্নিশিখাৰ কাষত বহি
তোমাৰ স্বামীয়ে নক্ষত্ৰগামী ধোঁৱাৰ মাজেদি
পুৰুষৰ দৃষ্টিৰে লক্ষ্য কৰিছে তোমাৰ
অন্ধকাৰ জৰায়ু
তোমাৰ গভীৰ অন্তৰ।—
স্বামীৰ দুটি চকু নক্ষত্ৰতকৈও দীপ্তিমান,

অগ্নিতকৈও উত্তপ্ত, চা-ৰ জলন্ত চকুত কৈ দুঃসাহসী।
জানি থোৱা, সূৰ্য্য এদিন ছাই হৈ যাব,
আকাশৰ পৰা খহি পৰিব নক্ষত্ৰ,
পৃথিবীৰ ওপৰত অশুভ তালংচেংল আৰু
নজলে কদাপি। কিন্তু তুমি, হে নাৰী
মৃত্যুহীন অগ্নিৰ কাষত বহি—
হাত মেলি দিয়া—অগ্নিশিখাৰ ফালে
কাণ পাতি শুনা সিহঁতৰ কণ্ঠস্বৰ,
যিসকলৰ জন্ম হোৱা নাই এতিয়াও
তোমাৰ জৰায়ুৰ অন্ধকাৰত শুনা
সিহঁতৰ কণ্ঠস্বৰ।

জুই নুমাই গ'ল। কোলাত উল্লা নমাই থৈ আইলিতাই ছাইবোৰৰ ফালে চাই থাকিল। উষ্ণ ৰক্ত আভাত উজ্জল হৈ উঠিছিল তেওঁৰ মুখ।

কঠোৰ ভাৱে তেওঁ কলে: "আমাৰ প্ৰাচীন প্ৰথামতে যদি কোনোবা নাৰীয়ে কোনোবা পুৰুষৰ উল্লাৰ সংগীত গাই শুনোৱায় তেনেহলে তেওঁ সেই পুৰুষৰ স্ত্ৰী হয়।"

## গুচেভৰ সাহায্য

মাজ ৰাতি তুস্কুৰৰ গৃহ প্ৰাংগণত উৰণীয়া নৌকাৰ পৰা লচে অৱতৰণ কৰিলে। ঘৰৰ খিৰিকীবিলাক অন্ধকাৰ হৈ আছিল। অৰ্থাৎ গুচেভ তেতিয়াও ঘূৰি অহা নাছিল। হেলনীয়া দেৱালবিলাকত নক্ষত্ৰৰ পোহৰ পৰিছিল। খিৰিকীৰ ক'লা আইনাত নক্ষত্ৰৰ নীলাভ দীপ্তি। চিলিঙৰ কাৰ্নিচত কোণীয়াকোণী ভাৱে বিচিত্ৰ এটা ছায়ামূৰ্ত্তি থিয় হৈ থকা দেখিবলৈ পোৱা গৈছিল। কিনো হব পাৰে লচে ভালভাৱে লক্ষ্য কৰিলে।

চালক নবাজনে উৎকণ্ঠাত তেওঁৰ ফালে হাউলি আহি ফুচফুচাই সাৱধান কৰি দিলে: "সেই ফালে নাযাব।"

খাপৰ পৰা লচে বিভলভাৰ উলিয়াই ললে। চেঁচা বতাহত নাকৰ পাহি-



বিলাক কঁপি উঠিছিল। মনত পৰিল খালৰ কাষত সেই প্ৰজ্জলিত অগ্নি, জলি থকা ঘাঁহৰ গন্ধ, আইলিতাৰ দীপ্ত চকু……জুইৰ কাষত থিয় হৈ তেওঁ সুধিছিল, "তুমি উভতি আহিছা নে? যথা কৰ্ত্তব্য কৰি যোৱা, যুদ্ধ কৰা, বিজয়ী হোৱা। কিন্তু পাহৰি নাযাবা—এই সকলোবিলাক কেৱল স্বপ্ন, কেৱল ছাঁয়া। এয়া ইয়াত অগ্নিৰ কাষত তুমি জীয়াই থাকিবা, তুমি নমৰা। উভতি আহা, পাহৰি নাযাবা যেন……খুব কাষলৈ চাপি আহিছিল আইলিতা। নিচেই কাষ[illegible]। তেওঁ চকুযুৰি তৰাৰে ধূলিময় অতল আকাশত উন্মুক্ত হৈ গৈছিল। "উভতি আহাঁ, মোৰ কাষলৈ উভতি আহাঁ, আকাশ-পুত্ৰ।"

চমক লগাই তোলা সেই স্মৃতি নিৰ্ব্বাপিত হৈ গ'ল—ৰিভলভাৰৰ খাপটো খুলিবলৈ যিমান সময় লাগিছিল তাতোকৈও কম সময়ৰ ভিতৰতে। ঘৰৰ অন্ধ ফালে চিলিঙৰ ওপৰৰ সেই অদ্ভুত ছায়ামূৰ্ত্তিৰ ফালে চাই লচৰ সমস্ত শিৰা উপশিৰা দৃঢ় হৈ উঠিল। বুকুত উষ্ণ ৰক্তৰ প্ৰবাহ।—'যুদ্ধ—এইবাৰ যুদ্ধ আৰম্ভ হ'ল।'

তেওঁ ঘৰটোৰ ফালে লঘু পদধ্বনিৰে আগবাঢ়ি গল। অলপ সময় কাণ পাতি শুনিলে। তাৰ পাছত কাষত দেৱালখনেৰে বগাই গৈ চুকৰ ফালে জুমি চালে। ঘৰটোৰ প্ৰবেশ পথত একাষে এখন ভগা উৰাজাহাজ পৰি আছিল। এখন পাখি চিলিঙৰ ওপৰত তৰাৰ ফালে মুখ কৰি আছিল। বস্তাৰ নিচিনা কেইবাটাও বস্তু ঘাঁহৰ ওপৰত পৰি থকা লচৰ দৃষ্টিগোচৰ হ'ল। সেই-বিলাক আছিল মৃতদেহ। ঘৰটো আছিল অন্ধকাৰ। কেনিও এটি শব্দ নাছিল।

"এই মৃতদেহবিলাকৰ মাজত গুচেভো নাই তো?" মৃতদেহবিলাকৰ কাষলৈ দৌৰি গ'ল লচ। "ওহোঁ কেৱল ইয়াৰ মানুহকেই দেখিবলৈ পোৱা গৈছে।' মুখ তললৈ কৰি এজন মানুহ চিৰিৰ ওপৰত পৰি আছিল। আৰু এজন পৰি আছিল উৰণীয়া নৌকাৰ ভগ্নস্তূপত। অনুমান হৈছিল ঘৰৰ ভিতৰৰ পৰা মৰা গুলীত মৃত্যু হৈছিল।

চিৰিলৈ দৌৰি গল লচ। দুৱাৰখন খোলা আছিল। ঘৰৰৈ ভিতৰলৈ সোমাই মাতিলে:

"এলেক্সই ইভানভিচ!"

কোনো উত্তৰ নাই। লাইট জলাই দিয়াৰ লগে লগে গোটেই ঘৰটো পোহৰ হৈ উঠিল। তেওঁ এবাৰ ভাবিলে, 'বিপদ হব পাৰে হয়তো', কিন্তু পিছ

মুহূর্ত্ততে বিপদৰ কথা পাহৰি গ'ল। এটা ঢামৰ তলত তেওঁৰ ভৰি পিছল খাই গল কিবা এটাত খুন্দা খায়।

"এলেক্সই ইভানভিচ্!" তেওঁ আকৌ এবাৰ মাতিলে।

কাণ পাতি তেওঁ শুনিবলৈ চেষ্টা কৰিলে। একো সাৰসুৰ নাই। তেতিয়া তেওঁ ৰহস্যময় সৰু ঘৰটোলৈ গৈ দৃঢ়ভাবে থুঁতুৰিত চেপা মাৰি ধৰি আৰামী চকীত বহি ৰ'ল। "ইয়াতে তেওঁলৈ অপেক্ষা কৰিম নে তেওঁ... হায় কৰিবলৈ যাম? কিন্তু কলৈ? এই ভঙা উৰণীয়া নৌকাখন কাৰ? ...মানুহবিলাক দেখি সৈন্য বুলি মনে ধৰা নাই, বৰং তেওঁবিলাক মজুৰৰ নিচিনাহে। ইয়াত কোনে যুদ্ধ কৰিছিল? গুচেভে নে তুস্কুৰৰ মানুহে। ওহোঁ, ইয়াত বহি থাকি একো লাভ নাই।'

চুইচ বোৰ্ডখন লৈ তেওঁ "উচ্চতম পৰিষদৰ স্কোৱাৰৰ" নিৰ্দ্দিষ্ট ঠাইত প্লাগটো লগাই দিলে। বছীডাল টানি দিয়াৰ লগে লগে গোটেই ঘৰটোতে এটা প্ৰকাণ্ড গৰ্জন উঠিল। লচ পিছ হুহুকি আহিল। লেম্পৰ বক্তিম আভাত ধোঁৱাৰ ডাৱৰ। লেলিহান অগ্নিশিখা আৰু স্ফুলিঙ্গ। ওলমি পৰা বাহু আৰু বক্তাক্ত মুখৰ কাৰোবাৰ মুখ আইনাখনৰ বুকুত ভাঁহি উঠিল।

বছীডালত টান মাৰি আইনাখনৰ পৰা আতৰি থিয় হ'ল লচ।

"তেওঁ অন্ততঃ এই গণ্ডগোলৰ মাজত তেওঁক ক'ত বিচাৰি পাম জনাব লাগিছিল।"

হাত দুখন পাছ ফালে মুঠি মাৰি ধৰি চাপৰ চিলিঙি দিয়া ঘৰত লচে ইফালে সিফালে অহা-যোৱা কৰিবলৈ ধৰিলে। হঠাৎ থমকি লচ বৈ গ'ল। খাপৰ পৰা বিভলভাৰটো উলিয়াই ললে। মজিয়াত ঠিক দুৱাৰখনৰ কাষত মানুহৰ এটা মূৰ দেখিবলৈ পোৱা গল। বঙা চুলি আৰু তামবৰণীয়া গাৰ ছাল।

লচ জাপ মাৰি দুৱাৰৰ কাষ পালেগৈ। দুৱাৰখন পাৰ হৈয়ে দেৱালৰ কাষত তেজৰ ডোঙাৰ মাজত এজন মঙ্গলগ্ৰহবাসী পৰি আছিল। তাক হাতত ধৰি লচে চকীত বহুৱাই দিলে। মানুহটোৰ পেট একেবাৰে দুফাল হৈ গৈছিল।

দুয়োটা ওঁঠ চেলেকি একেবাৰে ক্ষীণকণ্ঠত বিৰবিৰ কৈ মানুহটোৱে কলে:

'শীঘ্ৰে যাওক। আমি মৰিবলৈ ওলাইছো। আকাশ-পুত্ৰ আমাক বচাওক। মোৰ হাতৰ মুঠিটো খুলি দিয়ক—"



মুমূৰ্ষু মানুহটোৰ হাতৰ মুঠি খুলি এখন চিঠি টান মাৰি আনি লচে পঢ়িবলৈ ধৰিলে। বৰ হিবিজিবিকৈ লিখা আছিল:

"আপোনাৰ কাৰণে এখন যুদ্ধ জাহাজ আৰু সাতজন ডেকালৰাক পঠিয়াইছো। এওঁবিলাক বিশ্বাসী লোক। উচ্চতম পৰিষদৰ কাৰ্য্যালয় আক্ৰমণ কৰিব খুজিছো। গম্বুজৰ কাষৰ স্কোৱাৰত জাহাজেৰে অবতৰণ কৰিব। গুচে..."

ইয়াত ...টনা ঘটিছে সুধিবৰ কাৰণে আহত মঙ্গলগ্ৰহবাসীজনৰ কাষ চাপিল...। কিন্তু চকীত ছটফটাবলৈ ধৰিছিল মানুহটোৱে। মুখত কেৱল ঘৰঘৰণিৰ শব্দ।

লচে দুই হাতে তাৰ মূৰত ধৰাৰ লগে লগে ঘৰঘৰণি শব্দ বন্ধ হ'ল। চকু দুটি বিস্ফোৰিত হৈ উঠিল। সেই চকুত আছিল বিভীষিকা, আৰু অপৰূপ শান্তিৰ জিলিকনি। "বচাওক," চকু লুটি খাই গ'ল। মুখ বেকা হৈ গ'ল।

কোটৰ বুতাম লগাই ডিঙিত স্কাৰ্ফ মেৰিয়াই লচ প্ৰধান দুৱাৰৰ ফালে আগবাঢ়িল। দুৱাৰ খোলাৰ লগে লগে ভঙা জাহাজখনৰ পাছ ফালৰ পৰা নীল পোহৰৰ জিলিকনি চিকমিকাই উঠিল। বন্দুকৰ গুলীত লচৰ শিৰস্ত্ৰাণ উৰি গ'ল।

দাঁত কামুৰি দপ দপকৈ চিৰি বগাই লচে জাহাজখনৰ ফালে বেগাই গ'ল। শৰীৰৰ সমগ্ৰ শক্তিৰে জাহাজৰ কাঠামোটো ঠেলি পাছ ফালে লুকাই থকা মানুহবিলাকৰ ওপৰত পেলাই দিলে।

ধাতুৰ স্তুপবিলাক সশব্দে মাটিত ভাঙি পৰিল। মঙ্গলগ্ৰহবাসীসকলৰ ভয়াৰ্ত চিঞৰ-বাখৰ শুনিবলৈ পোৱা গ'ল। বিৰাট পাখিখন বতাহতে দুবাৰ মান ভগ্নস্তুপৰ তলৰ পৰা বগোৱা বাই ওলাই অহা মানুহবিলাকৰ ওপৰত হাউলি পৰিল। কুৱঁলীত অস্পষ্ট হৈ উঠা ঘাঁহনিৰ মাজে মাজে এঁকা বেঁকা কৈ দৌৰি পলাল আনত দেহ কেইটামান মূৰ্তি। একেজাপে আগলৈ আহি লচে গুলী চলাবলৈ ধৰিলে। কাণ তাল মৰা শব্দ। একেবাৰে ওচৰৰ মানুহটো ধাঁচ কৰি ঘাঁহনিৰ ওপৰত পৰি গ'ল। আৰু এজনে বন্দুক পেলাই আঁঠু-কাঢ়ি বহি দুই হাতেৰে মুখ ঢাকিলে।

তাৰ ৰূপোৱালী কোটৰ কলাৰত ধৰি কুকুৰ পোৱালিৰ দৰে লচে দাঙি ধৰিলে। এজন সৈন্য। লচে সুধিলে:

"তোমাক তুস্কুৱে পঠিয়াইছে নেকি?"

"হয়।"

"তোমাক মাৰি পেলোৱা হব।"

"খুব ভাল কথা—আকাশ-পুত্ৰ।"

"কিহত আহিলা? জাহাজ ক'ত?"

আকাশ-পুত্ৰৰ ভয়াবহ মুখাকৃতিৰ সন্মুখত মূৰ দুপিয়াই দুপিয়াই আতংক বিস্ফাৰিত চকুৰে মঙ্গলগ্ৰহবাসীজনে গছ-গছনি বিলাকৰ ফা[illegible] ইংগিত দিলে। গছৰ ছাঁত সৰু এখনি যুদ্ধ জাহাজ।

"নগৰত আকাশ-পুত্ৰ দেখিছিলিনে? তাক বিচাৰি উলি[illegible] পাৰিবিনে?"

"পাৰিম।"

"তেনেহলে ব'ল।"

লচে জাপ মাৰি যুদ্ধ জাহাজত আৰোহণ কৰিলে। মঙ্গলগ্ৰহবাসী মানুহ-জনে নিয়ন্ত্ৰণ যন্ত্ৰবিলাকৰ পাছ ফালে বহিল। প্ৰপেলাৰৰ ঘৰঘৰণিৰ শব্দ হ'ল। ৰাতিৰ বতাহৰ তীব্ৰ চাপ লাগিছিল মুখত। অন্ধকাৰাবৃত শূন্যত বক্ষ তৰাবিলাক তিৰবিৰাই উঠিল।

## গুচেভৰ কাৰ্য্যকলাপ

**লচৰ** অজ্ঞাতে পেট্ৰগ্ৰাডৰ পৰা অনা এখন বিমান-মানচিত্ৰ, এটা বন্দুক, ছটা হেণ্ড গ্ৰেনেড আৰু কিছুমান খোৱা বস্তুৰে সজ্জিত হৈ উৰণীয়া নৌকাত ৰাতিপুৱা ১০ বজাত তুস্কুৰৰ ঘৰৰ পৰা যাত্ৰা কৰি গুচেভে আবেলি সময়ত চয়াংচেবা পালেগৈ। কেন্দ্ৰীয় পথ আছিল জনশূন্য। উচ্চতম পৰিষদৰ কাৰ্য্যালয়ৰ সন্মুখৰ অসংখ্য নক্ষত্ৰাকৃতি স্কোৱাৰত তিনিটা এককেন্দ্ৰিক অৰ্দ্ধ-বৃত্তাকাৰে যুদ্ধ জাহাজ আৰু সৈন্যসকলক সমাবেশ কৰা হৈছিল।

গুচেভে তললৈ নামিবলৈ আৰম্ভ কৰিলে। লগে লগে তেওঁ দৃষ্টিগোচৰ হ'ল। ছখন পাখি থকা এখন উজ্জ্বল জাহাজ সূৰ্য্যালোকত জিলিকি উঠি স্কোৱাৰৰ পৰা সশব্দে পোনভাবে আকাশৰ ফালে উৰি আহিল। জাহাজৰ ডেকত দেখা গৈছিল ৰূপোৱালী মূৰ্ত্তি, জাহাজখনক ঘূৰি গুচেভে এপাক মাৰিলে। মোনাৰ পৰা খুব সাৱধানৰে এটা হাত বোমা উলিয়াই ললে।



জাহাজত ৰঙীণ চকা ঘূৰি আছিল। চিকমিক কৰিছিল মাস্তুলৰ তাঁৰবোৰ। হালধীয়া ধোঁৱা-উদগীৰণ কৰি বন্দুকবিলাক গৰ্জি উঠিল। গুচেভৰ জাহাজত গুলী লাগিলহি। বোৰ্ডৰ এটা অংশ ভাঙি গ'ল।

—গুচেভে তেওঁৰ নৌকাখন এঢলীয়া কৰি দিলে। জাহাজখনলৈ হাতৰ মুঠি জোকাৰি দেখুৱালে। —এটা ক্ষীণ প্ৰত্যুত্তৰৰ ধ্বনি শুনিবলৈ পোৱা গ'ল। গুচেভে [illegible]হাজখনক অভিশাপ দিলে। তেওঁ লেভাৰ এটাত টিপা মাৰিলে আৰু [illegible] মাৰি জাহাজখনৰ ফালে নামি আহিল। সিঁহতৰ ওচৰ পোৱাৰ লগে [illegible]গে তেওঁ হাতবোমাটো মাৰি পঠিয়ালে। এটা ভয়ানক বিস্ফোৰণ হ'ল। নৌকাখন চন্তালি লৈ তেওঁ ঘূৰি চালে। দিগবাজী খাই জাহাজখন আকাশৰ মাজভাগতে টুকুৰা টুকুৰ হৈ গ'ল আৰু তলৰ কেইটামান ঘৰৰ চালত পৰিল।

তেতিয়াই অনেক কাণ্ড ঘটিবলৈ আৰম্ভ কৰিলে।

নগৰৰ ওপৰত উৰি যাওঁতে গুচেভে ৰহস্যময় পৰ্দ্দাত দেখা বাটপথ, চৰকাৰী কাৰ্য্যালয়, অস্ত্ৰাগাৰ, শ্ৰমিকসকলৰ বসতি অঞ্চল—সকলো চিনি পালে। কাৰখানাৰ দীঘল দেৱালৰ কাষত উইৰ হাঁফলুৰ দৰে হাজাৰ হাজাৰ বিক্ষুব্ধ উত্তেজিত মঙ্গলগ্ৰহবাসীৰ জুম। গুচেভ নমাৰ লগে লগে চাৰিওফালে বিক্ষিপ্ত হৈ পৰিল জনতা। এটুকুৰা মুকলি ঠাইত নামি তেওঁ দাঁত ভেঙুচিয়াবলৈ ধৰিলে।

মানুহবিলাকে তেওঁক চিনিব পাৰিলে। অগণন মানুহে হাত দাঙি সুৰ লগাই বাৰে বাৰে চিঞৰিবলৈ ধৰিলে "মাগৎচিৎল, মাগৎচিৎল" জনতাই ক্ৰমান্বয়ে সাৱধানে তেওঁৰ কাষ চাপি আহিছিল—গুচেভে দেখিলে—তেওঁবিলাকৰ মুখ কম্পিত, চকুত মিনতি, মূলাৰ দৰে ৰঙা মূৰ। —সকলো-বিলাকেই মজুৰ, সকলোবিলাক সাধাৰণ মানুহ।

নৌকাৰ পৰা নামি কান্ধত মোনাটো ওলোমাই হাত জোকাৰি জোকাৰি খুব জোৰেৰে গুচেভে কলে:

"নমস্কাৰ বন্ধুসকল।" লগে লগে সকলো নীৰব হৈ গ'ল। সেই নীৰৱতা অবাস্তৱ। চুটি চাপৰ মানুহবিলাকৰ মাজত গুচেভক এজন দৈত্যৰ দৰে দেখা গৈছিল। "আপোনালোকে ইয়াত কিবা আলোচনা কৰিবলৈ গোট খাইছেনে, যুদ্ধ কৰিবলৈ? আলোচনা কৰিবলৈ হলে সেইবিলাকত মই নাই। তেনেহলে বিদায়।"

জুমৰ পৰা দীৰ্ঘনিশ্বাসৰ ধ্বনি এটা শুনিবলৈ পোৱা গ'ল। কেইজনমান মঙ্গলগ্ৰহবাসীয়ে হতাশাৰ দীৰ্ণ কণ্ঠেৰে চিঞৰি উঠিল আৰু তাৰ লগে লগেই আনবিলাকও ক'লে :

"আমাক বচাওক, আকাশ-পুত্ৰ, আমাক ৰক্ষা কৰক।"

"তাৰ মানে আপোনালোকে যুদ্ধ কৰিবলৈ বিচাৰে ?" গুচেভে সুধিলে। তাৰ পাছত কৰ্কশ কণ্ঠেৰে কলে, যুদ্ধ আৰম্ভ হৈ গৈছে। এই যে অলপ আগতে মোক যুদ্ধ জাহাজে আক্ৰমণ কৰিছিল। য[illegible] দক্ষিণ ভুৱাবলৈ পঠিয়াই দিয়া হৈছে। অস্ত্ৰ লোৱা, মোৰ লগত ব'লা।—জোৰেৰে হাত জোকাৰিলে গুচেভে—যেন লাকামৰ টানহে মাৰিছিল।—

—জুমৰ মাজৰ পৰা আগবাঢ়ি আহিল গৰ। দেখা মাত্ৰকে গুচেভে তেওঁক চিনি পালে। —উত্তেজনাত মুখ হৈ পৰিছিল শেঁতা, ওঁঠ কঁপিছিল। গুচেভৰ বুকুত সাবটি কলে—

'আপুনি কি কৈছে ? আমাক কলৈ যাবৰ কাৰণে আহ্বান জনাইছে ? আমাক তেওঁবিলাকে ধ্বংস কৰি পেলাব।—আমাৰ হাতত অস্ত্ৰ-শস্ত্ৰ নাই। যুদ্ধৰ আন বুদ্ধি আৱিষ্কাৰ কৰাহে দৰ্কাৰ।"

গুচেভে খুব জোৰেৰে গৰৰ হাতখন এচাৰ মাৰি দিলে।

"আটাইতকৈ ডাঙৰ অস্ত্ৰ হৈছে—স্থিৰ সংকল্প। যাৰ স্থিৰ সংকল্প আছে—তাৰেই শক্তি আছে। মই আলোচনা কৰিবলৈ পৃথিবীৰ পৰা ইয়ালৈ উৰি অহা নাই।—মই আহিছো—আপোনালোকক স্থিৰ সংকল্পৰ শিক্ষা দিবলৈ।—আপোনালোকক শেলুৱৈয়ে ঢাকি ধৰিছে নেকি বন্ধুসকল! যি সকলে মৰিবলৈ ভয় নকৰে তেওঁবিলাক মোৰ লগত ওলাওক। আপোনালোকৰ অস্ত্ৰাগাৰ ক'ত আছে ? অস্ত্ৰৰ সন্ধানত বলক। বলক, সকলোৱে মোৰ লগত অস্ত্ৰাগাৰলৈ।—

"আই-ইয়াই !" মঙ্গলগ্ৰহনিবাসীসকল চিঞৰি উঠিল।

হেচাঁঠেলা আৰম্ভ হ'ল।—হতাশাত গৰে জনতাৰ ফালে হাত জোকাৰিলে।

এইদৰে বিদ্ৰোহ আৰম্ভ হ'ল। এজন নেতা পোৱা গ'ল। সকলোৱে মূৰ ঘূৰিবলৈ ধৰিছিল। অসম্ভৱক সম্ভৱ যেন ধাৰণা হৈছিল। গৰে ইমানদিন বিদ্ৰোহৰ প্ৰস্তুতি চলাইছিল ধীৰে স্থিৰে, ভাবিচিন্তি, কিন্তু যোৱা কালিৰ ঘটনা সত্বেও স্থিৰ সিদ্ধান্তত আহিবলৈ দ্বিধাবোধ কৰিছিল। আজি সি প্ৰাণৱন্ত হৈ উঠিল। বাৰটা অগ্নিময়ী বক্তৃতা সি দিনটোৰ ভিতৰতে



দিছে। মজুৰবিলাকে নিজ নিজ এলেকাত সেই বক্তৃতা শুনিলে ৰহস্যময় পৰ্দাৰ সহায়ত। চল্লিছ হাজাৰ মানুহে জুম বান্ধি অস্ত্ৰাগাৰৰ ফালে আগবাঢ়ি গ'ল। গুচেভে তেওঁবিলাকক সৰু সৰু দলত বিভক্ত কৰিলে। দালান, স্মৃতিস্তম্ভ আৰু গছ-গছনিৰ আঁৰ লৈ তেওঁবিলাক আগবাঢ়ি গল। চৰকাৰৰ সুবিধাৰ কাৰণে নগৰৰ ঘটনাৱলী দেখুৱাবলৈ যিবিলাক কেন্দ্ৰীয় ৰহস্যময় পৰ্দা ৰখা হৈছিল সেইবিলাকৰ স[illegible]ত নাৰী আৰু শিশুসকলক থিয় কৰাই ৰখাৰ বন্দৱস্ত হ'ল। তুস্কুবক অভিশ[illegible]দিবলৈ তেওঁবিলাকক কোৱা হ'ল। কিন্তু খুব বেছিকৈ নহয়, দ্ব্যৰ্থবো[illegible]ৰে। এইদৰেই কিছু সময়ৰ বাবে চৰকাৰক ফাকি দিয়া হ'ল।

গুচেভে আকাশৰ পৰা আক্ৰমণ হব পাৰে বুলি ভয় কৰিছিল। চৰকাৰী পক্ষৰ মনোযোগ কিছু সময়ৰ কাৰণে বিপথগামী কৰিবৰ কাৰণে পাঁচ হেজাৰ লোকক অন্যফালে পঠিওৱা হ'ল। তালৈ গৈ তাত তেওঁবিলাকে গৰম গৰম কাপোৰ, কটী আৰু খাভবাৰ কাৰণে চিঞৰ বাখৰ কৰিব।

"আপোনালোকৰ কোনেও তাৰ পৰা প্ৰাণ লৈ পলাব নোৱাৰিব—মনত ৰাখিব সেই কথা। এতিয়া যাওক।"

পাঁচ হেজাৰ মানুহে একেলগে চিঞৰি উঠিল—"আই-ইয়াই।" ধ্বনি অংকিত কৰা বিৰাট বিৰাট ছাতি মেলি লৈ তেওঁবিলাক মৰিবলৈ আগবাঢ়ি গ'ল। কণ্ঠত বাজি উঠিল পুৰণা করুণ নিষিদ্ধ গান :

চিকমিকিয়া চিলিডিৰ তলত
লোৰ ঢামাৰ তলত
শিলৰ জাগৰ পৰা
উদগীৰিত হয় খাভ্‌বাৰ ধোঁৱা।
কি আনন্দ ! কি আনন্দ আমাৰ।
হাতত খাভ্‌বাৰ পাত্ৰ তুলি দিয়া।
আই ইয়াই—আমি যে আৰু উভতি নাহো।
খনি আৰু শিলৰ কুৱাৰীলৈ—,
আমি আৰু উভতি নাহো—
অন্ধকাৰৰ মৃতবৎ গলিৰ মাজলৈ।
আমি উভতি নাহো কাৰখানালৈ,
কাৰখানালৈ আমি আৰু উভতি নাহো।—

আমি জীয়াই থাকিবলৈ বিচাৰো।

'আই-ইয়াই।—আমি জীয়াই থাকিবলৈ বিচাৰো।

হাতত আমাক খাভ্‌ৰাৰ পাত্ৰ তুলি দিয়া।—

বিবাট বিবাট ছাতি জোকাৰি করুণ কণ্ঠত ধ্বনি তুলি চিঞৰি চিঞৰি সংকীৰ্ণ ৰাস্তাত তেওঁবিলাক অদৃশ্য হৈ গ'ল।

সৰু এটা সৈন্যদলে অস্ত্ৰাগাৰ পহাৰা দিছিল। নগৰখনৰ পুৰণা অংশটোত অৱস্থিত দালানটো চাপৰ আৰু চাৰিকোণীয়া। ব্ৰঞ্জৰ ... দুৱাৰখনৰ সন্মুখত অৰ্দ্ধ বৃত্তাকাৰে তেওঁবিলাক থিয় হৈ আছিল। পাছফালে ...ক খোৰা তাঁৰ, ডিস্ক আৰু গোলকৰ তৈয়াৰী দুটা অদ্ভুতাকৃতি যন্ত্ৰ (পৰিত্যক্ত ঘৰটোতো ঠিক এনেকুৱা এটা বস্তুকেই দেখিবলৈ পাইছিল। একাঁ বেঁকা অলি-গলিয়েদি আহি বিদ্ৰোহীবিলাকে দালানটো ঘেৰাও কৰি ধৰিলেহি। থিয় দেৱাল বিলাক আছিল দৃঢ়।

এজোপা গছৰ পৰা আন এজোপা গছৰ তললৈ গৈ এটা কোণৰ পৰা নিৰীক্ষণ কৰি অৱস্থাটো অনুমান কৰি ললে। তেওঁ বুজিলে যে সন্মুখৰ দুৱাৰৰ ফালৰ পৰা আক্ৰমণ কৰিব লাগিব। ব্ৰঞ্জৰ প্ৰধান দুৱাৰ এখনওফৰাই দি বছীৰে বান্ধি পেলাবৰ কাৰণে হুকুম দিয়া হ'ল। বিদ্ৰোহীবিলাকক দলে দলে দালানৰ ওপৰত উঠি খুব জোৰেৰে আই-ইয়াই বুলি ধ্বনি তুলিবলৈ কোৱা হ'ল।

প্ৰবেশ দ্বাৰৰ ৰখীয়াবিলাক ইমান পৰে গলিবিলাকত থকা মানুহৰ জুম-বোৰলৈ লক্ষ্য কৰিছিল নিৰ্দ্বিকাৰভাবে। কিন্তু এইবাৰ যন্ত্ৰবিলাকক ঠেলি আগলৈ লৈ আহিল। বেঙুনীয়া জুই শিখা জিলিকি উঠিল যন্ত্ৰৰ কলত। চকু ঘোপাকৈ যন্ত্ৰবিলাকলৈ লক্ষ্য কৰি মঙ্গলবাসীসকলে ক্ষীণ অথচ তীক্ষ্ণভাবে চিঞৰি উঠিল—"সাৱধান, আকাশ-পুত্ৰ।"

ভৰি দুটা মেলি থিয় হৈ গুচেভে বছীডাল টানি ব্ৰঞ্জৰ দুৱাৰখন তুলি ধৰিলে। ভীষণ গধুৰ হলেও তাক বহন কৰি নিব পৰা গৈছিল। দেৱালৰ আঁৰ লৈ স্কোৱাৰৰ কাষলৈ গ'ল, তাৰ পৰা প্ৰবেশ পথলৈ বেছি দূৰ নহয়। ফুচফুচাই "সাজু" বুলি কৈ চোলাৰ আস্তিনৰে মুখ মচি মচি তেওঁ ভাবিলে "এতিয়া যদি মোৰ প্ৰকৃত খং উঠিলহেঁতেন," আৰু দুৱাৰখন তেওঁৰ সন্মুখত ঢালৰ দৰে দাঙি ধৰিলে।

"আগবাঢ়া, বন্ধুসকল, অস্ত্ৰাগাৰলৈ আগবাঢ়া," তেওঁ অদ্ভুত ভাবে চিঞৰি কলে আৰু স্কোৱাৰৰ ফালে ফোপাই জোপাই আগবাঢ়ি গ'ল।



গুৰুম গুৰুম কৈ কেইবাটাও বন্দুকৰ গুলী তেওঁৰ দুৱাৰৰ ঢালখনত আহি লাগিলহি। ভৰি কঁপি উঠিল। এইবাৰ সচাঁসচিকৈয়ে তেওঁৰ খং উঠিল। সৈন্যবিলাকক গালি পাৰি পাৰি তেওঁ আগবাঢ়ি গল। চাৰিও ফালে মঙ্গল-গ্ৰহবাসীবিলাকৰ আৰ্ত্তনাদ আৰু চিঞৰ-বাখৰ। দলে দলে তেওঁবিলাক আগবাঢ়ি আহিল ৰাস্তাৰ কোণ, প্ৰবেশ পথ আৰু গছ-গছনিৰ অন্তৰালৰ পৰা। ৰতাহত এটা গোলকৰ বিস্ফোৰণ হ'ল। বিস্ফোৰণৰ কাণ তালমৰা শব্দ। কিন্তু ...বিলাকৰ প্ৰবল গতিবেগ বাধা দিয়া টান হৈ পৰিছিল। তেওঁবিলাকৰ চাপত পৰি সৈন্যবিলাক মৰিমূৰ হৈ পৰিছিল আৰু যন্ত্ৰবিলাক ভাঙি গৈছিল।

ভীষণ ভাবে গালি পাৰি পাৰি প্ৰবেশ দুৱাৰৰ ওচৰলৈ গৈ তেওঁৰ ব্ৰঞ্জৰ দুৱাৰখনৰ এটা মূৰেৰে তলাটোত মাৰ মাৰিলে। প্ৰবেশ দ্বাৰখন কঁপি উঠিল আৰু মুক্ত হৈ গ'ল। গুচেভে লৰ মাৰি গৈ চাৰিকোণীয়া স্কোৱাৰত প্ৰবেশ কৰিলে। তাত শাৰী শাৰীকৈ পাখি লগা জাহাজবিলাক ৰখা হৈছিল।

অস্ত্ৰাগাৰ দখল কৰা হ'ল। চল্লিছ হাজাৰ মঙ্গলগ্ৰহনিবাসীৰ অস্ত্ৰৰ যোগান হ'ল। উচ্চতম পৰিষদৰ কাৰ্য্যালয়ৰ লগত বহস্যময় পৰ্দ্দাৰ টেলিফোন সংযোগ কৰি গুচেভে তুস্কুবৰ আত্মসমৰ্পণ দাবী কৰিলে।

তাৰ উত্তৰ স্বৰূপে চৰকাৰৰ তৰফৰ পৰা অস্ত্ৰাগাৰ পুনৰ দখলৰ কাৰণে উৰা জাহাজ পঠিওৱা হ'ল। গুচেভেও নিজৰ দলৰ জাহাজ লৈ আক্ৰমণৰ উদ্দেশ্যে আকাশলৈ উৰা মাৰিল। চৰকাৰী উৰাজাহাজ যুদ্ধত হাৰি পলাই যাবলৈ ধৰাত পাছে পাঁছে খেদি সিহঁতক চয়াংচেবাৰ ধ্বংসস্তূপত ঘেৰি ধৰিলে। জাহাজবিলাক মাগাংচিংলৰ বিবাট মূৰ্ত্তিৰ পদতলত ভূপতিত হৈছিল। মূৰ্ত্তিটোৰ চকু আছিল নিমীলিত, মুখত মৃদু হাঁহি। ৰাকলি থকা শিৰস্ত্ৰাণত সূৰ্য্যাস্তৰ আভা জিলিকি পৰিছিল।

আকাশত এতিয়া বিদ্ৰোহীবিলাকৰ প্ৰতিপত্তি। উচ্চতম পৰিষদৰ কাৰ্য্যালয়ৰ চাৰিওফালে চৰকাৰে সৈন্য মোতায়েন কৰিলে। কাৰ্য্যালয়ৰ চিলিঙত আগ্নেয়াস্ত্ৰ ৰখা হ'ল। বিদ্ৰোহীসকলৰ কেইখনমান জাহাজ তেওঁ-বিলাকৰ আক্ৰমণত নষ্ট হৈ গ'ল। ৰাতি পৰিষদ কাৰ্য্যালয়ৰ সন্মুখৰ স্কোৱাৰ দখল কৰি গুচেভে সেইঠাইৰ পৰা চাৰিওফালে নক্ষত্ৰাকাৰে বিস্তৃত হৈ পৰা আলিবাটবিলাকত বেৰিকেড তৈয়াৰ কৰিলে। "হেৰা ৰঙামুখীয়া সকল, তোমালোকক কেনেকৈ বিপ্লৱ কৰিব লাগে দেখুৱাই দিছো," বুলি মুখেৰে

ভোৰভোৰাই গুচেভে তেওঁবিলাকক দেখুৱাই দিলে কেনেকৈ ফুটপাথৰ শিল আতঁৰাব লাগে, কেনেকৈ গছ উভালিব লাগে, দুৱাৰ ভাঙিব লাগে আৰু কামিজৰ মাজত বালি ভৰাই লব লাগে।

অস্ত্ৰাগাৰৰ আগ্নেয়াস্ত্ৰ ছুটাৰ মুখ পৰিষদৰ কাৰ্য্যালয়ৰ ফালে ঘূৰাই দি তেওঁবিলাকে চৰকাৰী সৈন্যবিলাকৰ ওপৰত গুলী বৰষিবলৈ ধৰিলে। বৈদ্যুতিক চুম্বক ক্ষেত্ৰৰ সহায়ত চৰকাৰে বাটে ঘাটে বিদ্যুৎ প্ৰবাহ সঞ্চালিত কৰি দিলে।

তেতিয়া সেই দিনৰ বাবে গুচেভে শেষ বক্তৃতা দিলে। অত্যন্ত সংক্ষিপ্ত সেই বক্তৃতা, কিন্তু জ্বালাময়ী। তাৰ পাছত ব্যাৰিকেডৰ ওপৰত থিয় হৈ এটা এটাকৈ তিনিটা হাত বোমা তেওঁ নিক্ষেপ কৰিলে। ভয়ংকৰ বিস্ফোৰণৰ শব্দ হ'ল। তিনিটা অগ্নিস্ফুলিঙ্গ, শূন্যত ওফৰি পৰিল শিল আৰু ইটা, সৈন্য, ভঙা যন্ত্ৰৰ টুকুৰা—স্কোৱাৰ ধূলিৰে ভৰি পৰিল, ধোঁৱাময় হ'ল। হৈ চৈ কৰি মঙ্গলগ্ৰহবাসী লোকসকল সম্মুখৰ ফালে আগবাঢ়ি গ'ল। তুস্কুৰৰ ঘৰত বহি থাকোতে লচে এই দৃশ্যটোকেই দেখিবলৈ পাইছিল ৰহস্যময় পৰ্দাত।

চৰকাৰে চুম্বকক্ষেত্ৰ আঁতৰাই নিলে। এইবাৰ তুফালৰ পৰা জ্বলন্ত গোলক স্কোৱাৰৰ ওপৰত পৰিল আৰু অগ্নিৰ নীলাভ আভাৰ সৃষ্টি কৰি বিস্ফোৰিত হ'ল। সেই বিস্ফোৰণত অন্ধকাৰৰ বুকু কঁপি উঠিল। পিৰামিডৰ দৰে দেখা ঘৰবিলাকো কঁপি উঠিল।

যুদ্ধ বেছি সময় নচলিল। মৃত দেহৰে উপচি পৰা স্কোৱাৰটো পাৰ হৈ বছা বছা মানুহ লৈ গুচেভে উচ্চতম পৰিষদৰ কাৰ্য্যালয়ত প্ৰবেশ কৰিলে। তাত তেতিয়া কোনো নাছিল। তুস্কুৰ আৰু আন সকলো ইঞ্জিনিয়াৰ পলাই গৈছিল।

## ঘটনাৰ দিক পৰিবৰ্তন

গৰৰ পৰামৰ্শ ক্ৰমেই নগৰৰ আটাইকেইটা গুৰুত্বপূৰ্ণ ঘাটি বিদ্ৰোহীবিলাকে দখল কৰিলে। ৰাতি অত্যন্ত চেঁচা আছিল। মঙ্গলগ্ৰহনিবাসী লোকসকল নিজ নিজ চকীত কঁপিবলৈ ধৰিলে। জুই জলাবৰ কাৰণে গুচেভে আদেশ



দিলে। এটা অভূতপূৰ্ব ঘটনা। কিমান হাজাৰ বছৰ ধৰি নগৰত জুই জ্বলোৱা হোৱা নাই। কেৱল পুৰণি গীতমাতত হে কম্পমান অগ্নিশিখাৰ কথা শুনিবলৈ পোৱা গৈছিল।

ভঙা আচবাববিলাকৰ সহায়ত পৰিষদৰ কাৰ্য্যালয়ৰ সম্মুখত প্ৰথম জুই ধৰিলে গুচেভে। জুইৰ চাৰিওফালে অস্ফুট কণ্ঠেৰে সুৰ ধৰি মঙ্গলগ্ৰহবাসীসকলে "উল্লা, উল্লা" বুলি চিঞৰি উঠিল। বাটে বাটে জুই জলি উঠিল। পোহৰৰ ৰক্তিম আভাৰ কম্পিত ছাঁ ঘৰবিলাকৰ হেলনীয়া দেৱালৰ ওপৰত পৰিছিল আৰু খিৰিকীৰ আইনাত চিকমিকাই উঠিছিল।

আটাইবিলাকৰে মুখমণ্ডল নীলাভ হৈ উঠিল। এই অপৰূপ অগ্নি শিখালৈ আৰু বিদ্ৰোহীবিলাকৰ বিদীৰ্ণ দেহাবয়বলৈ তেওঁবিলাকে উৎকণ্ঠা আৰু যন্ত্ৰণাৰে চাবলৈ ধৰিলে। সেই ৰাতিয়েই অনেক ঘৰ খালি হৈ গ'ল।

—নিৰৱ নিস্তব্ধ নগৰ। কেৱল জুইৰ দপদপনি আৰু অস্ত্ৰৰ ঝনঝননি। —ধাৰণা হ'ল যেন কত হাজাৰ বছৰৰ কালচক্ৰই আপোন পথত পৰিভ্ৰমণ কৰিছে—পুনৰ আৰম্ভ কৰিছে ক্লান্তিকৰ যাত্ৰা। আনকি বাটৰ ওপৰত, জুইৰ ওপৰত জপৰা ওখোৰা মোখৰা তৰাবিলাকৰ আকৃতিও বদলি হৈ গৈছিল। সেই বিস্মৃত,—আকৌ জীৱন্ত হৈ উঠা নক্ষত্ৰমণ্ডলৰ ফালে জুইৰ কাষত বহা মানুহবিলাকে মুখ তুলি চাইছিল। উৰন্ত আসনত বহি গুচেভে নিজৰ সৈন্যসকলৰ অৱস্থান নিৰীক্ষণ কৰিলে। নক্ষত্ৰোজ্জ্বল শূন্যৰ পৰা তেওঁ স্কোৱাৰত অৱতৰণ কৰিলেহি। পাৰ হৈ যাওঁতে বিৰাট ছাঁ পৰিল। তেওঁক সচাঁ সঁচিকৈয়ে আকাশ-পুত্ৰ যেন দেখা গৈছিল। শিলৰ বেদীৰ পৰাহে যেন নামি আহিছিল এটি বিগ্ৰহ। "মাগাৎচিংল, মাগাৎচিংল" কুসংস্কাৰৰ আতংকত ফুচফুচাই উঠিল মঙ্গলগ্ৰহবাসী লোকসকল। যি সকলে প্ৰথমবাৰৰ কাৰণে তেওঁক দেখিবলৈ পাইছিল। তেওঁবিলাকে তেওঁক স্পৰ্শ কৰিবলৈ বগোৱা বাই আগবাঢ়ি গ'ল। অনেকে শিশুৰ দৰে কান্দি উঠিল, "এইবাৰ আমি নমৰো। আমি সুখী হ'ম। আকাশ-পুত্ৰই আমাক প্ৰাণ দিব।"

সকলোৰে গাত ধূলি ধূসৰিত একে ধৰণৰ পোছাক। শীৰ্ণ দেহ, মৃতপ্ৰায় বিদীৰ্ণ মুখমণ্ডল, জোঙা নাক, বিষণ্ণ চকু। কত শতাব্দীৰে পৰা সেই চকুৰেই দেখি আহিছে কেৱল চকাৰ ঘূৰণ, আৰু অন্ধকাৰ খনি, অস্থি চৰ্মসাৰ হাত, সেই হাত দুখনিয়ে নাজানে আনন্দৰ বা সাহসৰ গতি, মুখ হাত আৰু অগ্নি স্ফুলিঙ্গ উদ্দীপ্ত সকলোৰে চকু আকাশ-পুত্ৰৰ ফালে প্ৰসাৰিত।

"ভয় নকৰিবা, ভয় নকৰিবা তোমালোকে, মুখলৈ হাঁহি আনা," গুচেভে তেওঁবিলাকক কলে। "এনেকুৱা কোনো আইন হব নোৱাৰে যে তোমালোকে যুগ যুগ ধৰি সকলো যন্ত্ৰণা নীৰবে সহ্য কৰিব লাগিব। ভয়ৰ কোনো কাৰণ নাই। আমি জিকিমেই, তোমালোকে সুখেৰে থাকিবা।"

বহুত ৰাতি পৰিষদৰ কাৰ্য্যালয়লৈ ঘূৰি গল গুচেভ। ভীষণ ভোক লাগিছিল, জাৰো অনুভৱ কৰিছিল। গম্বুজ দিয়া হলঘৰত [illegible]সোণালী চাপৰ ঢামবিলাকৰ তলত মজিয়া, বিশজনমান সশস্ত্ৰ মঙ্গলগ্ৰহবা[illegible]ওই আছিল। চিকমিকিয়া মজিয়াত সিঁচৰিত হৈ আছিল চোবাই পেলোৱা [illegible]ভ্‌বাৰ টুকুৰা। হলৰ মাজত কাৰ্টুজৰ টিনৰ দ'মৰ ওপৰত বহি টৰ্চৰ পোহৰত গৰে কিবা এটা লিখি আছিল। টেবুলত সিঁচৰিত হৈ আছিল খোলা টিন, ফ্লাস্ক আৰু ৰুটীৰ গুৰি।

টেবুলৰ একাষত বহি গুচেভ তপাতপ খোৱা আৰম্ভ কৰি দিলে। তাৰ পাছত পেণ্টত হাত মোহাৰি ফ্লাস্কৰ পৰা এঢোক খাই এটা উগাৰ মৰাৰ পাছত সুধিলে: "শত্ৰুবিলাক কলৈ গল, মোৰ জনাৰ দৰ্কাৰ।"

ৰঙা চকু তুলি গৰে তেওঁৰ ফালে চালে: গুচেভৰ মূৰত তেজৰ দাগ লগা ফটাকানি বন্ধা আছিল। বহল মুখমণ্ডল, গোঁফবিলাক থিয় আৰু নাকৰ পাহিবিলাক বিস্ফাৰিত।

"বুজিবই পৰা নাই," গুচেভে কলে, "কেনি কোন সুযোগত চৰকাৰী সৈন্য-বিলাক পলাই গ'ল! স্কোৱাৰত মাত্ৰ তিনি শ মান মানুহ মৃত হৈ পৰি আছে। কিন্তু তেওঁবিলাকৰ সংখ্যা পোন্ধৰ হাজাৰতকৈও কম নহয়। একেবাৰে উধাও হৈ গ'ল। কিন্তু হ'ল কেনেকৈ—তেওঁবিলাক তো আৰু বেজি নহয় যে হেৰাই যাব। লুকোৱা হলে গম পালোহেতেন। গুৰুতৰ ঘটনা। যিকোনো মুহূৰ্ততে আমাৰ পিছফালে আহি শত্ৰু উপস্থিত হবহি পাৰে।"

"তুস্কুৱ, চৰকাৰৰ সকলো মানুহ, আৰু সৈন্য আৰু বাসিন্দাসকলৰ এটা অংশ নগৰৰ তলিত ৰাণী মাগ্‌ৰাৰ লিবিৰিন্থলৈ আঁতৰি গৈছে।" গৰে কলে।

গুচেভ বেঞ্চৰ পৰা জাপ মাৰি উঠিল।

"ইমান পৰেও সেই কথাটো কিয় কোৱা নাই?"

তুস্কুৱৰ পাছে পাছে খেদি কোনো লাভ নাই। ৰহাঁ, আহাৰ খাই লোৱা, আকাশ-পুত্ৰ। ভ্ৰূ কোঁচাই, পোছাকৰ ভিতৰৰ পৰা শুকান খাভ্‌ৰাৰ এটা পকা জলকীয়াৰ দৰে ৰঙা পেকেট উলিয়াই ধীৰে ধীৰে চোবাবলৈ ধৰিলে। চকুৱে



অন্ধকাৰ দেখিলে। মুখৰ ৰেখা অদৃশ্য হৈ গ'ল। 'কেই হাজাৰ বছৰ মানৰ আগতে আমি ডাঙৰ ডাঙৰ ঘৰ-দুৱাৰ বনোৱা নাছিলো। কিয়নো সেইবিলাক উত্তপ্ত কৰি তোলাৰ কোনো উপায় নাছিল। বিদ্যুতৰ কথা তেতিয়াও আমালোকৰ অজ্ঞাত। শীতকালত সকলো মানুহ মাটিৰ গভীৰ তললৈ গুচি গৈছিল। তাত পানীৰ সহায়ত খন্দা গুহাবিলাকত আমি প্ৰকাণ্ড প্ৰকাণ্ড মুকলি ঘৰ বন[illegible]ইছিলো। সেইবিলাক, তাৰোপৰি থাম, সুৰঙ্গ আৰু অহা-যোৱাৰ বাট [illegible]বিলাক গৰম হৈছিল আমাৰ গ্ৰহৰ আভ্যন্তৰীণ উত্তাপত। অগ্নিময় গহ্বৰৰ [illegible]মুখ ইমান উত্তপ্ত যে তাক বাষ্প তৈয়াৰ কৰাৰ কামত লগাব পাৰি। এতিয়াও কিছুমান দ্বীপত প্ৰাচীনকালৰ সেই বাষ্প-ইঞ্জিন বিলাকে কাম দিয়ে। সমগ্ৰ গ্ৰহটোতে মাটিৰ তলৰ নগৰবিলাকৰ যোগাযোগ স্থাপনৰ সুৰঙ্গবিলাক বিস্তৃত হৈ আছে। সেই লিবিৰিন্থৰ বুকুত তুস্কুৱক বিচাৰি ফুৰাৰ কোনো অৰ্থই হব নোৱাৰে। একমাত্ৰ তেৱেঁইহে সেই লিবিৰিন্থৰ আচনি আৰু গোপন পথ জানে। সেই লিবিৰিন্থ হ'ল ৰাণী মাগৰাৰ—তেঁও দুখন পৃথিৱীৰ অধিশ্বৰী আৰু মঙ্গলগ্ৰহৰ সৰ্বশক্তিময়ী গৰাকিনী। চয়াংচেৰাৰ তলৰ সুৰঙ্গৰ জটিল জাল পাঁচ শ জনবসতিপূৰ্ণ নগৰ আৰু প্ৰায় এহেজাৰৰো ওপৰ পৰিত্যক্ত নগৰীত বেষ্টিত হৈ আছে। সকলোতে অস্ত্ৰৰ ঘাটি আৰু জাহাজৰ আড্ডা। আমাৰ দল হ'ল বিক্ষিপ্ত। বেছি অস্ত্ৰশস্ত্ৰও আমাৰ নাই। তুস্কুৱৰ সৈন্য বাহিনী আছে। তাৰ দলত আছে জমিদাৰ, খাভৰা বাগানৰ মালিক, সেইসকল ধনীলোক যি সকলে তিৰিশ বছৰৰ আগতে হোৱা ভয়ংকৰ যুদ্ধত ঘৰদুৱাৰ বিলাকৰ মালিকানা পাইছিল। তুস্কুৱ ধূৰ্ত্ত আৰু বিশ্বাসঘাতকী। সি ইচ্ছা কৰিয়েই এইবিলাকলৈ উচতনি দিছে যাতে বিৰোধিতা কৰাৰ সকলো কাৰণকেই চিৰদিনৰ কাৰণে বিলুপ্ত কৰি দিব পাৰে। স্বৰ্ণযুগ—স্বৰ্ণযুগেই হয়।"

গধুৰ হৈ পৰা মূৰটো কেইবাৰমান লৰচৰ কৰিলে গৰে। মুখত বেগুনীয়া আভাস দেখিবলৈ পোৱা গ'ল। খাভ্‌ৰাৰ প্ৰতিক্ৰিয়া আৰম্ভ হৈছিল।

"তুস্কুৱে স্বপ্ন দেখিছে স্বৰ্ণযুগৰ। সি বিচাৰিছে—মঙ্গল গ্ৰহৰ শেষ যুগ প্ৰচলিত কৰিবলৈ। সেই যুগলৈ স্বৰ্ণযুগ। তাত প্ৰবেশৰ থাকিব কেৱল বছা বছা মানুহৰ, যি সকল অসীম সুখৰ যোগ্য—সেইসকল লোক। সাম্য অলীক কথা। সাম্য বুলি কোনো কথা থাকিব নোৱাৰে। 'সকলোৰে সুখ'—কথাটো পগলাৰ প্ৰলাপ—খাভ্‌ৰা-খাদক সকলৰ কথা। তুস্কুৱে কয়, "সাম্য আৰু জননিৰ্বিশেষে ন্যায়ৰ কামনাই সভ্যতাৰ সৰ্ব্বোচ অৱদানৰ অৱসান ঘটায়।"

গৰৰ মুখত বঙা ফেনৰ লেলাৱতি দেখিবলৈ পোৱা গ'ল। "দৰকাৰ হলে অতীত যুগলৈ উভতি যোৱা, অসাম্যলৈ, অবিচাৰৰ বুকুলৈ! মাথিৰ নিচিনাকৈ আমাক সেই মৃত শতাব্দীয়ে ছাটি ধৰক। দাসবিলাকক শিকলিৰে বন্দী কৰা, যন্ত্ৰপাতিত, লেডত সিহঁতক বান্ধি দিয়া, খনিলৈ ঠেলি দিয়া—তেওঁবিলাক থাকক দুখৰ মাজতে আৰু যিসকল ধন্য তেওঁবিলাক থাকক—সুখৰ স্বৰ্গলোকত।—এয়ে হ'ল স্বৰ্ণযুগ। কেৱল অন্ধকাৰ দাঁতৰ কামোৰণি। ৰসাতলে যাওক মোৰ মা-দেউতা। মৰিবলৈ কিয় পো... বুকুলৈ আহিব লাগে। মই নৰকগামী হ'ম।'

বনৰীয়া প্ৰাণীৰ দৰে চিগাৰেটটো চোবাই চোবাই—গুচেভে গৰৰ ফালে স্থিৰ দৃষ্টিৰে চাই আছিল—

"নকৈ নোৱাৰো, তোমালোক একেবাৰে ভোটা হৈ পৰিছা।"

কাৰ্তুজৰ টিনৰ ওপৰত হাত ভৰি সাৰটি গৰ বহুত সময় এজন আলৰ বুঢ়াৰ দৰে বহি থাকিল।—"তুমি ঠিকেই কৈছা, আকাশ-পুত্ৰ। আমি খামখেয়ালিৰ কোনো সিদ্ধান্তলৈ আহিব নোৱাৰো।—আপোনাক আজি যুদ্ধ কৰা দেখিবলৈ পালো। আপুনি উত্তপ্ত অগ্নিশিখাৰ দৰে। আপুনি স্বপ্ন দেখে। কি বলিষ্ঠ নিৰ্ভীক আপুনি। আপোনালোক পৃথিবীৰ সন্তান-সকলে এই ৰহস্যৰ সমাধান কৰিব পাৰিব। আমি নোৱাৰো। আমি অতি পুৰণি হৈ গৈছো। আমাৰ জীৱনবোৰ ছাইৰে পৰিপূৰ্ণ হৈ উঠিছে। সময় সুযোগ পাইও—এৰি দিবলগীয়া হৈছে—'

গুচেভে পেটি মাৰিলে।

"ভাল কথা। ছাই-য়েই ঠিক! কিন্তু কাইলৈ কি কৰা হব এতিয়া জানিব পাৰিম নে?"

"ৰাতিপুৱাই টেলিফোনত তুস্কুবৰ সন্ধান লৈ তেওঁৰ লগত আপোচ-আলোচনা কৰা দৰ্কাৰ। দুয়ো পক্ষৰ যাতে সুবিধা হয়— — —"

"আপুনি ডাঙৰীয়া, পুৰা এক ঘণ্টা সময় বাজে কথাৰ মহলা মাৰিলে।" গৰৰ কথাৰ মাজতে গুচেভে কলে। "কাইলৈ কি কৰিব লাগিব শুনক: তুমি মঙ্গলগ্ৰহত ঘোষণা কৰি দিয়া যে ক্ষমতা শ্ৰমিক শ্ৰেণীৰ হাতলৈ আহিছে। বিনাচৰ্তে বশ্যতা স্বীকাৰ কৰিবলৈ দাবী কৰিবা। কেইজনমান ডেকালৰা লৈ মই পোনে পোনে মেৰু প্ৰদেশলৈ যাম। বিদ্যুৎ চুম্বকৰ কেন্দ্ৰ-বিলাক দখল কৰিম। তাৰ পাছত অলপ সময় ব্যয় নকৰি পৃথিৱীলৈ



তাঁৰবাৰ্তা পঠিয়াম। মস্কোলৈ এই বুলি তাঁৰবাৰ্তা পঠিয়াম যে অতি সোনকালে ইয়ালৈ মানুহ পঠিয়াব লাগে। যন্ত্ৰ তৈয়াৰ কৰোতে ছমাহমান লাগিব। আৰু ইয়ালৈ আহোঁতে আহোঁতে — —'

হঠাৎ ভৰি কঁপি উঠাৰ লগে লগে টেবুলৰ ওপৰতে গুচেভ বহি পৰিল। গোটেই ঘৰটো কঁপি উঠিল। অন্ধকাৰ গম্বুজবিলাকৰ পৰা খহি পৰিল খোদিত কাৰুকাৰ্য্য। মজিয়াত যিবিলাক শুই আছিল তেওঁবিলাকো জাপ মাৰি উঠিল... হতবাক হৈ চাই থাকিল। আগতকৈও প্ৰকাণ্ড এটা জোকাৰণিত ঘৰটো পুনৰ কঁপি উঠিল। ভঙা কাঁচৰ টুকুৰাবিলাক জন জনাই সৰি পৰিছিল। দুৱাৰবিলাক মেল খাই গল। এটা ক্ষীণ গুৰু গম্ভীৰ ধ্বনিৰে হলঘৰ গুঞ্জৰিত হৈ উঠিল। স্কোৱাৰত মানুহৰ চিঞৰ-বাখৰ। গুলীৰ শব্দ।

লব মাৰি গৈ দুৱাৰমুখত মঙ্গলগ্ৰহবাসীয়ে জুম বান্ধিলে। তাৰ পাছত হঠাৎ পাছ হুঁহকি আহিল। ভিতৰলৈ সোমাই আহিল—আকাশ-পুত্ৰ লচ। তেওঁক চিনি পোৱাই মস্কিল হৈ পৰিছিল। ডাঙৰ ডাঙৰ চকু দুটা ক'লা পৰিছিল আৰু সোমাই গৈছিল। সেই চকুৰ পৰা বিচ্ছুৰিত হৈছিল অদ্ভুত দীপ্তি। তেওঁৰ কাষৰ পৰা পিছ হুঁহকি আহিল মঙ্গলবাসীসকল। লচৰ শুভ্ৰ কেশ থিয় হৈ উঠিছিল।

—"নগৰ ঘেৰাও কৰি লৈছে।" দৃঢ় গধুৰ মাতেৰে লচে কলে। "যুদ্ধ জাহাজৰ জুয়ে আকাশ ছানি ধৰিছে। তুস্কুবে শ্ৰমিকসকলৰ ঘৰদুৱাৰ উৰুৱাই দিছে।

## প্ৰতি আক্ৰমণ

টামৰ তলত মূল চিৰিৰ ওপৰত যি মুহূৰ্ততে লচ আৰু গৰ দুয়ো দৌৰ মাৰি গৈ থিয় হৈছিল ঠিক সেই মুহূৰ্ততে বতাহ বিদীৰ্ণ হৈ পৰিল দ্বিতীয় বিস্ফোৰণৰ ফলত। নগৰৰ উত্তৰ ফালে পাখিৰ দৰে নীল অগ্নিশিখা বিয়পি পৰিল। ধোঁৱা আৰু ছাইৰ ডাৱৰ দেখা গল। গুৰুম গুৰুম আৱাজৰ পাছত ধুমুহা। তীব্ৰ ৰঙা- আভাৰে আকাশৰ অৰ্দ্ধভাগ জিলিকি উঠিল।

সৈন্যবেষ্টিত নক্ষত্ৰাকাৰৰ স্কোৱাৰত কোনো এটা শব্দই শুনিবলৈ পোৱা নগৈছিল। মঙ্গলগ্ৰহ নিবাসীসকলে নীৰৱে চাই আছিল ৰক্ত আভাৰ ফালে। জুইত পুৰি ছাই হৈ গৈছিল তেওঁবিলাকৰ ঘৰদুৱাৰ, আৰু আপোন পৰিয়ালবৰ্গ। ক'লা ধোঁৱাৰ পাকে পাকে শেষ হৈ গৈছিল তেওঁবিলাকৰ আশা।

লচ আৰু গৰৰ মাজত হোৱা সংক্ষিপ্ত আলোচনাৰ পাছত উৰা জাহাজবিলাকক যুদ্ধৰ কাৰণে প্ৰস্তুত কৰাৰ ব্যৱস্থা হব ধৰিলে। আটাইবিলাক জাহাজ অস্ত্ৰাগাৰত আছিল। কেৱল মাত্ৰ পাঁচখন ড্ৰেগন[illegible]ৰ দেখা উৰা জাহাজ স্কোৱাৰত পৰি আছিল। সেইবিলাকৰ অৱস্থা চাবলৈ গুচেভে পঠিয়ালে। আকাশত উৰোৱাৰ লগে লগে অগ্নিৰ আভাত পাখিবিলাক চিক্‌মিকাই উঠিল।

অস্ত্ৰাগাৰৰ পৰা খবৰ আহিল যে তেওঁবিলাকে নিৰ্দ্দেশ পাইছে। উৰা জাহাজত উঠিবলৈ আৰম্ভ কৰি দিছিল সৈন্যসকলে। কিছুসময় অনিশ্চয়তাৰ মাজতে পাৰ হৈ গ'ল। ধোঁৱা আৰু জুই ক্ৰমান্বয়ে বিয়পি পৰিছিল। নগৰখনত আতংকজনিত স্তব্ধতা, প্ৰতি মুহূৰ্ত্তে গুচেভে ৰহস্যময় পৰ্দ্দাৰ টেলিফোনত মঙ্গলগ্ৰহবাসীসকলক দ্ৰুতবেগে জাহাজত উঠিবলৈ অনুৰোধ কৰিছিল। নিজে স্কোৱাৰত দৌৰাদৌৰি কৰিছে বিৰাট ছাঁ পেলাই, কৰ্কশ মাতেৰে চিঞৰিছে, বিশৃংখল সৈন্যবিলাকক শাৰী পতাইছে। পুনৰ চিৰিৰ কাষলৈ আহি গোঁফত তাও দিছিল।

"অস্ত্ৰাগাৰত থকা সিহঁতক কোৱা।" (গৰে পাছৰ কথাটোৰ কোনো অৰ্থ বুজি নাপালে।) "খৰ কৰা, খৰ কৰা' – –

গৰ টেলিফোনৰ কাষলৈ গ'ল। টেলিফোনত শেষ খবৰ আহিল যে সকলো সৈন্য জাহাজত উঠিছে। জাহাজবিলাক উৰিবলৈ আৰম্ভ কৰিছে। গঁচাকৈয়ে কেই মুহূৰ্ত্তমানৰ পাছতে ঘন ধোঁৱাৰ মাজত নগৰৰ ওপৰত ড্ৰেগনৰ দৰে জাহাজবিলাক দেখিবলৈ পোৱা গ'ল। ভৰি দুটা বহলকৈ মেলি ওপৰলৈ মুখ তুলি গুচেভে চাই বল বলাকাৰ দৰে লাইনবিলাকলৈ। ঠিক সেই সময়তেই ধ্বনিত হ'ল—তৃতীয় আৰু আটাইতকৈ প্ৰকাণ্ড বিস্ফোৰণটো।

নীলা লেলিহান অগ্নিশিখাই জাহাজৰ পথ ৰুদ্ধ কৰি পেলালে। জাহাজবিলাক ছোঁ মাৰি উঠি ঘূৰি ঘূৰি অদৃশ্য হৈ গ'ল, পাছত ৰাখি গল ৰাশি ৰাশি ছাই আৰু ধোঁৱাৰ কুণ্ডলী।—



ঢামবিলাকৰ মাজৰ পৰা গৰ বাহিৰ ওলাই আহিল। মুৰ তললৈ হালি পৰিছিল। মুখ কঁপিছিল, ওঁঠ দুটি মেল খাই গৈছিল। বিস্ফোৰণৰ শব্দ নোহোৱা হৈ যোৱাৰ পাছত কলে।

"অস্ত্ৰাগাৰ উৰুৱাই দিছে। জাহাজবিলাক ধ্বংস হৈ গৈছে।"

শুষ্ক কণ্ঠত এটা শব্দ উচ্চাৰণ কৰি গুচেভে গোঁফত হাত বুলাবলৈ ধৰিলে। ঢাম এটাত অ'উজি থিয় হৈ লচে অগ্নিকাণ্ডৰ ফালে চাই আছিল। গোৰোহাৰ ওপৰত ভৰ [illegible] হৈ আইনাৰ দৰে দেখা চকু কেইটা মেলি গৰে কলে:

"যিসকল আজি বাচি থাকিব, তেওঁবিলাকৰ দুখ দুৰ্দ্দশাৰ সীমা নোহোৱা হব।"

লচ মনে মনে আছিল। একাণপতীয়াৰ দৰে মুৰ জোকাৰি গুচেভ স্কোৱাৰৰ ফালে আগবাঢ়ি গ'ল। কি এটা আদেশ দিলে আৰু শাৰী শাৰীকৈ মঙ্গলগ্ৰহবাসীসকলে স্কোৱাৰৰ মাজেদি বাৰিকেডৰ ফালে আগবাঢ়ি গ'ল।

পিছ মুহূৰ্ত্ততে গুচেভৰ উৰন্ত পাখিলগা ছাঁ স্কোৱাৰৰ ওপৰত পতিত হ'ল। আসনত বহি সি চিঞৰিছিল:

"খৰ কৰা, খৰ কৰা, বেগাই খোজ দিয়া—"

স্কোৱাৰ শূন্য হৈ গ'ল—নগৰৰ বিৰাট অংশত বিস্তৃত হৈ পৰা বিৰাট অগ্নিশিখাৰ আলোকত দেখিবলৈ পোৱা গল বিপৰীত ফালৰ পৰা উৰি অহা অসংখ্য জাহাজ, দিগন্তৰ পৰা উৰি আহিছিল জাকে জাকে তুস্কুৰৰ জাহাজ।

গৰে কবলৈ ধৰিলে:

"পলোৱা—হে আকাশ পুত্ৰ, এতিয়াও নিজক বচাব পাৰিবা।"

লচে কেৱল কান্ধ জোকাৰিলে। ওচৰলৈ আহি জাহাজবিলাক নামিবলৈ ধৰিলে। অন্ধকাৰ স্কোৱাৰৰ পৰা এটা দুটাকৈ তিনিটাকৈ গুলীবৰ্ষণ হবলৈ ধৰিলে। বিদ্ৰোহীবিলাকে আগ্নেয়াস্ত্ৰ চলাবলৈ ধৰিছিল। উৰা জাহাজবিলাক স্কোৱাৰৰ ওপৰত এটা এটা ঘূৰণ দি বেলেগ বেলেগ হৈ ভাহি যাবলৈ ধৰিলে বিভিন্ন ৰাস্তা আৰু চালৰ ওপৰলৈ। অবিৰাম গুলি বৰ্ষণত জাহাজৰ চাৰিওকাষ পোহৰ হৈ উঠিছিল। এখন জাহাজ লুটি খাই পৰাৰ লগে লগে পাখি দুখন দুটা ঘৰৰ চালৰ মাজত আবদ্ধ হৈ গ'ল। আনবিলাক জাহাজ স্কোৱাৰৰ কাষত আহি অৱতৰণ কৰিলে, জাহাজৰ পৰা ওলাই

আহিল—ৰূপালী ৰঙী, জেকেট পিন্ধা সৈন্যৰ দল। নামিয়েই তেওঁবিলাকে আলিবাটলৈ দৌৰি গ'ল। খিৰিকী আৰু আলিবাটৰ চুকৰ পৰা সিহঁতৰ গাত গুলীবৰ্ষণ হবলৈ ধৰিলে, শিলগুটি পৰিবলৈ ধৰিলে, স্কোৱাৰত জলন্ত ছাঁ পেলাই—আৰু অনেক জাহাজ আহিবলৈ ধৰিলে।

—লচে দেখিবলৈ পালে অনতিদূৰত এটা ঘৰৰ ঢাপে ঢাপে বাৰান্দাত উঠিবলৈ ধৰিছিল বহল কান্ধৰ গুচেভ। লগে লগে পাঁচ ছখন জাহাজে তেওঁক উলটি ঘেৰি ধৰিলে। মূৰৰ ওপৰলৈ এটা প্ৰকাণ্ড শিল তু[illegible]নিচেই ওচৰৰ জাহাজখনলৈ শিলটো জোৰেৰে দলিয়াই দিলে। লগে লগে উজ্জল পাখি-বিলাকৰ আঁৰত সি নেদেখা হৈ গ'ল।

তেতিয়া স্কোৱাৰৰ মাজে মাজে সেইফাললৈ স্বপ্নত উৰি যোৱাৰ দৰে বেগাই গ'ল লচ। মূৰৰ ওপৰত ঘূৰি ঘূৰি গৰ্জ্জন কৰিছিল জাহাজবিলাকে। অগ্নিবৃষ্টি হবলৈ ধৰিছিল। দাঁত কামুৰি চাৰিওফালে তীক্ষ্ণ দৃষ্টি ৰাখি লচ আগবাঢ়িবলৈ ধৰিলে।

কেইজাপ মান মাৰি স্কোৱাৰ পাৰ হৈ লচে পুনৰ এটা কোণৰ এটা ঘৰৰ বাৰান্দাত গুচেভক দেখিবলৈ পালে। চাৰিওফালৰ পৰা মঙ্গলগ্ৰহবাসী-বিলাকে হেঁচি ধৰিছিল। সিহঁতৰ লগত মাটিত বাগৰা-বাগৰি কৰিছিল, সিহঁতৰ হাতভৰিৰ তলত পৰি ভালুকৰ দৰে তাৰ গা ফুলি উঠিছিল। জোকাৰ মাৰি সিহঁতক পেলাই দিছিল আৰু ঘোঁচা মাৰিছিল। ডিঙিৰ পৰা একৰাই এজনক দালি মাৰি দিলে। বাকীসকলক টানি লৈ যাবলৈ ধৰিলে বাৰান্দাৰ ফালে। তাৰ পাছত তেওঁ লুটি খাই পৰি গ'ল।

আতংকত চিঞৰি উঠিল লচ। ঘৰৰ বেৰত হাত ৰাখি তেওঁ বাৰান্দাৰ ওপৰলৈ উঠি গ'ল। লুটি পুটি খোৱা মানুহৰ জুমৰ মাজত পুনৰ দেখিবলৈ পালে গুচেভৰ বিস্ফাৰিত চকু আৰু ৰক্তাক্ত মুখ। কেইজনমান লচৰ ওপৰত জাপমাৰি পৰিল। বিতৃষ্ণাত সিহঁতক এৰি তেওঁ সেই দেহপিণ্ডসমূহৰ দ'মৰ মাজলৈ দৌৰি গ'ল। গুচেভৰ ওপৰত পৰা সৈন্যবিলাকক এটাৰ পাছত এটাকৈ দলিয়াই দিবলৈ ধৰিলে। মানুহবিলাকেও ৰেলিং পাৰ হৈ টপাটপ পৰিবলৈ ধৰিছিল। বাৰান্দা শূন্য হৈ গৈছিল। গুচেভে উঠিবলৈ চেষ্টা কৰিলে। কিন্তু মূৰটো হাউলি গ'ল। তেওঁক দাঙি লৈ লচে একেজাপে দুৱাৰ পাৰ হৈ এটা সৰু কোঠাত গালিচাৰ ওপৰত শুৱাই দিলে। বাহিৰৰ জুইৰ পোহৰ আহি কোঠাটোত পৰিছিল।



গুচেভৰ ডিঙিৰ পৰা ঘৰঘৰকৈ আৱাজ হৈছিল। লচ দুৱাৰৰ ফালে আগবাঢ়ি গল। বাৰান্দাৰ ওপৰেদি জাহাজবোৰ উৰি গৈছিল। খৰা নাক আৰু মুখৰ আটাইবোৰ মানুহে সেইবিলাকৰ ফালে চাই আছিল। আকৌ বোধকৰো যুদ্ধ চলাব।

"মৃস্তিস্লাভ চের্গেয়েভিচ্—"গুচেভে কলে। মূৰত চেপা মাৰি তেওঁ বহিবলৈ চেষ্টা কৰিছিল। তেজ মিহলি হৈ থকা থু পেলালে। "আমাৰ সকলোবিলাকে [illegible]বিছে—এই কথা ভাবিব পাৰেনে? জাকে জাকে উৰি আহি আমাক মাৰি পেলাইছে মাখিৰ দৰে। যি সকল মৰা নাই সেইসকল পলাইছে। আৰু মই অকলে পৰি আছো। কি সৰ্ব্বনশীয়া কথা।" ঢলং পলংকৈ খোজ কাঢ়ি গুচেভে এটা ব্ৰোঞ্জৰ মূৰ্ত্তিৰ ওচৰত থিয় হলগৈ। কোনোবা বিখ্যাত মঙ্গলগ্ৰহবাসীৰ মূৰ্ত্তি আছিল সেইটো। "ৰ—এতিয়াই মজা দিম তহঁতক" মূৰ্ত্তিটো দাঙি লৈ গুচেভ দুৱাৰৰ ফালে বেগাই আগবাঢ়ি গ'ল।

"কি কৰিব খুজিছে—আলেক্সই ইভান্ভিচ্?"

"অসহ—মোক যাবলৈ দিয়ক।"

বাৰান্দাত গৈ তেওঁ উপস্থিত হ'ল। উৰন্ত জাহাজৰ পাখিৰ তলৰ পৰা অগ্নিশিখা জিলিকি উঠিল। তাৰ পাছত ঢপকৈ পৰাৰ শব্দ।

"হায়"—গুচেভে চিঞৰি উঠিল।

তাক টানি আনি লচে দুৱাৰখন মাৰি দিলে।

"আলেক্সই ইভানভিচ্—আপুনি নুবুজে কিয়—আমাৰ সম্পূৰ্ণ পৰাজয় হৈছে। সকলো শেষ হৈ গৈছে।—আইলিতাক বচোৱা দৰকাৰ।"

"ওঁ তো! আপোনাৰ কেৱল সেই ছোৱালীজনীৰ চিন্তা।"

ঘপহকৈ বহি গুচেভে মুখখন চেপা মাৰি ধৰি নাকেৰে এটা শব্দ কৰিলে। মাটিত গোৰোহনি মাৰিলে। খঙত অধীৰ হৈ দাঁত কামুৰি তেওঁ কবলৈ ধৰিলে:

"বেচ,—চয়তানবিলাকে মোৰ ছাল পৰ্য্যন্ত চেলাই নিয়ক। পৃথিবীত ন্যায়-নীতি বুলি একো নাই। এই গ্ৰহটোত একোৰে ঠিক নোহোৱা হ'ল। ধ্বংস হৈ যক এই গ্ৰহ। সিহঁত সকলোৱে আহি ভৰিত ধৰি কলেহি "আমাক বচাওক, আমাক বচাওক। আমি জীয়াই থাকিবলৈ বিচাৰো। বাঃ—জীয়াই থাকিবলৈ বিচাৰে। কিন্তু মই কি কৰো, নিজৰ ৰক্তপাত কৰিছো। কিন্তু যুদ্ধত পৰাজয় হবলৈ ধৰিছে। মস্তিস্লাভ্ চের্গেয়েভিচ্—কি মূৰ্খ মই, কি

অপদাৰ্থ। এইটো মই কেতিয়াও সহ্য কৰিব নোৱাৰো। দাঁতেৰে কামুৰি সিহঁতক চিবাচিৰ কৰি পেলাম।"

"হুঁঃ" শব্দ এটা কৰি তেওঁ আকৌ দুৱাৰৰ ফালে উঠি গ'ল। তাৰ কান্ধত হেচাঁ মাৰি ধৰি এটা কঠিন জোকাৰণি দি লচে তেওঁৰ চকুৰে চকুৰে চালে।

"কি হৈছে? কি বলিয়ালিখন বকিছে? বলক। হয়তো আমি ঘূৰি যাব পাৰিম। ঘৰলৈ ঘূৰি যাব পাৰিম—আমাৰ পৃথিবীলৈ।"

মুখৰ তেজ আৰু ধূলিবোৰ মোহাৰি গুচেভে কলে ঃ

"বলক।"

ঘৰ পৰিত্যাগ কৰাৰ পাছত দুয়োজনেই এটা বহল সুৰঙ্গৰ ওপৰত ঘূৰণীয়া চকত আহি উপস্থিত হ'ল। বেঁকাবেঁকি চিৰিভাল তললৈ সোমাই গৈছিল। আইনাৰ ছালৰ মাজেদি বাহিৰৰ জুইৰ আভা সুৰঙ্গৰ গাঁতত আহি পৰিছিলহি। গাঁতটো ইমান গভীৰ আছিল যে দেখিয়ে মূৰ ঘূৰিছিল।

সংকীৰ্ণ চিৰিয়েদি লচ আৰু গুচেভ নামি আহিছিল। তলত কোনো সাৰসুৰ শব্দ নাছিল। ওপৰত গুলীৰ শব্দ আৰু বাঢ়ি গৈছিল। জাহাজৰ তল অংশ ঘৰৰ চালত লগাৰ ঘচ্ঘচ্ শব্দ। ধাৰণা হ'ল—আকাশ সন্তান সকলৰ সৰ্ব্বশেষ আশ্ৰয়স্থলত আক্ৰমণ আৰম্ভ হৈছে।

দ্ৰুত ভাবে নামিছিল লচ আৰু গুচেভ। চিৰিৰ ঢাপৰ যেন আৰু অন্ত নাই। পোহৰ ক্ষীণ হৈ আহিছিল। হঠাৎ চকুত পৰিল তলত চুটি চাপৰ এজন মানুহ। তেওঁবিলাকৰ ফাললৈকে চুচৰি চুচৰি আগবাঢ়ি আহিছিল। মানুহজন বৈ গ'ল। ক্ষীণ কণ্ঠত ধ্বনিত হ'ল ঃ

"যি কোনো মুহূৰ্ত্তত সিহঁত আহি যাব পাৰে। খৰধৰ কৰক। তলত লিবিবেন্থত সোমোৱাৰ দুৱাৰ আছে।"

মানুহজন আছিল গৰ। মূৰত আঘাত পাইছিল। ওঁঠ চেলেকি আকৌ কলে ঃ

"ডাঙৰ সুৰঙ্গবিলাকেৰে যাব। দেৱালৰ চিনবিলাক মনত ৰাখিব। বিদায়। যদি পৃথিবীলৈ ঘূৰি যাব পাৰে—আমাৰ কথা তাত জনাব। হয়তো আপোনালোক পৃথিবীত সুখী হব। কিন্তু আমাৰ ভাগ্যত কেৱল তুষাৰ মৰুভূমি, মৃত্যু আৰু যন্ত্ৰণা……উঃ, আমি সময় আৰু সুযোগ পাই সকলো এৰি দিলো। উচিত আছিল জীৱনক গভীৰভাবে, ব্যগ্ৰভাবে ভাল পোৱাৰ।"

ওপৰৰ পৰা হৈ-চৈৰ শব্দ ভাঁহি আহিল। চিৰি বগাই,—দপ্ দপকৈ



গুচেভ নামি আহিল। লচে ভাবিলে গৰক লগত লৈ যোৱা হওক। কিন্তু তেওঁ দাঁত কামুৰি বেলিঙত জোৰেৰে ধৰিলে।

"আপোনালোক যাওক—মই মৰিবলৈ বিচাৰিছো।"

গুচেভৰ পিছে পিছে লচ দৌৰিবলৈ ধৰিলে। একেবাৰে শেষৰ ঘূৰণীয়া চকত আহি উপস্থিত হ'ল তেওঁলোক। তাৰপৰাই গহ্বৰলৈ থিয় ঢাপ নামি গৈছে। সেই ঠাইত দুয়োজনৰে চকুত পৰিল এটা আঙঠি লগাই থোৱা চেপেটা শিল। কষ্টৰে সেইটো দাঙি দিয়াৰ লগে লগে অন্ধকাৰৰ ফাঁকেদি সোমাই আহিল শুকান বতাহ।

সেই ফাঁকেদি গুচেভেই প্ৰথমেই নামি গ'ল। মূৰৰ ওপৰত শিলৰ ঢাকনি আকৌ লগাই দিব খুজোতে ঘূৰণীয়া চকটোৰ বঙীণ পোহৰত সৈন্যবিলাকৰ অস্পষ্ট মূৰ্ত্তি জিলিকি উঠিল।

চিৰি বগাই দ্ৰুতবেগে সিহঁত নামি আহিছিল। সিহঁতৰ ফালে হাত আগবঢ়াই দিলে গৰে। লগে লগে পদাঘাতত তেওঁ লুটি খাই পৰিল।

## ৰাণী মাগৰাৰ চক্ৰবেহু

ভীষণ অন্ধকাৰৰ মাজত পথ বিচাৰি লচ আৰু গুচেভ আগ বাঢ়িছিল।

"ইয়াতে অলপমান বেঁকা, মস্তিস্লাভ চেৰ্গেয়েভিচ্—"

"খুব ঠেক?"

"নহয়—বহল। হাতেৰে একো ছুই পোৱা নাই।"

"আকৌ ঢাম দেখিবলৈ পাইছো। এইবাৰ আকৌ কি পালোহি—"

চক্ৰবেহুত নমাৰ পাছত অন্ততঃ তিনিঘণ্টা সময় পাৰ হৈ গৈছিল। জুই-শলা শেষ হৈ গৈছিল। যুদ্ধক্ষেত্ৰত গুচেভৰ টৰ্চলাইটটো হেৰাইছিল। ভীষণ অন্ধকাৰৰ মাজত হাতেৰে খেপিয়াই খেপিয়াই আকৌ আগবাঢ়িব লগা হৈছিল।

এটাৰ পাছত এটা সুৰংগ। কেতিয়াবা সুৰংগটো পোৱাৰ পাছতে সুৰংগৰ পথ হেৰাই গৈছিল। টপ টপকৈ একেলেথাৰিয়ে পানী পৰাৰ পৰিষ্কাৰ শব্দ। দুয়োজনৰ বিস্ফাৰিত চকুত ধৰা পৰিছিল অস্পষ্ট ধূসৰ বিভিন্ন

ছায়া মূৰ্তি। ধূঁৱলি-কুঁৱলী সেই ছাপ বিলাকে দৃষ্টি-বিভ্ৰম ঘটাইছিল, যি দৰে অন্ধকাৰৰ মাজত সাধাৰণতে হয়।

"ববা"

"কিয় ?"

"তল পোৱা নাই।"

ডুয়োজনে কাণপাতি শুনিবলৈ ধৰিলে। মুখত শুকান ফৰফৰীয়া বতাহ লাগিছিল। বহুত দূৰত যেন কাৰোবাৰ নিশ্বাস-প্ৰশ্বাসৰ শব্দ। অজান আতংকত তেওঁবিলাকৰ ধাৰণা হ'ল যেন সম্মুখত ভৰি দিবৰ কাৰণে ক'তো ঠাই নাই। ভৰিৰ কাষৰ পৰা হাতেৰে খেপিয়াই গুচেভে এটা শিল বুটলি ললে আৰু তাক অন্ধকাৰৰ মাজলৈ দলিয়াই দিলে। কেইমিনিট মানৰ পাছতে শিলটো পতিত হোৱাৰ ক্ষীণ শব্দ ভাহি আহিল।

"এটা কুঁৱা"

"কাৰ নিশ্বাসৰ শব্দ।"

"কেনেকৈ কওঁ ?"

ঘূৰি অহাৰ লগে লগে তেওঁবিলাকে এখন দেৱালৰ গাত খুন্দা খালে। ডুয়োহাতেৰে দেৱাল আৰু ছিলিডি তেওঁবিলাকে স্পৰ্শ কৰিছিল। অদৃশ্য কুঁৱাটোৰ পাৰ সম্ভৱ দেৱালৰ খুব ওচৰতে। কেতিয়াবা সোঁফালে কেতিয়াবা বাওঁফালে, আকৌ কেতিয়াবা সোঁফালে, এইদৰে একে ঠাইতে বাৰে বাৰে আহি উপস্থিত হৈছিল। যিটো সুৰংগৰ মাজেদি আহি সংকীৰ্ণ কাৰ্নিছ পাইছিলহি সেই সুৰংগটো বিচাৰি পোৱা নাযায়।

থহটা দেৱালৰ গাত ভৰ দি ডুয়োজনে কান্ধত কান্ধ মিলাই কুঁৱাৰ গভীৰৰ সেই বিচিত্ৰ নিশ্বাসৰ শব্দ শুনিবলৈ ধৰিলে।

"ইয়াতেই শেষ হৈ যাম নেকি আলেক্সাই ইভানভিচ!"

"সেইটোৱেই ধাৰণা হৈছে মস্তিল্লাভ চেৰ্গেয়েভিচ। চব শেষ।"

অলপ সময় মনে মনে থকাৰ পাছত লচে ক্ষীণ অদ্ভুত কণ্ঠত পুনৰ সুধিলে:

"কিবা দেখিবলৈ পাইছে নে ?

"ওহো!"

"বাঁওফালে, দূৰলৈ।"

"ওহোঁ, একো দেখা নাই।"



মনে মনে ফুচফুচাই কিবা এটা কোৱাৰ পাছত ইটো ভৰিৰ পাছত অন্যটো ভৰিত ভৰ দিলে।

"জীৱনক ভাল পাব লাগে, খুব ব্যগ্ৰভাবে—ব্যাকুলভাবে। আচল কথা হল এইটোৱেই—"

"কাৰ কথা কৈছে ?"

"সিহঁতৰ। আমাৰো।"

ভৰিৰ ভৰ সলনি কৰি গুচেভে এটি দীৰ্ঘনিশ্বাস পেলালে।

"সেয়া শুনা নিশ্বাসৰ শব্দ।"

"কাৰ ? মৃত্যুৰ ?"

"পিশাচেহে জানে কাৰ!" গুচেভে যেন আপোন মনে কৈ যাবলৈ ধৰিলে। "বহুত দিন সেই কথাকেই ভাবিছো। হাতত বন্দুক লৈ ওপৰলৈ মুখ কৰি শুই আছো। বৰষুণ। অন্ধকাৰ। যি কথাকেই নাভাবো ঘূৰি ঘূৰি মৃত্যুৰ কথাকেই চিন্তা কৰো। মনে মনে ভাবো বাটৰ কাষত পৰি আছো মৰা ঘোঁৰাৰ নিচিনাকৈ,—শৰীৰ গোট মাৰিছিল, দাঁতবোৰ যেন ওলাই আহিছিল। নাজানো মৃত্যুৰ পাছত কি হ'ব। কিন্তু যিমান দিন জীয়াই আছো সিমান দিন মই জানিব লাগিব—মই মানুহ নে ঘোঁৰাৰ গেলি পচি যোৱা মাংসৰ টুকুৰা ? নে ডুয়োটাই সমান, ডুয়োটাৰ মাজত কোনো প্ৰভেদ নাই। চকু মুদাৰ পাছত, যেতিয়া মৃত্যু হ'ব—দাঁত কপাটি লাগিব, প্ৰাণবায়ু উৰি যাব—তেতিয়া মই দেখা এই গোটেই জগতখন ওলট-পালট হৈ যাব নেকি ? নাযায়। কি ভয়ানক কথা চাওকচোন,—মই ইমান জীৱন্ত আছিলো, তিনিবছৰ বয়সৰ পৰা চব কথা মনত আছে।—সেই যে দাঁত কামোৰা লাগি মৰি পৰি আছিলো, আৰু পৃথিবীৰ সকলোবিলাক আগৰ ধৰণেই চলি আছে। কথাটো মোৰ মূৰত সোমোৱা নাই। ১৯১৪ চনৰ পৰা মানুহ মৰাটো মোৰ কাৰণে ভাতৰ লগত ডাইল খোৱাৰ দৰে। মানুহ কি বস্তু। এটা গুলি মাৰি দিয়া আৰু লগে লগে সকলো শেষ। এয়েইতো মানুহৰ জীৱন। মস্তিলাভ চেৰ্গেয়েভিচ! ঘটনাটো ইমান সহজ নহয়। এবাৰ আহত হৈছিলো। ৰাতি গাড়ীত শুই তৰাৰ ফালে চাইছিলো। মনটো মৰি গৈছিল। ভাবিছিলো—মানুহ বা ওকণী যিয়েই নহওক লাগিলে তাত একো প্ৰভেদ নাই। ওকণীবো ভোক পিয়াহ আছে আমাৰ নিচিনাকৈ। শেষ ফল সকলোৰে একেই। ঠিক সেই সময়তে দেখিলো—তৰাবিলাক জলমলাই

উঠিল যবৰ দৰে। তেতিয়া হেমন্ত কাল, আগষ্ট মাহ। মোৰ গোটেই গা থৰ থৰকৈ কঁপি উঠিল। মুস্তিস্লাভ চের্গেয়েভিচ্, আটাইবিলাক তৰাই যেন মোৰ ভিতৰত আছে। ওহোঁ—মই কেতিয়াও ওকণী হব নোৱাৰো। কেতিয়াও নহয়।—চকু দুটা চকুৰ পানীৰে ওপচি পৰিল। এনেকুৱা হয় কিয়? মানুহতো কেতিয়াও ওকণী নহয়। মানুহৰ মূৰৰ খোলা উকুৱাই দিয়াটো বৰ ভয়ানক কথা, মহাপাপ। আৰু কিছুমান মানুহেই মগজ খুটুৱাই বিষাক্ত গেছ উলিয়াইছে। মই জীয়াই থাকিবলৈ বিচাৰো, মুস্তিস্লাভ চের্গেয়েভিচ। এই জহনীযোৱা অন্ধকাৰ মোৰ অসহ্য। যাবলৈ দিয়ক। এইভাবে বাৰু কিয় থিয় হৈ আছো?"

"শুনক।" আগৰ দৰেই অদ্ভুত কণ্ঠত লচে কলে।

ঠিক সেই মুহূৰ্ত্ততে দূৰত কিবা এটা বিস্ফোৰণৰ শব্দত সুৰংগবোৰ গুম্‌গুমাই উঠিল। দেৱাল আৰু ভৰিৰ তলত কাৰ্নিচবিলাক কঁপি উঠিল। অন্ধকাৰ শিল পৰাৰ শব্দ। গুৰু গুৰু শব্দ আকৌ দূৰত মিলি গল। এইটো সপ্তম বিস্ফোৰণ। তুস্কুৱে নিজৰ কথা ৰাখিছিল। বিস্ফোৰণৰ দূৰত্বৰ পৰা অনুমান কৰিব পৰা গল চয়াংচেৰা বহুত দূৰত পশ্চিমফালে আছে।

অলপ সময় শিল পৰাৰ দুপ দুপ শব্দ। তাৰ পিছত নীৰৱতা। গুচেভেই প্ৰথমে ধৰিব পাৰিলে যে নিশ্বাস প্ৰশ্বাসৰ শব্দ অতল গভীৰত স্তব্ধ হৈ গৈছে। কুঁৱাৰ তলৰ পৰা তেতিয়া অদ্ভুত নতুন শব্দ শুনিবলৈ পোৱা গৈছিল। যেন খুউব পাতল কিবা তৰল পদাৰ্থ যেন উতলি বকবকাই আছিল। অসহ্য লাগিল গুচেভৰ। হাতখন মেলি দেৱালত ধৰি তেওঁ চিঞৰি গালি পাৰি শিল আদিত গোৰ মাৰি আঁতৰি যাবলৈ ধৰিলে।

"কাৰ্নিছ পাক খাইছে। আপুনি শুনিছেনে? ওলাই যোৱাৰ ৰাস্তা নিশ্চয় আছে।—মূৰত খুন্দা খাইছো। কিছু সময় তেওঁ হাতেৰে খেপিয়াই খেপিয়াই মনে মনে আগবাঢ়িল। তাৰ পাছত লচৰ সম্মুখত কোনোবা এঠাইৰ পৰা তেওঁৰ উত্তেজিত কণ্ঠস্বৰ শুনিবলৈ পোৱা গ'ল।" মুস্তিস্লাভ চের্গেয়েভিচ, এডাল হেণ্ডেল আছে ইয়াত। এটা চুইচ। কি ভয়! চুইচ। লচে তেতিয়াও দেৱালৰ কাষত নিঃসাৰ হৈ থিয় হৈ আছিল।

হিচ্‌ হিচ্‌ এটা শব্দ শুনিবলৈ পোৱা গ'ল। চাপৰ ইটাৰ চাঙৰ তলত ধূসৰ পোহৰৰ লাইট জলি উঠিল। চালৰ ঢামবিলাক কাৰ্নিচৰ



ঠেক দাঁতিত আছিল—তাৰ ঠিক পাচফালে দহমিটাৰ ব্যাসৰ এটা ঘূৰণীয়া গহ্বৰ।

গুচেভে তেতিয়াও চুইচত হাত থৈ থিয় হৈ আছিল।—লচ আছিল গহ্বৰৰ আনফালে দেৱালত ধৰি গম্বুজৰ তলত। তীব্ৰ পোহৰে চকুত আমনি কৰিছিল কাৰণে হাতেৰে মুখখন ঢাকি ৰাখিছিল। তাৰ পাছত গুচেভে দেখিবলৈ পালে যে লচে মুখৰপৰা হাতখন আতঁৰাই তলৰ গহ্বৰলৈ দৃষ্টিপাত কৰিছে। চকু দুটা মেলি হাউলি চাবলৈ চেষ্টা কৰিছিল। হাত থৰ থৰ কৰি কঁপিছিল—যেন আঙুলিৰ পৰা কিবা এটা জোকাৰি পেলাব খুজিছিল। যেতিয়া মূৰ তুলিলে তেতিয়া বগা চুলিৰ আগ থিয় হৈ গৈছিল—মৃত্যুৰ আতংকত চকু বিস্ফাৰিত হৈ পৰিছিল।

গুচেভে তেওঁক চিঞৰি সুধিলে:

"কি চাইছে?" আৰু লগে লগে নিজেও ইটাৰ দেৱাল দিয়া গহ্বৰটোৰ তললৈ চাই পঠিয়ালে। তলিত ক'লা বাদামী ৰঙৰ চাম্‌ৰা এটুকুৰা যেন পাক্‌ খাইছিল। সেই চামৰা টুকুৰাৰপৰা হিচ্‌হিচনিৰ শব্দ উঠিছিল। ক্ৰমান্বয়ে বুদবুদৰ দৰে শব্দটো ভয়াবহ হৈ উঠিছিল। চাম্‌ৰাৰ টুকুৰাটো ওখহি পৰিছিল। তাত ঘোৰাৰ চকুৰ দৰে ফুট ফুট দাগবিলাক পোহৰত তীব্ৰ হৈ উঠিছিল। জ'ট লগা ঠেং দেখিবলৈ পোৱা গৈছিল।

"মৃত্যু!" লচে চিঞৰি কলে।

সেইবোৰ আছিল বগাইফুৰা মকৰাৰ দল। গহ্বৰৰ গৰম বতাহত বোধকৰো জাকে জাকে সিহঁতৰ সংখ্যা বাঢ়ি গৈছিল। বিস্ফোৰণত সিহঁতৰ শান্তি ব্যাঘাত প্ৰাপ্ত হোৱাত গহ্বৰৰ গা বগাই সিহঁত দল বান্ধি হিচ্‌হিচ্‌ শব্দৰ ধ্বনি তুলি ওপৰলৈ উঠি আহিছিল।—এইয়া, এটা বগাই আহি কাৰ্ণিচৰ ওপৰ পালেহি।

কাৰ্নিচৰ একেবাৰে আগভাগত লচ থিয় হৈ আছিল। গুচেভে চিঞৰি কলে:

"পলাওক।" তাৰপাছত এটা জাপ মাৰি গহ্বৰটো পাৰ হৈ উবুৰি খাই পৰিল। মূৰটো গম্বুজৰ চালত লাগিল, লচৰ হাতত ধৰি সুৰংগৰ প্ৰবেশ পথৰ ফালে তেওঁক টানি নিলে। যিমান বেগাই পাৰে দুয়োজনে দৌৰিবলৈ আৰম্ভ কৰিলে।

সুৰঙ্গৰ চালৰ তলত বহুত দূৰে দূৰে কেতিয়াবা কেতিয়াবা ধূলি ধূসৰিত লাইটবোৰ জলি উঠিছিল। মজিয়াত, ঢাম আৰু মূৰ্ত্তিৰ টুকুৰাত আৰু সৰু

দুৱাবৰ চৌ-কাঠত ধূলিৰ আবৰণ। দুৱাৰবিলাকেৰে আন আন সুৰঙ্গ পথলৈ ওলাব পৰা গৈছিল। বাবাণ্ডাই বাৰাণ্ডাই ভালেখিনি দূৰ যোৱাৰ পাছত দুয়োজনে এটা মুকলি হ'লঘৰত আহি উপস্থিত হলহি। সমান চাল আৰু চাপৰ চাপৰ স্তম্ভ। মাজত মাংসল ভয়লগা বহল মুখৰ এটা নাৰী মূৰ্ত্তি। ভঙা। মূৰ্ত্তিটো পাৰ হৈ কেইটামান নিকুচ বা পকীঘৰৰ বেৰৰ খোল। চাৰিওফালে ধূলি। ৰাণী মাগ্‌বাৰ মূৰ্ত্তি—বাচন-বৰ্ত্তনৰ ভঙা টুকুৰা—সকলোতে কেৱল ধূলি।

লচ থিয় হ'ল। তেওঁৰ চকু দুটি বিস্ফাৰিত আইনাৰ দৰে। ডিঙি বেঁকা কৰি তেওঁ লক্ষ্য কৰিলে আৰু কলে ঃ

"এই বস্তুটো ইয়াত কোটি কোটি আছে। অপেক্ষা কৰিহে আছে, সময় হ'লে গোটেই মঙ্গলগ্ৰহটোত বিয়পি পৰি ছানি পেলাব আৰু নিজৰ শক্তি ক্ষমতা প্ৰদৰ্শন কৰিব।"

গুচেভে তেওঁক টানি লৈ গল—হলৰপৰা যিটো বহল সুৰংগ ওলাই গৈছে সেই সুৰংগটোলৈ। কেতিয়াবা কেতিয়াবা চাকিৰ ক্ষীণ পোহৰ। অনেক সময় গৈ থকাৰ পাছত এটা বহল কুঁৱাৰ ওপৰৰ ধেনুভিৰীয়া সাঁকো তেওঁবিলাকে পাৰ হৈ গল। তলত বিৰাট বিৰাট কংকালবোৰ পৰি আছিল। ধূলিধূসৰিত দেৱালখনৰ অন্ত নাছিল। হতাশাত দুয়োজনেই অৱসন্ন হৈ পৰিছিল। ভাগৰত খোজ কাঢ়িবলৈ মন নগৈছিল। কেইবাৰমান লচে মনে মনে কলে ঃ

"মোক এৰি দিয়ক। মই ইয়াতে শুই থাকো।"

হৃৎপিণ্ড যেন স্তব্ধ হৈ গৈছিল। ভয়াবহ যন্ত্ৰণাত জৰ্জৰিত লচে টলং ভটংকৈ গুচেভৰ পাছে পাছে ধূলিত খোজ কাঢ়ি যাবলৈ ধৰিলে। বিন্দু বিন্দু চেঁচা ঘামেৰে মুখ ভৰি পৰিছিল। য'ৰ পৰা উভতি অহা অসম্ভৱ, সেই মৃত্যুপুৰী দেখিছে লচে। তথাপি এটা দুৰ্ব্বাৰ শক্তিয়ে তেওঁক তাৰপৰা আঁতৰাই আনিছিল। সেই কাৰণে এই বিৰাট অন্তহীন বাৰাণ্ডাৰ মাজে মাজে অৰ্দ্ধমৃত লোকৰদৰে যাবলৈ ধৰিলে।......

সুৰংগটোৰ দিশ পৰিবৰ্ত্তন হৈছিল। গুচেভ চিঞৰি উঠিল। সুৰংগৰ অৰ্দ্ধবৃত্তৰ মাজেদি দেখিবলৈ পোৱা গ'ল নীলা আকাশ আৰু সেই পোহৰৰ দীপ্ত শিখৰ যাৰ কথা লচৰ মনত আছিল। চক্ৰবেহুৰ মাজৰপৰা দুয়োজন ওলাই আহিল তুস্কুৰৰ ঘৰৰ ফালে।



## খাও

খুউৰ মনে মনে কোনোবাই যেন মাতিলে,—আকাশপুত্ৰ, আকাশপুত্ৰ!

হাবি আৰু ...পোহাৰ কাষৰ পৰা লচ আৰু গুচেভ তুস্কুৰৰ ঘৰৰ ফালে আগ বাঢ়ি গ'ল। নীলা পাত বিলাকৰ মাজেদি জোঙা নাকৰ এখন সৰু মুখ জুমি চোৱাৰ দৰে দেখা গ'ল। তেওঁ আছিল আইলিতাৰ সেই চালক লৰাটো। তেওঁ এটা ধোঁৱাবৰণীয়া কোট পিন্ধিছিল। লৰাজনে হাত চাপৰি বজাই নাচিবলৈ আৰম্ভ কৰি দিলে। মুখমণ্ডলত ইমান ভাঁজ পৰিবলৈ ধৰিলে যে গোটেই মুখখন গড়ৰ মুখৰ দৰে হৈ পৰিল। গছপাতবিলাক আঁতৰাই তেওঁ জলাশয়ৰ মাজত লুকাই থোৱা এখন পাখিলগা জাহাজ দেখুৱালে।

তেওঁ কলে যে ৰাতিটো নিৰাপদে কাটি গ'ল। ৰাতিপুৱাৰ ঠিক আগে আগে দূৰৰ বিস্ফোৰণ কাণত পৰিছিল। জুই আৰু ধোঁৱা দেখিছিল। ভাবিছিল যে আকাশপুত্ৰসকলৰ মৃত্যু ঘটিছিল। তেওঁ ততাতৈয়াকৈ নৌকাত উঠি আইলিতাৰ ঘৰলৈ গৈছিল। বিস্ফোৰণৰ শব্দ আইলিতাই শুনিবলৈ পাইছিল। পাহাৰৰ চূড়াৰ পৰা তেওঁ অগ্নিকাণ্ড লক্ষ্য কৰিছিল। চালক লৰাটোক কৈছিল ঃ "উদ্যানলৈ ঘূৰি গৈ আকাশ-পুত্ৰসকললৈ অপেক্ষা কৰিবি। যদি তুস্কুৰৰ মানুহে তোক গ্ৰেপ্তাৰ কৰে তেনেহলে মুখেৰে মাত নামাতিবি। প্ৰাণ গলেও নামাতিবি। আকাশ-পুত্ৰৰ যদি মৃত্যু হয় তেনেহলে তেওঁৰ গাত সৰু শিলৰ এটা বটল বিচাৰি চাবি। সেই বটলটো মোৰ ওচৰলৈ লৈ আহিবি।"

দাঁত মুখ কামুৰি লচে চালক লৰাটোৰ কথা শুনিলে। তাৰপাছত লচ আৰু গুচেভ দুয়ো হ্ৰদত গৈ গাৰ তেজ আৰু ধূলি ধুই পেলালে। গছৰ শকত ডাল এটা লৈ গুচেভে এডাল লাঠি তৈয়াৰ কৰি ললে। ওপৰৰ ফালে শকত আৰু তলৰ ফাললৈ সৰু—ঘোঁৰাৰ ঠেঙৰ দৰে দেখিবলৈ। পাখিলগা নাওখনত উঠি তেওঁবিলাকে নীল আকাশত উৰা মাৰিলে।

নাওখন গুহাৰ মুখত থৈ গুচেভে আৰু চালক লৰাজনে প্ৰবেশ পথৰ

কাষত শুই শুই এখন মেপ লক্ষ্য কৰিছিল—ঠিক সেই সময়তে পাহাৰৰপৰা দ্ৰুত বেগে নামি আহিল ঈথা। গুচেভক দেখি তেওঁ গাল মূৰত হাত দি থিয় হল। প্ৰেমত আকুল হৈ পৰা চকুৰ ধাৰেৰে বৈ আহিল চকুলো। গুচেভৰ মুখত হাঁহি বিৰিঙিল।

লচে অকলশৰে গিৰিখাতৰ মাজেদি পবিত্ৰ দুৱাৰৰ ফালে নামি গ'ল। বতাহে যেন ঠেলি নিছে তেনেকৈ থিয় ঢাপ, সৰু বাবাণ্ডা আৰু সাঁকো পাৰ হৈ বেগেৰে গৈ আছিল। আইলিতাৰ কি হব। নিজৰ কপালত তেই বা আছে কি? পলাব পাৰিবনে, নে মৰিব? লচে ভাবি একো ঠিক কৰিব নোৱাৰিলে। মনলৈ এটা এটা ভাব আহিছে আৰু আকৌ নোহোৱা হৈ গৈছে। আটাইতকৈ ডাঙৰ কথা হ'ল—এতিয়াই "নক্ষত্ৰৰ পোহৰত যাৰ জন্ম" তেওঁৰ সতে দেখা হব। দেখিবলৈ পোৱা যাব তেওঁৰ নীল মুখ, নিজক পাহৰি যাব আনন্দৰ উচ্ছ্বাসত।

গুহাটোৰ হ্ৰদৰ সাঁকোত তলৰ পৰা ওপৰলৈ উঠি অহা বাষ্পৰ ডাৱৰবোৰ ঠেকা খাইছিল। তাৰ মাজে মাজে অধীৰ আগ্ৰহত আগবাঢ়ি গৈ গৈ আগৰদৰেই লচে দেখিবলৈ পালে চাপৰ স্তম্ভৰ সিপাৰে জোৎস্নালোকিত পাহাৰৰ পটভূমি। সাৱধানেৰে তেওঁ গিৰিখাতৰ কাষত আহি উপস্থিত হ'ল। অস্পষ্ট সোণালী পোহৰত উদ্ভাসিত হৈ উঠিছিল পবিত্ৰ দ্বাৰদেশ।

বতাহ গৰম আছিল। সকলো নীৰব। কোমল মধুৰ আবেগত লচৰ তামৰবৰণীয়া শেলুৰৈবিলাকক চুমা খাই দিবৰ মন গ'ল। শেলুৰৈবিলাক যেন প্ৰেমৰ শেষ আশ্ৰয়ৰ পদচিহ্ন।

পাহাৰৰ নীৰস দাঁতি অঞ্চল তললৈকে বিয়পি আছিল। গভীৰ নীলাৰ গাত বৰফবিলাক জলমল কৰিছিল। অন্তৰৰ কিমান ব্যাকুলতা! এয়া জুইৰ ভস্মাৱশেষ, এয়াই ভৰিৰ তলত পিষ্ট হোৱা শেলুৰৈ য'ত আইলিতাই উল্লাৰ গান গাইছিল। পিঠিখন ড্ৰাগনৰ দৰে দেখা এটা জেঠীয়ে পাহাৰৰ ওপৰৰ পৰা হিচ হিচ শব্দ কৰি আহি কিছু দূৰ গৈ বৈ গ'ল আৰু ডিঙি বেঁকা কৰি ঘূৰি চাবলৈ ধৰিলে।

পাহাৰৰ তিনিকোণীয়া দুৱাৰখন খুলি চাপৰি চাপৰি তেওঁ গুহালৈ সোমাই গ'ল।

চালৰ পৰা ওলমি থকা এটা চাকিৰ পোহৰত বগা গাৰু এটাৰ ওপৰত মূৰ থৈ আইলিতা শুই আছিল। মূৰৰ তলত হাত ৰাখি তেওঁ দীঘল দি শুই



আছিল। বিষণ্ণ মধুৰ হৈ উঠিছিল—সেই সৰু মুখখনি। নিমীলিত চকুদুটি কঁপি উঠিছিল। নিশ্চয় স্বপ্ন দেখিছিল। শয্যাৰ এমূৰত আঁঠুকাঢ়ি বহি লচে সুখ দুখৰ সঙ্গিনীৰ ফালে উচ্ছ্বাস আৰু উত্তেজনাত একান্ত মনে চাই থাকিল। —এই সুন্দৰ মুখখনত যেন দুখৰ এন্ধাৰ নামি নাহে, এই সৌন্দৰ্য্য—এই ভৰ যৌবনৰ বিনাশ যেন নঘটে, কুমাৰীসুলভ নিশ্বাস-প্ৰশ্বাস যেন ব্যাহত নহয়—তাৰ কাৰণে কিমান অসীম যন্ত্ৰণা সহ্য কৰিবলৈ তেওঁ ৰাজী। নিশ্বাস-প্ৰশ্বাসৰ লগে লগে আইলিতাৰ গালৰ ওপৰত পৰি থকা এডালি চুলিও উঠা-নমা কৰিছিল।

লচৰ মনত পৰি গ'ল সিহঁতৰ কথা—যিসকলে চক্ৰবেহুৰ অন্ধকাৰত নিশ্বাস পেলাইছে, খপজপাই থাকিবলগীয়া হৈছে, গভীৰ গহ্বৰত ফুচফুচাই থাকিবলগীয়া হৈছে, যিসকলে জোপ লৈ বহি থাকিবলগীয়া হৈছে। ভয় আৰু ব্যাকুলতাৰ কাৰণে মুখৰ পৰা গেঙনিৰ শব্দ হ'ল। দীৰ্ঘনিশ্বাস পেলাই আইলিতা সাৰ পাই উঠিল। অবুজ দৃষ্টিৰে কেইমুহূৰ্তমান লচৰ ফালে চাই থাকিল। তাৰ পাছত অবাক হৈ ভ্ৰূযুগল ওপৰলৈ তুলিলে। গাৰুত দুয়োহাতে ভেজা দি বহিল।

স্নিগ্ধ শান্ত স্বৰত কলে, "আকাশ-পুত্ৰ, আকাশ-পুত্ৰ, মোৰ ভাল পোৱা—প্ৰেমৰ পাত্ৰ..."

আইলিতাই নিজৰ নগ্নতা ঢাকি নাৰাখিলে। কেৱল লাজত ৰঙা পৰিল মুখ। লচৰ ধাৰণা হল তেওঁৰ (আইলিতাৰ) নীলাভ কান্ধ, সদ্যপ্ৰস্ফুটিত বুকুৰ যৌবন, সৰু উৰু—সকলোবোৰ যেন নক্ষত্ৰৰ পোহৰেৰে গঢ়া। বিচনাৰ কাষত আঁঠুকাঢ়ি বহি থাকিল লচ। আনন্দৰ তীব্ৰ উচ্ছ্বাসত নিৰ্বাক হৈ কেৱল চাই থাকিল প্ৰিয়তমাৰ ফালে। শৰীৰৰ তিক্ত মধুৰ গন্ধই অন্ধকাৰৰ নিচিনাকৈ তেওঁক আচ্ছন্ন কৰি তুলিছিল।

"আপোনাক সপোনত দেখিছো।" আইলিতাই কলে, "মোক কোলাত লৈ আইনাৰ চিৰি বগাই বগাই ওপৰৰ পৰা আৰু ওপৰলৈ লৈ গৈছিল যেন। মোৰ কাণত ধ্বনিত হৈ উঠিছিল আপোনাৰ হৃৎস্পন্দন। ৰক্তৰ তালে তালে আপোনাৰ বুকু উঠা-নমা কৰিছিল। ক্লান্তিত অৱশ হৈ গৈছিলো। অপেক্ষা কৰিছিলো কেতিয়া আপুনি বৈ যাব—কেতিয়া ক্লান্তিৰ অৱসান ঘটিব। ভালপোৱা কাক কয় মই জানিবলৈ বিচাৰো। মই কেৱল জানো—অৱসাদৰ গুৰুভাৱৰ কথা—আপুনি মোক জাগ্ৰত কৰিছে"। আইলিতা নীৰৱ

হ'ল। ভ্ৰূ-যুগল আৰু ওপৰলৈ উঠি গল। "আপোনাক অদ্ভূত ধৰণৰ হৈছে দেখিবলৈ,—হে মোৰ প্ৰাণৰো প্ৰিয় বিৰাট পুৰুষ!"

ততাতৈয়াকৈ বিচনাৰ ইটো কাষলৈ আইলিতা আঁতৰি গল।—ওঁঠ দুটি মেল খাই গৈছিল যেন বিপদত পৰা জন্তুৰেহে আত্মৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল। ভগ্ন কণ্ঠৰে লচে কলে:

"মোৰ ওচৰলৈ আহাঁ।"

আইলিতাই মূৰ জোকাৰিলে।

"আপুনি দেখিবলৈ চা-ৰ দৰে ভয়ানক হৈ উঠিছে।"

লচে দুয়ো হাতেৰে মুখ ঢাকিলে। নিজক চম্ভালি ৰখাৰ তীব্ৰ প্ৰয়াসত হাত কঁপি উঠিছিল। কিন্তু গোটেই শৰীৰত জুই জলি উঠিছিল। অগ্নি-শিখাই যেন তেওঁক আবৰি ধৰিছিল। লচে হাত এৰোৱাৰ লগে লগে শান্ত-ভাৱে আইলিতাই সুধিলে—

"কি?"

"ভয় নকৰিবা।"

কাষ চাপি আহি আইলিতাই পুনৰ ফুচফুচাই কলে:

"থাও-লৈ মোৰ ভয় লাগে। মই মৰি যাম।"

"ভয় নকৰিবা। থাও—তেওঁ হ'ল জুই—তেওঁৰেই জীৱন। থাও-ক ভয় নকৰিবা। কাষলৈ আহা—প্ৰিয়তমা।"

তেওঁৰ ফাললৈ হাত মেলি দিলে। আইলিতাই অস্ফুট দীৰ্ঘ নিশ্বাস ত্যাগ কৰিলে। চকু মুদ খাই আহিল। মুখত একাগ্ৰতাৰ ভাব। তাৰ পাছত হঠাৎ ফুঁ মাৰি লাইট নুমুৱাই দিলে।

আঙুলিবোৰ তেতিয়া লচৰ বগা চুলিৰ মাজত লুকাই পৰিছিল।

গুহাৰ দুৱাৰৰ বাহিৰত কিবা শব্দ শুনিবলৈ পোৱা গৈছিল; যেন মৌ-মাখিৰ গুঞ্জন হে। কিন্তু লচ বা আইলিতাই শুনিবলৈ পোৱা নাছিল। গুঞ্জন প্ৰখৰতৰ হৈ উঠিছিল। গিৰিখাতৰ পৰা অতিকায় এটা গুবৰুৱাৰ দৰে দেখা জাহাজ এখন ওপৰলৈ উঠি আহিল আৰু ইয়াৰ সন্মুখৰ অংশটো পাহাৰত ঘঁহনি খাবলৈ ধৰিলে।

জাহাজখন খাপবিলাকত ওলমি আছিল। কাষেদি এখন জখলা ওলমাই দিয়া হ'ল। তুস্কুৰ আৰু বৰ্মেৰে আবৃত লোৰ খাপ খাপ লগা শিৰস্ত্ৰাণ পিন্ধা সৈন্যসকল নামি আহিল।



গুহাৰ সন্মুখত অৰ্দ্ধ বৃত্তাকাৰে তেওঁবিলাক থিয় হ'ল। তিনিকোণীয়া দুৱাৰখনৰ ফালে আগবাঢ়ি আহি তুস্কুৰে লাঠিৰে দুৱাৰখনত খুন্দা মাৰিলে।

লচ আৰু আইলিতা গভীৰ নিদ্ৰাত মগ্ন। সৈন্যবিলাকৰ ফাললৈ মুখ কৰি তুস্কুৰে লাঠিৰে গুহামুখৰ ফালে দেখুৱাই আদেশ কৰিলে:

"বান্ধ, সিহঁতক।"

## পলায়ন

যুদ্ধ জাহাজখন পবিত্ৰ দ্বাবদেশৰ গিৰিচূড়াৰ ওপৰত কিছু সময় ঘূৰি ঘূৰি উৰাৰ পাছত আজোৱাৰ ফালে গৈ ক'ৰবাত যেন অৱতৰণ কৰিলে। ঠিক সেই সময়তে ঈথা আৰু গুচেভ তললৈ আহিল। গুহামুখৰ ওচৰত তেওঁ-বিলাকে দেখিবলৈ পালে ৰক্তাক্ত মুখ তললৈ কৰি লচ পৰি আছে।

গুচেভে তেওঁক দাঙি ধৰিলে।—নিশ্বাস-প্ৰশ্বাস একো লোৱা নাছিল। চকু মুদ খাই গৈছিল। বুকু আৰু মূৰত তেজ আৰু তেজ। আইলিতাৰ কোনো চিন নাছিল। আইলিতাৰ কাপোৰ-কানি বিলাক সামৰি সামৰি ঈথাই বিনাবলৈ ধৰিলে। হুড্ দিয়া কেপটো কেৱল পোৱা নগল। আইলিতাক সেইটোৰে মেৰিয়াই নিশ্চয় মৃত বা জীৱিত অৱস্থাত জাহাজত তুলি লৈ যোৱা হৈছে।

"নক্ষত্ৰৰ আলোকত যাৰ জন্ম"—তেওঁৰ পৰি থকা বাকী বস্তুবোৰ টোপোলাত ঈথাই বান্ধি ললে। গুচেভে লচক কান্ধত তুলি ললে। তাৰ পাছত তেওঁবিলাক সাঁকোৰ ওপৰেদি উভতি যাবলৈ ধৰিলে। তলত অন্ধ-কাৰৰ মাজত পানীৰ শব্দ। অন্ধকাৰ গিৰিখাতৰ খলপাত ভৰি দি যাবলৈ ধৰিলে। এই পথেদিয়েই এদিন আহিছিল মাগাংসিংল—লগত আছিল যঁতৰ আৰু আওল কুমাৰীৰ এপ্ৰন—শান্তি আৰু জীৱনৰ প্ৰতীক।

ওপৰৰ গুহাৰ পৰা নাওখন বাহিৰলৈ টানি উলিয়াই আনি গুচেভে কাপোৰেৰে মেৰিয়াই লোৱা লচক বহুৱাই দিলে। পেটি টান কৰি আৰু শিৰস্ত্ৰাণটো চকুৰ সন্মুখলৈ আনি কঠিন সুৰেৰে গুচেভে কলে:

"মোক জীয়াই জীয়াই ধৰিব নোৱাৰিব। যদি পৃথিবীত পুনৰ ভৰি দিব পাৰো……ইয়ালৈ আকৌ আহিম। ( তাৰ পাছত যি তিনিটা শব্দ উচ্চাৰণ কৰিলে তাৰ অৰ্থ বুজি পোৱা নগ'ল ) নাৱত উঠি তেওঁ নিয়ন্ত্ৰণ যন্ত্ৰটো সজোৰে টিপা মাৰি দিলে। "আৰু তোমালোকে যবলৈ বা আন কৰবালৈ উভতি যোৱা—মোৰ বিষয়ে মনত একো বেয়া ভাব নলবা।" আগলৈ হাউলি তেওঁ কৰমৰ্দন কৰি ঈশা আৰু চালকজনৰ পৰা বিদায় ললে। "তোমাক লগত নিনিলো ইখচ্‌কা। নাজানো এই যাত্ৰাৰ নিকৃতি পাম নে নাপাম। মোক ভালপোৱাৰ কাৰণে ধন্যবাদ। এইবিলাক কথা আকাশ-পুত্ৰ সকলে কেতিয়াও নাপাহৰে। বিদায়।"

চকু দুটা টিপিয়াই সূৰ্যৰ ফালে চাই তেওঁ এবাৰ মূৰ দুপিয়ালে। তাৰ পাছত নাও এৰি দিলে। উৰি গুচি যোৱা—আকাশ-পুত্ৰৰ ফালে অনেক সময় ধৰি ঈশা আৰু ধূসৰ কোট পিন্ধা চালকজনে একেথৰে চাই ৰল। কিন্তু জোনৰ পোহৰত উদ্ভাসিত হৈ উঠা পাহাৰৰ পৰা দক্ষিণ ফালে তেওঁৰ পথ ৰুদ্ধ কৰিবলৈ পাখি লগা এটি বিন্দু আকাশৰ ওপৰলৈ উঠি আহিছিল—তেওঁ-বিলাকে দেখিবলৈ নাপালে। সূৰ্যৰ আলোকত গুচেভ অদৃশ্য হৈ গ'ল। তেতিয়া শেলুৰৈ ভৰা পথাৰৰ মাজত ইমান হতাশাত আচাৰ খাই ঈশা পৰি গল যে চালকজনৰ ভীষণ ভয় লাগিল—বিষণ্ণ তুমা পৰিত্যাগ কৰি তেওঁ তেনেহলে গুচি গৈছে।

"ঈশা-ঈশা।" তেওঁ উচুপি উঠিল। "খো তুয়া, মিৰ্‌বাতুৰা মুৰ্‌বা……"

—বাধা দিবলৈ অহা জাহাজখন গুচেভৰ প্ৰথমতে চকুত পৰা নাছিল। মেপ সঠিকভাবে চাই, লিজিয়াজিবাৰ ভাহি যোৱা পাহাৰবিলাক লক্ষ্য কৰি—তেওঁ পূবৰ শিজুৰ পথাৰৰ ফালে য'ত তেওঁবিলাকৰ যন্ত্ৰপাতিবিলাক লুকুৱাই থোৱা আছিল—সেই ফালে যাবলৈ ধৰিলে।

পাছ ফাললৈ লচৰ দেহটো নাওখনত আউজাই বহুৱাই দিয়া হৈছিল। চিক্‌মিকীয়া চাদৰখন ফিৰ্‌ফিৰ্‌কৈ উৰিবলৈ ধৰিছিল। দেহ একেবাৰে আচ্ছন্ন হৈ পৰিছিল। কিন্তু মৃতদেহৰ দৰে আচ্ছন্ন নহয়। কেৱল এতিয়াহে গুচেভে গভীৰ ভাবে অনুভৱ কৰিলে—লচ তেওঁৰ কিমান মৰমৰ!

কথাটো হল—গুহাত নাৱৰ কাষত বহি গুচেভ, ইখচ্‌কা আৰু চালক-জনে অলপমান হাঁহি তামাচা কৰিছিল। হঠাৎ তলত গুলীৰ শব্দ হ'ল। তাৰ পাছত আৰ্তনাদ। এক মিনিট পাছতে গিৰিখাতৰ পৰা ঈগল চৰাইৰ দৰে



উৰি আহিল যুদ্ধ জাহাজ। চকটোত লচৰ অসাৰ দেহটো পেলাই দি ঘূৰি ঘূৰি চাবলৈ ধৰিলে চাৰিওফালে।

মুখখন উলিয়াই গুচেভে থুথুকৈ থু পেলাই দিলে। মঙ্গলগ্ৰহৰ প্ৰতি তাৰ ঘিণ লাগিছিল। যদি জাহাজলৈ উভতি গৈ…লচক অকণমান মদ খুওৱা যায়। তেওঁৰ দেহত এবাৰ হাত থলে। তেতিয়াও গৰম। চকৰ পৰা তুলি অনাৰ পাছত তেতিয়ালৈকে মৃত্যুৰ লক্ষণ দেখিবলৈ পোৱা নগৈছিল। "ভগবানৰ কৃপাত হয়তো আকৌ জাগি উঠিব।" মঙ্গলগ্ৰহবাসীৰ গুলীৰ ক্ষমতা কিমানখিনি—গুচেভৰ জনা আছিল। উৎকণ্ঠাত মুখখন ঘূৰাই তেওঁ অস্তগামী সূৰ্যৰ ফালে চালে আৰু লগে লগে দেখিবলৈ পালে শূন্যৰ পৰা নামি আহিছিল যুদ্ধ জাহাজ।

গুচেভ তৎক্ষণাত উত্তৰৰ ফালে ঘূৰিলে—জাহাজখনৰ পৰা হাত সাৰিবৰ বাবে। বৈ বৈ গুলীৰ হালধীয়া ধোঁৱাৰ চিক্‌মিকনি। তেতিয়া গুচেভে ওপৰলৈ উঠিবলৈ আৰম্ভ কৰিলে। তেওঁ ভাবিছিল যে নমাৰ সময়ত গতিবেগ দুগুণ বঢ়াই দি অনুসন্ধানকাৰীৰ চকুত ধূলি দিব পৰা যাব।

কাণত হাড়কঁপোৱা চেঁচা বতাহৰ হোঁ-হোৱনি। চকু চকুৰ পানীৰে ওপচি পৰিছিল। জঘন্য চেহেৰাৰ এজাক ইখি খেলিমেলিকৈ পাখি কোবাই নাৱৰ ফালে আহিবলৈ ধৰিলে। কিন্তু টিপ্‌ পিছলি যোৱাৰ বাবে পাছত বৈ গল। বহুত সময় ধৰি গুচেভে ৰাস্তাৰ আদি অন্ত নাপাইছিল। সিৰাবিলাক দপদপ কৰিছিল। প্ৰবল বতাহে গাত হুলে বিন্ধাদি বিন্ধিছিল। তেতিয়া ছোঁ মাৰি তীব্ৰবেগে গুচেভ তললৈ নামি আহিল। জাহাজখন পাছ পেলাই দিগন্তৰ অন্তৰালত অদৃশ্য হৈ গল।

তললৈ যিমান দূৰলৈকে চকু যায় সিমান দূৰলৈকে কেৱল বঙা তাম-বৰণীয়া মৰুভূমি। গছ-গছনি নাই, নাই প্ৰাণৰ কোনো লক্ষণ। চেপেটা পাহাৰত, বালিৰ তৰঙ্গৰাজিত আইনাৰ দৰে চকচকীয়া শিলাময় মাটিত কেৱল নাওখনৰ ছাঁটো ভাঁহি গৈছিল। কেতিয়াবা কেতিয়াবা টিলাৰ ওপৰত ভাঙি পৰা ঘৰ দুৱাৰৰ বিষণ্ণ ছাঁয়া। চাৰিওফালে পৰিত্যক্ত খালবিলাক ফিটাৰ দৰে মৰুভূমিত বিস্তৃত হৈ পৰিছিল।

বালিময় ভূমিখণ্ডৰ কাষত সূৰ্য হাউলি পৰিছিল। সূৰ্যাস্তৰ তামবৰণীয়া বিষণ্ণ পোহৰ। কিন্তু তেতিয়াও গুচেভৰ চকুত পৰিছিল কেৱল বালিৰ ঢৌ; সৰু সৰু পাহাৰ, মুমূৰ্ষু তুমাৰ ধ্বংসস্তূপ।

বাতি নামি আহিল। গুচেভে এখনি বালিময় সমভূমিত আহি অবতৰণ কৰিলে। নাৱৰ পৰা ওলাই আহি লচৰ মুখৰ কাপোৰখন আঁতৰাই চকু দুটি মেলি ধৰিলে। বুকুত কাণ পাতি শুনিলে—লচ যেন মৰা নাই, অথচ বাচি থকাও নাই। তেওঁৰ আঙুলিত এটা আঙঠি। সেই আঙঠিটোত শিকলি লগাই ওলোমাই থোৱা এটা বটল আছিল।

"ধ্বংস হওক এই মৰুভূমি।" নাওখনৰ পৰা আঁতৰি যাওঁতে গুচেভে কৈ গ'ল। অন্তহীন অন্ধকাৰ মহাশূন্যত তুষাৰৰ দৰে দেখা তৰাবিলাক তিৰবিৰ কৰিছিল। তৰাৰ পোহৰত বালিবিলাক ধূসৰ যেন দেখিছিল। চাৰিও-ফালে ইমান নিজুম যে খোজৰ চাপত হোৱা বালিৰ সৰসৰ শব্দও শুনিবলৈ পোৱা গৈছিল। তৃষ্ণাত বুকু ফাটি গৈছিল। ব্যাকুল হৈ উঠিছিল মন। "ধ্বংস হওক এই মৰুভূমি।" নাওখনলৈ ঘূৰি গৈ নিয়ন্ত্ৰণ যন্ত্ৰৰ কাষত বহিলগৈ গুচেভ। কলৈ যোৱা যায়! ওপৰৰ নক্ষত্ৰমণ্ডলীৰ অদ্ভুত মেপ তেওঁৰ কাৰণে আছিল অজানা।

গুচেভে মটৰ চলালে। কিন্তু কেইবাবাৰমান ঘূৰাৰ পাছত প্ৰপেলাৰ বন্ধ হৈ গল। কাম নকৰা হ'ল; বিস্ফোৰক পদাৰ্থৰ টেংকি খালি।

"ঠিক আছে।" চেপা মাতেৰে গুচেভে কলে। নাৱৰ পৰা পুনৰ নামি আহি লাঠিডাল পাছ ফালে কঁকালত গুজি লৈ লচক তেওঁ নাৱৰ পৰা নমাই আনিলে। "যোৱা যাওক তেনেহলে, মস্তিস্লাভ্ চেৰ্গেয়েভিচ!" তেওঁক কান্ধত তুলি যাবলৈ ধৰিলে। ভৰিৰ পানী-গাঠিলৈকে বালি সোমাই গৈছিল। বহুত সময় গৈ থকাৰ পাছত বালিৰে ঢাক খাই থকা চিৰি পালেগৈ আৰু তাৰ খলপাত লচক শুৱাই দিলে। ওপৰলৈ চোৱাৰ লগে লগে চকুত পৰিল অনেক ওখত নক্ষত্ৰৰ পোহৰত উদ্ভাসিত এটা স্তম্ভ। গুচেভ উবুৰি হৈ শুই পৰিল। ভীষণ অৱসাদ ভাটাৰ গতিৰে ধ্বনিত হৈছিল তাৰ তেজত।

কিমান সময় অসাৰ হৈ পৰি আছিল গুচেভৰ মনত নাই। গোটেই শৰীৰ বালিময়। ৰক্ত হিম হৈ গৈছিল। শেষত যন্ত্ৰণাত উঠি বহিল আৰু মূৰ দাঙি চালে। মৰুভূমিৰ অলপ ওপৰত এটি বঙা ভয়ংকৰ নক্ষত্ৰ। বিৰাট ডাঙৰ চৰাইৰ চকুৰ দৰে। তৰাটোৰ ফালে দৃষ্টিপাত কৰাৰ লগে লগে গুচেভ অবাক হৈ গল।

"পৃথিবী!" লচক দাঙি লৈ গুচেভে তৰাটোৰ ফালে দৌৰিবলৈ ধৰিলে। জাহাজখন ক'ত আছিল সি জানিব পাৰিলে।



ঘন ঘন নিশ্বাস লৈ ঘৰ্মাক্ত দেহেৰে প্ৰকাণ্ড প্ৰকাণ্ড জাপ মাৰি গাঁতবিলাক পাৰ হৈ, ক্ৰোধত চিঞৰি, শিলত উজটি খাই গুচেভ কেৱল আগবাঢ়িব ধৰিলে। সম্মুখৰ অন্ধকাৰ দিগন্ত ক্ৰমান্বয়ে আঁতৰি যাবলৈ ধৰিছিল। কেইবাৰমান চেঁচা বালিৰ মাজত মুখ গুজি বৈ গল গুচেভ; শুকান ওঁঠত বালিৰ ভাপ লাগক। তাৰপাছত লচক দাঙি লৈ আকৌ খোজ কঢ়া আৰম্ভ। বৈ বৈ কেৱল পৃথিবীৰ বঙা পোহৰৰ ফালে লক্ষ্য কৰা। নিস্তব্ধ মৰুভূমিত কেৱল গুচেভৰ বিৰাট ছাঁটো ধাৱমান।

উন্নাৰ বেঁকা কাচিৰ কাষটো দিগন্তত দেখিবলৈ পোৱা গ'ল। মাজৰাতি দেখিবলৈ পোৱা গ'ল—স্নিগ্ধ ৰূপোৱালী জোনাক বিলাই দিয়া ঘূৰণীয়া 'লিখ্ তা'। বালিৰ ঢৌত প্ৰসাৰিত হল দুটি ছাঁ। আকাশত ভাঁহি উঠিছিল দুটি বিচিত্ৰ চন্দ্ৰ। এটি ওপৰত, এটি তলত। সিইতৰ পোহৰত বিলীন হৈ গল তালৎসেৎল। দূৰত উন্নত লিজিয়াজিৰাৰ তুষাৰাবৃত চূড়া।

মৰুভূমি শেষ হ'ল। ৰাতি পুৱাইছিল। শিজুৰ পথাৰত আহি গুচেভ উপস্থিত হ'ল। গোৰ মাৰি এডাল গছ ভাঙিলে আৰু লুভীয়া মানুহৰ দৰে তাৰ ৰস পান কৰিবলৈ ধৰিলে। তৰাবিলাক বিলীন হৈ গৈছিল। বেগুনীয়া আকাশত দেখিবলৈ পোৱা গ'ল গোলপীয়া ডাৱৰ। হঠাৎ কাণত পৰিল এটা শব্দ। ৰাতিপুৱা নিস্তব্ধতাৰ মাজত ধাতুৰ ওপৰত হাতুৰীৰ স্পষ্ট শব্দ।

ঘটনাটো কি অনুমান কৰিবলৈ গুচেভৰ অলপো সময় নালাগিল। শিজুৰ জোপোহাত তেওঁ দেখিবলৈ পালে পাছে পাছে খেদি অহা সেই যুদ্ধ জাহাজখনৰ তাঁৰ বন্ধা তিনিটা মাস্তুল। তাৰ পৰাই শব্দ আহিছিল। মঙ্গলগ্ৰহবাসী-সকলে লচ আৰু গুচেভৰ জাহাজ ভাঙিবলৈ ধৰিছিল।

শিজুৰ আৰালৈ দৌৰি গৈ গুচেভে দেখিবলৈ পালে গ্ৰহ জাহাজৰ মামৰে ধৰা পিঠি অংশৰ ফালে আছিল মঙ্গলগ্ৰহবাসীৰ জাহাজ। প্ৰায় বিশজন মানুহে গ্ৰহ জাহাজৰ গজাল মৰা আৱৰণত আঘাত কৰিছিল ডাঙৰ ডাঙৰ হাতুৰীৰে। কাম বোধকৰো পোনেই আৰম্ভ হৈছিল। লচক বালিৰ ওপৰত শুৱাই পেটিৰ পৰা লাঠিডাল উলিয়াই ললে গুচেভে।

"এই কুকুৰ পোৱালি চৰ।" গুচেভে চিঞৰি কলে। শিজুৰ জোপোহাৰ কাষৰ পৰা দৌৰি জাহাজৰ কাষলৈ গৈ লাঠিৰ আঘাতত একে কোবেই ধাতুৰ পাখি ভাঙি পেলালে, মাস্তুল ভাঙি ছিঙি পগলাৰ দৰে জাহাজৰ গাত মৰিয়া-

বলৈ ধৰিলে। জাহাজৰ ভিতৰৰ পৰা সৈন্যসকল জাপ মাৰি বাহিৰলৈ ওলাই আহিল আৰু অস্ত্ৰ-শস্ত্ৰ দলিয়াই মটৰৰ গুটিৰ দৰে টুপ টুপকৈ মাটিত জপিয়াই পৰি পলাবলৈ ধৰিলে। যিসকল গ্ৰহ-জাহাজ ভঙাৰ কাৰ্য্যত ব্যস্ত আছিল তেওঁবিলাকেও অনুচ্চ কণ্ঠত চিঞৰি বগাই গৈ জোপোহাৰ আৰঁালত লুকালগৈ। এক মুহূৰ্ততে ঠাইটুকুৰা শূন্য হৈ গল। যমেও নেদেখা সেই সৰ্বশক্তিমান আকাশ-পুত্ৰৰ সম্মুখত পৰি সিহঁতৰ আতংকৰ সীমা নোহোৱা হৈছিল।

পোৰ্টহলৰ ঢাকনি খুলি গুচেভে লচক ভিতৰলৈ লৈ গল। আকাশ-পুত্ৰ দুয়োজনেই সেই কণীটোৰ মাজত অদৃশ্য হৈ গ'ল। এটা ডাঙৰ শব্দৰে পোৰ্ট হলৰ ঢাকনি বন্ধ হৈ গ'ল। তেতিয়া শিজুৰ পাছফালে লুকাই থকা মঙ্গল-গ্ৰহবাসী সকলে দেখিবলৈ পালে এটি অদ্ভুত অসাধাৰণ দৃশ্য।

মাজৰে ধৰা সেই বিৰাট ডিম্বাকৃতি জাহাজখন গৰজি উঠিল। তলৰ পৰা উঠিল বাদামী ৰঙৰ ধূলি আৰু ধোঁৱাৰ ডাৱৰ। ভয়ংকৰ বিস্ফোৰণত থৰ থৰ কঁপি উঠিছিল তুমা। ছোঁছোৱনিৰ শব্দ আৰু গৰ্জ্জনেৰে বিৰাট কণীটো শিজুৰ জোপোহাৰ ওপৰলৈ একে কোবেই উঠি গল। কেই মুহূৰ্ত্তমান ধূলিৰ ডাৱৰত থমকি ৰৈ ধূমকেতুৰ দৰে আকাশলৈ ওফৰি পৰিল। দুৰ্দান্ত মাগাৎ-চিৎল বিলাক নিজৰ দেশৰ ফালে উভতি গৈছিল।

## বিস্মৃতি

'কি, মস্তিস্লাভ চেৰ্গেয়েভিচ, আমি এতিয়াও জীয়াই আছো।"

সমুখত কিবা গৰম এটা বস্তু। লচৰ সমস্ত সিৰা-উপসিৰা আৰু হাড়ত পাতল জুইৰহে সোঁত ববলৈ ধৰিলে। তেওঁ চকুমেলি চালে। ওপৰত নিচেই ওচৰত এটি ধূসৰ তৰা দপদপকৈ জ্বলিছিল। হালধীয়া ৰঙৰ অদ্ভুত আকাশ। ধাৰণা হৈছিল যেন গাত তুলা বন্ধা। কিহবাই যেন আঘাত কৰি গৈছিল তালে তালে; ধূসৰ তৰাটি কঁপি উঠিছিল।

"কেইটা বাজিছে?"



"ঘড়ীতো বন্ধ হৈ গৈছে—বৰ আপচোচৰ কথা।" কোনোবাই যেন উত্তৰ দিলে।

"আমি বহুত সময় উৰিছো।"

"বহুত সময়। মস্তিস্লাভ চেৰ্গেয়েভিচ।"

"ক'ত?"

"পিশাচেহে জানে। একো অনুমানকেই কৰিব পৰা নাই দেখোন। কেৱল অন্ধকাৰ আৰু তৰা,—তৰা আৰু অন্ধকাৰ, মহাশূন্যত কেৱল দৌৰি গৈছো।"

পুনৰ চকু মুদিলে লচে। মন একেবাৰে শূন্য; চেষ্টা কৰিও একো মনত পেলাব নোৱাৰিলে। আকৌ অচেতন নিদ্ৰাই আচ্ছন্ন কৰি তুলিলে।

গাত কম্বলখন পেলাই দি গুচেভে পিপহোল বিলাকৰ ফালে চকু ঘূৰালে। মঙ্গলগ্ৰহক তেতিয়া চাহৰ প্লেটৰ দৰে সৰু যেন দেখিছিল। শুকান সমুদ্ৰগৰ্ভ আৰু মৰুভূমিৰ উজ্জ্বল দাগ। বালিময় তুমাৰ চাকতি ক্ৰমশঃ সৰু হৈ আহিছিল। গ্ৰহজাহাজ দূৰৰ পৰা আৰু দূৰলৈ ঘন অন্ধকাৰৰ বুকুলৈ সোমাই গৈছিল। ৰৈ ৰৈ তৰাৰ তীক্ষ্ণ পোহৰে গুচেভৰ চকুত বিন্ধিছিল। কিন্তু যিমান চালেও সেই ৰঙা নক্ষত্ৰটি দেখিবলৈ পোৱা নগৈছিল।

এটা হুমুনিয়াহ কাঢ়ি গুচেভে গা এলামুৰি দিলে। একে ধৰণৰ শূন্যতাৰে আমনি লাগি গৈছিল। পানী, খোৱাৰ বস্তু আৰু অক্সিজেন কিমান আছে চাই লৈ কম্বল গাত লৈ তেওঁ লচৰ কাষতে শুই পৰিল। জাহাজৰ মজিয়াৰ কঁপনিৰ যেন শেষ নাই।

কিমান সময় পাৰ হৈ গ'ল—হিচাপ নাছিল। ভোকৰ তাড়নাত সাৰ পাই উঠি গুচেভে দেখিলে—লচে একান্তভাবে চাই আছে—মুখমণ্ডল জীৰ্ণ-শীৰ্ণ। গাল সোমাই গৈছিল। অনুচ্চ কণ্ঠত লচে কলে:

"আমি এতিয়া ক'ত?"

"সেই শূন্যৰ বুকুত মস্তিস্লাভ চেৰ্গেয়েভিচ্:"

"আলেক্সই ইভানভিচ্—আমি মঙ্গলগ্ৰহলৈ গৈছিলো।"

"আপোনাৰ সকলোবিলাক কথাৰে গোলমাল হৈ গৈছে দেখিছো, মস্তিস্লাভ চেৰ্গেয়েভিচ।"

"ওঁ, মোৰ কিবা এটা হৈছে। ভাবিছো আৰু ভাবিছো। কিবা এটা মনত পৰাৰ লগে লগে আকৌ খেলিমেলি হৈ গৈছে। হৈছেনো কি ভাবিবই পৰা নাই—সকলোবিলাক যেন স্বপ্নৰ দৰে।"

চকু দুটি মুদি কিছু সময়ৰ পাছত কম্পিত কণ্ঠত পুনৰ কলে :

"আৰু তেওঁ—তেওঁ ও জানো স্বপ্ন !"

"কাৰ কথা কৈছে ?"

লচে একো উত্তৰ নিদিলে। মূৰ হাউলি পৰিল। চকু দুটা মুদি দিলে।

আটাইকেউটা পিপহোলত চকু থৈ গুচেভে নিৰীক্ষণ কৰিবলৈ ধৰিলে— অন্ধকাৰ, কেৱল অন্ধকাৰ, কম্বলখন কান্ধত লৈ কুঁজা হৈ তেওঁ বহি থাকিল। মনত একো ইচ্ছা নাছিল—ভাবিবৰ ইচ্ছা, অথবা স্মৃতি নাইবা অপেক্ষাৰ অধীৰতা একো নাছিল। কি লাভ ? একে ধৰণৰ গোঁ গোঁ শব্দ। অন্তহীন মহাশূন্যৰ বুকুত লবচৰ কৰি কঁপি কঁপি ধাতুৰ কণীটো উদ্দাম বেগেৰে উৰি গৈছিল।

অনেক সময় পাৰ হৈ গৈছিল। অনেক সময়, অপাৰ্থিৱ সময়। কুঁজা হৈ গুচেভ বহি আছিল। মনত কোনো হুচ নাছিল, লচ শুইছিল। অন্তৰত জমা হৈ উঠিছিল অনন্ত কালৰ হিম অদৃশ্য ধূলি কণাৰ দৰে।

কাণতাল মাৰি যোৱা এটা আৰ্ত্তনাদ। বিস্ফাৰিত চকুৰে জাপ মাৰি উঠিল গুচেভে। খেলিমেলি কম্বলৰ মাজত থিয় হৈ লচে চিঞৰ-বাখৰ কৰিছিল। মুখৰ বেন্দেজ ওলমি পৰিল।

"তাই বাচি আছে।"

হাড় ওলাই যোৱা হাতখন তুলি তেওঁ চামৰা বন্ধা দেৱালত জাপ মাৰি পৰিল। দেৱালত আঘাত কৰিবলৈ ধৰিলে। আচুৰিবলৈ ধৰিলে।

"তাই বাচি আছে। মোক এৰি দিয়া—দম বন্ধ হৈ আহিছে······তাই আছিল,······তাই আছিল।"

অনেক সময় ধৰি হাত ভৰি জোকাৰি তেওঁ চিঞৰিবলৈ ধৰিলে। তাৰ পাছত অসাৰ দেহ গুচেভৰ হাতত হালি পৰিল। আকৌ শান্ত হৈ তেওঁ কলমটীয়াবলৈ ধৰিলে।

কম্বলখন গাত লৈ কোঁচমোচ খাই বহি বল গুচেভ। এঙ্গাৰৰ দৰে সকলো ইচ্ছা নুমাই গৈছিল। মনত কোনো বোধ নাছিল। গ্ৰহজাহাজৰ ধাতৱ স্পন্দনত অত্যন্ত হৈ উঠা কাণত অন্য একো শব্দ প্ৰবেশ কৰা নাছিল। টোপনিয়াই টোপনিয়াই বিৰবিৰকৈ লচে বকিছিল আৰু মাজে মাজে সুখৰ হাঁহিৰে উজ্জ্বল হৈ উঠিছিল মুখ।

নিদ্ৰিত লচৰ ফালে চাই গুচেভে ভাবিলে :



"শুই থকাৰ বাবে বক্ষা পাইছা, বন্ধু। সাৰ পোৱাৰ প্ৰয়োজন নাই। শোৱা, শোৱা, কেৱল শোৱা। সাৰ পাই থাকিলে মোৰ দৰেই কম্বল লৈ কোচমোচ খাই থাকিব লাগিব। বৰফ গোট মাৰি থকা গছৰ তলত থক-থক কৰি কঁপি থকা পাতি-কাউৰীৰ দৰে। ৰাতিৰ শেষ নাই, এয়েই শেষ নেকি তেনেহলে ?"

আনকি চকু দুটা মুদিবলৈও ইচ্ছা নগল গুচেভৰ। বহি বহি সন্মুখৰ উজ্জ্বল গজালৰ ফালে তেওঁ চাই আছিল। অসীম উদাসীনতাৰ মাজত বিস্মৃতিৰ অতল তলিত তেওঁ ডুব গ'ল।

এই ভাবেই অনেক সময় পাৰ হৈ গল। শূন্য পথৰ অসীম সময়।

হঠাৎ শুনিবলৈ পোৱা গল এটা অদ্ভুত শব্দ। কিবা বস্তু এটাই গ্ৰহ জাহাজৰ গাত যেন আঘাত দিছিল—আঁচুৰিছিল।

চকু মেলি চালে গুচেভে। চেতনা ঘূৰাই পাইছিল। কাণ পাতি শুনিবলৈ চেষ্টা কৰিলে। ধাৰণা হল গ্ৰহজাহাজখন সৰু সৰু শিলগুটি আৰু ইটা আদিৰ দ'ম ভাঙি আগবাঢ়িছিল। গ্ৰহজাহাজৰ গাত পৰি কিবা এটা পিছলি পৰাৰ শব্দ হ'ল। খৰ খৰ শব্দ শুনিবলৈ পোৱা-গ'ল। গুচেভে লচক জগাই দিলে। দুয়োজনে বগাই গল পিপহোলৰ কাষলৈ। দুয়ো আচৰিত হৈ গ'ল।

অন্ধকাৰত চাৰিওফালে টুকুৰা টুকুৰা বস্তুৰ দ'ম। সেইবিলাক হীৰাৰ দৰে উজ্জল। প্ৰকাণ্ড শিলগুটি—ফটিকৰ প্ৰান্তদেশ তীক্ষ্ম দীৰ্ঘ আলোক ৰেখাত জলমল কৰি উঠিছিল। সেই হীৰক ভূমি পাৰ হৈ অন্ধকাৰ ৰাত্ৰি অনেক দূৰলৈকে ভাহি উঠিছিল সূৰ্য্য।

"আমি নিশ্চয় কোনোবা ধূমকেতুৰ মূৰৰ ওপৰেদি গৈ আছো।" ফুচ ফুচাই কলে লচে। "ৰিওস্টাটটো টানা। ইয়াৰ পৰা ওলাই যোৱা দৰকাৰ নহলে ধূমকেতুটোৱে আমাক সূৰ্য্যৰ ফালে টানি লৈ যাব।"

গুচেভ ওপৰৰ পিপহোলৰ কাষলৈ উঠি গ'ল। লচ থিয় হৈ থাকিল—ৰিও-স্টাটৰ কাষত। গ্ৰহজাহাজৰ গাত সেই আঘাত আৰু আচোৰ ক্ৰমান্বয়ে বাঢ়ি গৈ বেছি জোৰৰ হৈ পৰিছিল। ওপৰৰ পৰা গুচেভে চিঞৰি কলে :

"ধীৰে, ধীৰে, সোঁ ফালে এটা পাহাৰ।······এইবাৰ যিমান জোৰেৰে পাৰে চলাওক। পাহাৰ······পাহাৰটো ওচৰ চাপি আহিছে ····যাওক পাৰ হৈ গৈছো। চলাই দিয়ক মস্তিস্লাভ চে'ৰ্গেয়েভিচ······জোৰকৈ চলাওক।'

## পৃথিৱী

হীৰাৰ নিচিনা টুকুৰাবোৰ সিঁচৰতি হৈ থকা ঠাইডোখৰ হল মহাশূন্যত ধাৱমান এটি ধূমকেতুৰ পদচিহ্ন। ধূমকেতুৰ আকৰ্ষণ পৰি গ্ৰহজাহাজখন অনেক সময় ধৰি উল্কাৰ মাজেদি আগ বাঢ়ি গৈছিল। গতিবেগ অনবৰত বাঢ়ি গৈছিল। গণিতৰ আইন তো অমোঘ। ক্ৰমশ গ্ৰহজাহাজ আৰু উল্কা পিণ্ড-বিলাকৰ যাত্ৰাপথৰ সলনি হ'ল—দুয়োটাৰ মাজত কৌণিক পাৰ্থক্য বাঢ়ি গ'ল। অজানা ধূমকেতুৰ মূৰৰ ফালৰ সেমেকা সোণালী অন্ধকাৰ আৰু নেজৰ ফালৰ উল্কা পিণ্ডবিলাক বেগাই পৰাবৃত্তৰ দৰে গৈ আছিল, নিস্ফল বক্ৰ গতিত, যাতে সূৰ্য্যক কেন্দ্ৰ কৰি ঘূৰি মহাশূন্যত চিৰদিনৰ বাবে অদৃশ্য হৈ যায়। গ্ৰহজাহাজৰ যাত্ৰা পথৰ গতি আছিল এইবাৰ উপবৃত্তৰ দৰে।

পৃথিৱীলৈ ঘূৰি যোৱাৰ প্ৰবল আকাঙ্ক্ষাই লচ আৰু গুচেভৰ জীৱনী শক্তি বঢ়াই তুলিছিল, পিপহোলৰ পৰা চকু নতবোৱাকৈ দুয়োজনে আকাশৰ ফালে চাই আছিল। গ্ৰহজাহাজৰ এটা অংশ সূৰ্য্যৰ তাপত উত্তপ্ত হৈ উঠিল। দুয়োজনে কাপোৰ-কানি খুলি ললে।

হীৰাৰ ক্ষেত্ৰবিলাক আছিল অনেক তলত, দেখিবলৈ স্ফুলিঙ্গৰ নিচিনা। তাৰ পাছত ধুৱঁলি-কুৱলী হৈ মিলি গ'ল। তাৰ পাছত দূৰত দেখিবলৈ পোৱা গ'ল—উপলমণিৰ দৰে শনিগ্ৰহ পৰিষদ বেষ্টিত।

ধূমকেতুৱে আকৰ্ষণ কৰা গ্ৰহজাহাজ পুনৰ সৌৰজগতলৈ ঘূৰি আহিছিল।

কিছু সময়ৰ পাছত জলন্ত এটি ৰেখা অন্ধকাৰ বিদীৰ্ণ কৰি তাৰ পাছত ম্লান হৈ মিলি গ'ল। সেইটো হল গ্ৰহাণুপুঞ্জ। সূৰ্য্যৰ চাৰিওকাষে ঘূৰি থকা সৰু সৰু উপগ্ৰহ। গ্ৰহজাহাজৰ গতিবেগ সিহঁতৰ আকৰ্ষণত বেছি বাঢ়ি গ'ল। ওপৰৰ পিপহোলৰ মাজেদি লচে দেখিবলৈ পালে অদ্ভুত সৰু এখন উজ্জল কাচি, শক্ৰগ্ৰহ। প্ৰায় লগে লগেই আন এটা পিপহোলৰ পৰা ঘৰ্মাক্ত বঙা মুখখন ঘূৰাই গুচেভে ৰুদ্ধ শ্বাসত কৈ উঠিল ঃ

"চাওক, চাওক এইয়া তাইৰ······তাইৰ !"

ঘিটমিটিয়া অন্ধকাৰত ৰূপালী নীলা এটা গোলকৰ ঈষদুষ্ণ দীপ্তি। একাষত আৰু এটা সৰু গোলক—মনাক্কাতকৈ আকাৰত ডাঙৰ নহয় কিন্তু তাতোকৈয়ো উজ্জল ভাবে জিলিকি উঠিছিল। দুয়োটা গোলকৰ অলপমান কাষেদিয়েই গ্ৰহজাহাজৰ পথ। তেতিয়া লচে এটা বিপদজনক পন্থা অবলম্বনৰ সিদ্ধান্ত কৰিলে। গ্ৰহজাহাজৰ মুখ পৰিবৰ্ত্তন কৰিব লাগিব—যাতে বিস্ফোৰণৰ অংক গতিবেগৰ বিপক্ষ মাৰ্গৰ পৰা বিচ্যুত নহয়। সেইটোৱে কাম দিলে। গতিপথ বদলি হৈ গ'ল। গৰম সৰু গোলকটো ক্ৰমান্বয়ে মধ্যাকাশলৈ উঠি গ'ল।

স্থান আৰু কাল ভাহি যোৱাৰ দৰে গৈ আছিল। লচ আৰু গুচেভ যেন পিপহোলবিলাকত লিপিট খাইহে আছিল। কেতিয়াবা ইতস্ততঃ বিক্ষিপ্ত কম্বল আৰু চাদৰত হাউলি পৰিছে। শৰীৰত শক্তি নোহোৱা হৈ আহিছিল। তৃষ্ণাত ছাটি ফাটি গৈছিল প্ৰাণ। এটোপাও পানী নাই।

হঠাৎ অৰ্দ্ধচেতন অৱস্থাত লচে দেখিবলৈ পালে—পশম, কম্বল আৰু বস্তা-বিলাক দেৱালৰ গাত ভাহি যাবলৈ ধৰিলে। শূন্যত ওলমি আছিল গুচেভৰ অৰ্দ্ধনগ্ন দেহ। গোটেই ঘটনাটোৱেই বলিয়ালিৰ দৰে। পিপহোলৰ কাষত তললৈ মুখ কৰি গুচেভ পৰি গ'ল। আপোন মনেৰে বিৰবিৰকৈ বকি বুকুত হেঁচা মাৰি ধৰি কেঁকোৱা চুলি থকা মূৰটো জোকাৰি জোকাৰি তেওঁ থিয় হ'ল। মুখৰ পৰা পানী ওলাই আছিল। গোঁফ ওলমি পৰিল।

"পৃথিৱী—আমাৰ নিজৰ পৃথিৱী।"

চেতনাৰ অস্পষ্ট কুঁৱাশা ভেদ কৰি লচৰ উপলব্ধি হ'ল যে পৃথিৱীৰ আকৰ্ষণত মুখখন তললৈ কৰি গ্ৰহজাহাজ নামি গৈছিল। বিওষ্টাটৰ ওচৰলৈ গৈ জোৰেৰে তাত টান মাৰিলে। কঁপি গৰ্জ্জন কৰি উঠিল গ্ৰহজাহাজ। পিপহোলত হাউলি লচে চাবলৈ ধৰিলে।

অন্ধকাৰত ওলমি আছিল সূৰ্য্যালোকত উদ্ভাসিত সজল বিৰাট গোলকটি। সাগৰ নীলা আৰু দ্বীপবিলাক সেউজীয়া। কোনোবা এখন মহাদেশৰ ওপৰত মেঘৰ পুঞ্জ। ধীৰে ধীৰে পাক খাইছিল সেমেকা গোলকটি। চকুৰ পানীৰ কাৰণে ভাল ভাবে চোৱাটোৱেই মস্কিল। অনুৰাগত কান্দি উঠা হৃদয় সেই নীলাভ আৰ্দ্ৰ আলোকৰ পোহৰটোৰ লগত মিলি যাবৰ কাৰণে আকুল হৈ উঠিছে। মানুহৰ সেই জন্মভূমি। মূৰ্ত্তিমান জীৱন। বিশ্বৰ হৃদপিণ্ড।

পৃথিৱীৰ গোলকটোৱেঁ আকাশৰ অৰ্দ্ধাভাগ ঢাকি ৰাখিছিল। যিমান পাৰে সিমান বিওষ্টাটত ধৰি তেওঁ টান মাৰিলে। তথাপিও অতি বেগেৰে

গৈছিল গ্ৰহজাহাজ, উত্তপ্ত হৈ উঠিছিল তাৰ আবৰণ। ভিতৰৰ ৰবৰৰ আবৰণ আৰু চামৰাৰ দেৱাল জুইত পুৰি যাব যেন হৈছিল। শৰীৰৰ শেষ শক্তি কণেৰে সৈতে গুচেভে পোৰ্টহলৰ ঢাকনিখন গুচাই দিলে। ফাকেদি এছাটি ঠাণ্ডা বতাহ সোমাই আহিল। হাত মেলি পৃথিবীয়ে পুনৰ গ্ৰহণ কৰিলে পলাতক সন্তান দুটিক।

বিৰাট এটা খুন্দা। গ্ৰহজাহাজৰ আবৰণ ছিঙি গ'ল। ডিঙিটো আগবঢ়াই ছোঁ কৰি ঘঁাহেৰে ঢাক খোৱা এটা টিলাৰ ওপৰত জাহাজখন নামিলেই।

তেতিয়া-দুপৰীয়া। দেওবাৰ; ত জুন। গ্ৰহজাহাজখন যত পৰিছিলহি সেই ঠাইৰ পৰা অনেক দূৰত মিচিগান হ্ৰদৰ পাৰত মানুহৰ জুম বান্ধিছিল। মানুহে নাৱত উঠি ফুৰিছিল। মুকলি বেঁতোৰা আৰু কাফেৰ বাৰান্দাত বহি আছিল। কোনোবাই টেনিছ খেলিছিল, কোনোবাই গলফ্; কোনোবাই ফুটবল, কোনোবাই আকৌ নিমেঘ আকাশত চিলা উৰুৱাইছিল। জুন মাহৰ মৰ্মৰ ধ্বনি গুঞ্জৰিত পত্ৰপুঞ্জৰ মাজত হ্ৰদৰ মধুৰ সেউজীয়া পাৰত দেওবাৰৰ ছুটী উপভোগ কৰিবলৈ অহা জুমৰ সকলোৰে কাণত পৰিল অদ্ভুত গো-গোৱনিৰ শব্দ। পুৰা পাঁচ মিনিট ধৰি সেই শব্দ উঠিছিল।

যি সকলৰ মহাযুদ্ধৰ অভিজ্ঞতা আছিল তেওঁবিলাকে আকাশৰ ফালে চাই কলে যে এইটো হুবহু গধুৰ চেল পৰাৰ শব্দ। তাৰ পাছত অনেকে দেখিবলৈ পালে এটা কণীৰ দৰে দেখা ছাঁ ক্ষিপ্ৰগতিত ভাহি মাটিৰ ওপৰেদি পাৰ হৈ গ'ল।

কেইঘণ্টামানৰ ভিতৰতে মাটিত পৰা গ্ৰহজাহাজৰ চাৰিওকাষে ভীষণ ভিৰ হবলৈ ধৰিলে। কৌতূহলীবিলাক চাৰিওফালৰ পৰা দলে দলে জেওৰা পাৰ হৈ, মোটৰত উঠি নীলাভ হ্ৰদৰ বুকুত নাও চলাই আহিছিল। তেলচিকতি লগা, ভিতৰলৈ সোমাই যোৱা ফাট ধৰা কণীটো ঢাপটোৰ ওপৰত একাষে বেঁকা হৈ পৰি আছিল। জল্পনা-কল্পনাৰ শেষ নাই। ইটোতকৈ সিটো বেছি ভয়ানক। পোৰ্টহলৰ আধা খোলা ঢাকনিত চিজল্‌ৰে কটা "ৰচ ফ চৰ—পেট্ৰগ্ৰাডৰ পৰা যাত্ৰা, ১৮ আগষ্ট, ১৯২··। সেইটো পঢ়ি মানুহৰ উত্তেজনা চৰম হৈ উঠিল। অবাক কাণ্ড। আজিতো ৩ জুন, ১৯··. এক কথাত, তেনেহলে ইয়াক লিখা হৈছিল চাৰে তিনি বছৰ আগেয়ে।

ৰহস্যময় যন্ত্ৰটোৰ ভিতৰত অস্ফুট গেঙনিৰ শব্দ। সকলোৱে ভয়ত পিছলৈ গ'ল। এদল পুলিচ আহিল। এজন ডাক্তৰ আৰু কেমেৰা হাতত লৈ



বাৰজন সাংবাদিক। ঢাকনিখন দাঙি অতি সাৱধানেৰে যন্ত্ৰটোৰ ভিতৰৰ পৰা তেওঁবিলাকে দুটি অৰ্দ্ধনগ্ন দেহ উলিয়াই আনিলে। এজন বুঢ়া, নৰকংকালৰ দৰে শীৰ্ণ, মূৰৰ চুলি পকা, জ্ঞান হীন। আনজনৰ মুখ ৰক্তাপ্লুত, হাত ভঙা, কৰুণভাৱে তেওঁ কেকাবলৈ ধৰিছিল। জনতাৰ মাজত সহানুভূতিৰ গুঞ্জন উঠিল। ছোৱালীবিলাকে কান্দিবলৈ ধৰিলে। আকাশ পথৰ যাত্ৰীসকলক মটৰত তুলি আস্পতালৰ ফালে লৈ যোৱা হ'ল।

খোলা খিৰিকীৰ বাহিৰত আনন্দৰ স্ফটিক ধাৰাৰে গান গাইছিল। তাৰ কণ্ঠত সূৰ্য্যালোক আৰু নীল আকাশৰ গান। গাৰুৰ ওপৰত মূৰ থৈ নিশ্চল ভাৱে শুই লচে গান শুনিছিল। বিবৰ্ণ মুখত পানী বিৰিঙিছিল। ক'ৰবাত যেন স্ফটিক কণ্ঠৰ গান শুনিছিল। কিন্তু ক'ত? কেতিয়া?

ৰাতিপুৱাৰ বতাহত খিৰিকীৰ পৰ্দাখন কঁপি উঠিছিল। ঘাহত উজ্জ্বল নিয়ৰ কণা। পৰ্দাত সেমেকা পাতবিলাকৰ ছাঁবোৰে খেলা কৰিছিল। চৰাইজনীয়ে গান গাই আছিল, দূৰত বনৰ ওপৰত শুভ্ৰ মেঘবিলাক উৰি গৈছিল।

কাৰোবাৰ হৃদয় যেন ব্যাকুল হৈ পৰিছিল পৃথিবীৰ কাৰণে। এই মেঘ—এই মৰ্ম্মৰিত ৰৰষুণ আৰু উজ্জ্বল নিয়ৰ কণাৰ বাবে, নীলা পাহাৰৰ বুকুত ঘূৰি ফুৰা বিৰাট মানুহৰ বাবে।···মনত পৰিল—ঠিক এইভাবেই ৰৌদ্ৰস্নাত এটি ৰাতিপুৱা এজনী চৰায়ে আইলিতাৰ স্বপ্নৰ গান গাইছিল। ইয়াত নহয়—অন্য এখন ৰাজ্যত। ······আইলিতা···তাই সত্য নে কেৱল দিবাস্বপ্ন? নহয় আইন্নাৰ দৰে স্বচ্ছ কণ্ঠত আজিৰ চৰাইজনীয়ে গাই গৈছিল—এদিন গধূলিৰ দৰে গভীৰ নীলা সৰু বিষণ্ণ মুখৰ এজনী ছোৱালীয়ে ৰাতি জুইৰ কাষত বহি প্ৰেমৰ প্ৰাচীন গান গাই গৈছিল।

সেই কাৰণেই আজি লচৰ বিবৰ্ণ গালত বাগৰি আহিছিল চকুলো। চৰাইজনীয়ে সেইজনৰ কথা কৈছিল; গানেৰে সুৰেৰে—যি জন আছে নক্ষত্ৰ-বিলাকৰ সিপাৰে আৰু গাইছিল—শুভ্ৰকেশ বিবৰ্ণ বৃদ্ধ স্বপ্নবিলাসীৰ কথা—যিজনে আকাশলৈ যাত্ৰা কৰিছিল এদিন।

খিৰিকীৰ পৰ্দ্দা বতাহত আকৌ জোৰেৰে কঁপি উঠিল। পৰ্দ্দাৰ তলৰ প্ৰান্তদেশ কোমলভাৱে দুলি উঠিল! ঘৰত মৌ, মাটি আৰু আৰ্দ্ৰতাৰ গন্ধ।

আস্পতালত এদিন ৰাতিপুৱা স্কাইলাচ আহি উপস্থিত হলহি। লচৰ

হাতত ধৰি জোৰেৰে জোকাৰি অভিনন্দন জনাই বিচনাৰ কাষত এখন টুলত বহি টুপীটো মূৰৰ পাছফালে একতীয়া কৰি দিলে।

"যাত্ৰা বৰ আৰামৰ নহল—কি কয় ডাঙৰীয়া!" স্কাইলাচে কলে। "এই মাত্ৰ গুচেভৰ ওচৰলৈ গৈছিলো। বেচ সাহসী মানুহ। হাতত বেণ্ডেজ, মুখ ভঙা, তথাপিও মুখত অনবৰত হাঁহি বিৰিঙি আছে। ঘূৰি আহিছো বুলি মহা আনন্দ। পেট্ৰগাডৰ তেওঁৰ পৰিবাৰলৈ এখন টেলিগ্ৰাম আৰু পাঁচ হেজাৰ ডলাৰ পঠাই দিয়া হৈছে। আপোনাৰ কথা ও টেলিগ্ৰাম কৰি আমাৰ কাগজলৈ জনাই দিয়া হৈছে। আপোনাৰ 'ভ্ৰমণ কাহিনীৰ' বাবে শকত অংকৰ ধন নিশ্চয় পাব। কিন্তু ডাঙৰীয়া, যন্ত্ৰটো আৰু ভাল কৰা উচিত। নামি অহাৰ ধৰণটো বৰ বেয়া। যাওক। পেট্ৰগাডৰ সেই উন্মাদ সন্ধিয়াটোৰ পাছত প্ৰায় চাৰিবছৰ পাৰ হৈ গ'ল। ভাবিলে আচৰিত যেন লাগে। কথা শুনক, এক গিলাচ ব্ৰাণ্ডি খাই লওক, গা বেচ গৰম গৰম যেন লাগিব।"

ৰোগীৰ ফাললৈ চাই আনন্দ আৰু সহানুভূতিৰ দৃষ্টিৰে চাই স্কাইলাচে অনৰ্গল কথা কৈ গ'ল। ৰৌদ্ৰদগ্ধ মুখত বেচ সদয় ভাব, অসম্ভৱ কৌতুহল চকুত ওপচি পৰিল। তেওঁৰ ফাললৈ হাত মেলি লচে কলে ঃ

"আপুনি অহাৰ কাৰণে বৰ সুখী হৈছো, স্কাইলাচ।"

## প্ৰেমৰ আহ্বান

ওপৰেদি জদান্‌ভ্‌স্কায়া মথাউৰি ৰৰফৰ মেঘ উৰি গৈছিল। বতাহৰ টানত নামি আহিছিল মাটিলৈ। হালি জুলি থকা চাকিবিলাকক কেন্দ্ৰ কৰি পাক খাইছিল। প্ৰবেশ পথ আৰু খিৰিকীবিলাক আছিল বৰফৰে ঢকা। নদীৰ সিপাৰত বৰফৰ ধুমহাৰ হুঙ্কাৰ আৰু আৰ্ত্তনাদ।

বতাহত কলাৰ তুলি মথাউৰিৰ ওপৰেদি লচ আগবাঢ়িছিল। গৰম স্কাৰ্ফ পিছফালে ফিৰ্‌ফিৰকৈ উৰিছিল। ভৰি পিছলি গৈছিল—বৰফৰ কণাবিলাকে মুখত আমনি কৰিছিল। প্ৰতিদিনৰ দৰে লচে কাৰখানাৰ পৰা তেওঁৰ নিসংগ ফ্লেটলৈ ঘূৰি আহিছিল। মূৰত বহল টুপী, ডিঙিত স্কাৰ্ফ। এই কুঁজা



মানুহজন অঞ্চলটোৰ সকলোৰে চিনাকি। আনকি যেতিয়া যেতিয়া ভেওঁ নমস্কাৰ জনায় আৰু বতাহত তেওঁৰ পকা চুলিবিলাক উৰিবলৈ ধৰে তেতিয়াও তেওঁৰ চকুৰ অদ্ভুত দৃষ্টিত কোনেও বিস্ময় বোধ নকৰে—যি চকুৰে এদিন তেওঁ এনে বহুত বস্তু দেখিছিল যি বস্তু আন কোনেও দেখা নাই।

তুষাৰ ধুমহা ভেদ কৰি মানুহজন আগবাঢ়িছিল। বতাহত স্কাৰ্ফ উৰিছিল—আন সময়ত হয়তো কোনোবা তৰুণ কবিক প্ৰেৰণা যোগালেহেঁতেন এই অদ্ভুত মূৰ্ত্তিটোৱে। কিন্তু দিনকাল সলনি হৈছে। কবিসকলক এতিয়া প্ৰেৰণা যোগায়—তুষাৰ ধুমুহাই নহয়, তৰা বা আকাশে নহয়—প্ৰেৰণা যোগায় দেশ জুৰি হাতুৰীৰ শব্দ, কৰতৰ খচখচ শব্দ, কাচিৰ ৰেপণি, সেইবিলাকেই এতিয়া পৃথিবীৰ আনন্দৰ গান।

লচ পৃথিৱীলৈ ঘূৰি অহাৰ পাছত ছমাহ অতিবাহিত হৈ গল। মঙ্গল-গ্ৰহত দুজন মানুহৰ সফল যাত্ৰাৰ টেলিগ্ৰাম পাই গোটেই পৃথিৱীত যি চাঞ্চল্যৰ সৃষ্টি হৈছিল তাৰ উপশম ঘটিছিল। লচ আৰু গুচেভে ইতিমধ্যে ডেৰশ মান ভোজসভা, চাপাৰ আৰু বিজ্ঞান সম্মিলনত-খোৱা দোৱা কৰিছিল। গুচেভে পেট্ৰগ্ৰাডৰ পৰা মচাক আনি ছবিৰ পুতলাৰ বাণীৰ দৰে সজাই তুলিছিল। ইণ্টাৰভিউ দিছিল প্ৰায় এশ বাৰ, এখন মোটৰ চাইকেল কিনিছিল। চকুত গাগলচ্‌ লগাইছিল, ইউৰোপ আৰু আমেৰিকাত ছমাহ ভ্ৰমণ কৰি মংগলবাসীসকলৰ লগত নিজৰ যুদ্ধৰ কাহিনী, মকৰা আৰু ধূমকেতুৰ কাহিনী, কেনেকৈ তেওঁ আৰু লচ আৰু অলপমান হোৱা হলে সপ্তৰ্ষিত গৈ উপস্থিত হলহেঁতেন—ইত্যাদি কাহিনী কৈ ফুৰিছিল। চোভিয়েট ইউনিয়নলৈ ঘূৰি অহাৰ পাছত, মংগলগ্ৰহত এতিয়াও যি সকল জীয়াই আছে সেই মেহনতী মানুহৰ সাহায্যাৰ্থে তেওঁ সামৰিক বাহিনী পঠিয়াবলৈ ব্যৱস্থাকৰণ সমিতি গঠন কৰিছিল।

পেট্ৰগ্ৰাডৰ এটা ইঞ্জিনিয়াৰিং কাৰখানাত লচে মঙ্গলগ্ৰহৰ প্ৰণালীৰে এখন মটৰ বনাইছিল।

সন্ধ্যা ছটা বজাত ঘৰলৈ ঘূৰি আহি অকলশৰে আহাৰ খোৱাৰ পাছত শোৱাৰ আগত তেওঁ কিতাপ পঢ়িছিল। কিন্তু কবিৰ কথা আৰু উপন্যাস লিখকৰ আকাশ পাতাল কল্পনা শিশুৰ বকবকনিৰ দৰে তেওঁৰ বোধ হৈছিল। লাইট নুমুৱাই অন্ধকাৰত চকুমেলি তেওঁ শুই থাকে—মগজত কেৱল ঘূৰি থাকিবলৈ ধৰে মাত্ৰ কেইটামান কথা—চিন্তা।

আজিও আনন্দিনাৰ দৰে মথাউৰিৰ ওপৰেদি তেওঁ গৈ আছিল। ছাঁট মাৰি মাৰি ৰাশি ৰাশি বৰফমালা ওপৰলৈ উঠি গৈছিল উদ্দাম তুষাৰ ধুমুহাত। কাৰ্নিচ আৰু চালৰ পৰা বৰফ পৰিবলৈ ধৰিছিল। বাটৰ কাষৰ চাকিবিলাক হালি জুলি আছিল। উশাহ লবৰ কাৰণেও কষ্ট হৈছিল।

খন্তেক ৰৈ তেওঁ মুখ তুলি ওপৰলৈ চালে। বতাহত ডাৱৰবোৰ ছিন্ন ভিন্ন হৈ গৈছিল। অন্ধকাৰাচ্ছন্ন আকাশত এটি তৰা। অন্ধ আবেগত তৰাটিৰ ফালে চাই ৰল লচ। তাৰ পোহৰত বিদীৰ্ণ হল তেওঁৰ অন্তৰ—"তুমা, বিষাদৰ নক্ষত্ৰ তুমা, উৰন্ত মেঘৰ আঁৱালত আকৌ লুকাই গল সেই অন্ধকাৰ গহ্বৰ, তৰাটো চকুত নপৰিল। এই ক্ষণিকৰ মুহূৰ্ত্তটোত লচৰ মনত এখনি ছবি ভয়াবহ স্বচ্ছতাৰে জিলিকি উঠিল—ইমানদিনে যি ছবিৰ সান্নিধ্য পাইও তেওঁ নাপালে।"

...... ...... ......

টোপনিৰ মাজতে কিহৰ যেন শব্দ শুনিবলৈ পালে—যেন মৌমাখিৰ ক্ৰুদ্ধ গুঞ্জন। তাৰ পাছত দুৱাৰত টুকৰ মৰাৰ শব্দ। টোপনিতে আইলিতা চক খাই উঠিল। তেওঁ সাৰ পাই দীৰ্ঘনিশ্বাস পেলালে আৰু থৰথৰ কৰি কঁপি উঠিল। গুহাৰ অন্ধকাৰত তেওঁক দেখা পোৱা নাযায়—কেৱল অনুভৱ কৰিব পাৰি তেওঁৰ হৃৎস্পন্দন। আকৌ দুৱাৰত টুকৰ মৰাৰ শব্দ। তুস্কুৰৰ কণ্ঠস্বৰ শুনিবলৈ পোৱা গল। "তেওঁবিলাকক গ্ৰেপ্তাৰ কৰা।" আইলিতাক লচে সাৱটি ধৰিলে। অভূতপূৰ্ব্ব কণ্ঠত আইলিতাই কলে ঃ

"হে মোৰ স্বামী, আকাশ পুত্ৰ, বিদায়।"

লচৰ মুখত তেওঁ দ্ৰুত আঙুলি বোলালে।

তেতিয়া লচে তেওঁৰ হাতত ধৰি বিষৰ বটলটো ললে। আইলিতাই কাণে কাণে একে নিশ্বাসতে কবলৈ ধৰিলে ঃ

"এইবিলাক ক্ষেত্ৰত মোৰ বাধা আছিল। ৰাণী মাগৰাৰ প্ৰতি মই উৎসৰ্গীকৃতা। মাগৰাৰ ভয়ঙ্কৰ নিয়ম অনুযায়ী, প্ৰাচীন ৰীতি অনুযায়ী সেৱাৰ নিয়ম যি সকল কুমাৰীয়ে ভংগ কৰে তেওঁক চক্ৰবেহুৰ কুঁৱাৰ মাজত নিক্ষেপ কৰা হয়। কুঁৱাটো তুমি নিশ্চয় দেখিছা। কিন্তু আকাশ পুত্ৰৰ প্ৰেম মই বাধা দিব নোৱাৰিলো। মই সুখী। মোক জীৱন দিছা—সেই বাবে তোমাক ধন্যবাদ। তুমি আমাক থাও-ৰ কালৰ বুকুলৈ লৈ গৈছা—সেই দেখি তোমাক ধন্যবাদ জনাইছো, মোৰ স্বামী......"



আইলিতাই তেওঁক চুমা খালে। ওঁঠত বিষৰ গোন্ধ। তেতিয়া লচেও বাকী থকা তৰল বিষখিনি গিলি পেলালে। বটলত তেতিয়াও অনেক বিষ আছিল। আইলিতাই মাত্ৰ মুখখন তিয়াবলৈহে পাইছিল। দুৱাৰত টুকৰ মৰা শব্দ শুনি লচ থিয় হ'ল। কিন্তু চেতনা অসাৰ হৈ পৰিছিল। হাত ভৰিবোৰ অৱশ হৈ পৰিছিল। বিচনালৈ ঘূৰি আহি তেওঁ আইলিতাৰ গাৰ ওপৰতে পৰি গ'ল। তেওঁক সাৱটি ধৰিলে। গুহাত সৈন্যসকলে যেতিয়া প্ৰবেশ কৰিলেহি তেতিয়া তেওঁৰ লৰচৰ কৰিব পৰা ক্ষমতা নাছিল। আইলিতাক কাঢ়ি লৈ কাপোৰেৰে মেৰিয়াই লৈ গ'ল। শৰীৰৰ শেষ শক্তি কণৰে সৈতে টলং ভটংকৈ তেওঁৰ ক'লা কেপৰ স্কাৰ্টৰ পাছে পাছে যাবলৈ ধৰিলে। গুলিৰ স্ফুলিঙ্গ—বুকুত কিহবাৰ এটুকুৰা ঘা। টলং ভটংকৈ আগবাঢ়ি গৈ লচ গুহাৰ সোণালী দুৱাৰখনৰ কাষত পৰিল গৈ।

...... ...... ......

বতাহত কুঁজা হৈ মথাউৰিৰ ওপৰেদি দ্ৰুতবেগে আগবাঢ়িছিল লচ। বৰফৰ বাউলী বতাহত বাধা পাই থমকি ৰৈ আগৰবাৰৰ দৰে অন্ধকাৰ অনন্ত শূন্যৰ ফালে চাই চিঞৰি উঠিল ঃ

"তেওঁ জীয়াই আছে, তেওঁ জীয়াই আছে—আইলিতা! আইলিতা......

"পৃথিৱীত এই প্ৰথম উচ্চাৰিত হোৱা নামটো—একেকোবে পগলাৰ দৰে বুটলি লৈ বতাহে ঘূৰ্ণিমান তুষাৰ কণাৰ মাজত সিচি দিলে। মুখত স্কাৰ্ফ গুজি জেপত হাত ভৰাই উজটি খাই খাই লচ ঘৰৰ ফালে আগবাঢ়িল।

প্ৰবেশ পথৰ ওচৰত এখন মটৰ গাড়ী। হেড লাইটৰ পোহৰত বগা মাখিৰ দৰে বৰফৰ কণাবোৰৰ সঞ্চৰণ। জধলা পচমৰ কোট পিন্ধা এজন মানুহে ফুটপাথত গোৰহনি মাৰিছিল।

"আপোনাক নিবলৈ আহিছো—মস্তিস্লাভ চেৰ্গেয়েভিচ। আনন্দ উজ্জ্বল মুখেৰে মানুহজনে হাঁহি চিঞৰি কলে। "গাড়ীত উঠক—যাব লাগে।"

মানুহজন আছিল গুচেভ। তেওঁ ততাতৈয়াকৈ বুজাই দিলে—ৰেডিঅ' টেলিফোন কেন্দ্ৰৰ মানুহবিলাকে আশা কৰিছে যে আজি সন্ধ্যা সাতটাৰ সময়ত অত্যন্ত শক্তিশালী অজান সাংকেতিক চিহ্ন ধৰা পৰিব। গোটেই সপ্তাহটো ধৰি তেওঁবিলাকে আশা কৰি আছে। সংকেত ধ্বনিৰ অৰ্থটো এতিয়াও বুজি পোৱা হোৱা নাই। পুৰা একসপ্তাহ ধৰি পৃথিৱীৰ চব কাগজপত্ৰতে ইয়াৰ অৰ্থ লৈ জল্পনা-কল্পনা চলিছে। এনেকুৱা কথা উঠিছে যে

সংকেত ধ্বনি মঙ্গলগ্ৰহৰ পৰা আহিছে। আজি সন্ধিয়ালৈ সেই ৰহস্যময় ধ্বনি শুনিবলৈ বেতাৰ কেন্দ্ৰলৈ লচক নিমন্ত্ৰণ কৰা হৈছে।

বিনা বাক্যব্যয়ে লচ গাড়ীত উঠিল। পোহৰৰ ৰেখাৰ মাজত পগলাৰ দৰে তুষাৰ কণাবিলাক নাচিবলৈ ধৰিছিল। মুখত লাগিছিল হাড় কঁপোৱা, বতাহৰ বা। নেভানদীৰ বিক্ত গোট মৰা বুকুত পৰিছিল চহৰৰ বেগুনীয়া পোহৰ। মথাউৰি ওপৰৰ জলমল কৰি থকা পোহৰ। দূৰত ক'ৰবাত যেন বৰফ ভঙা জাহাজৰ কৰ্কশ ধ্বনি।

ক্ৰাস্নিয়ে জৰী ষ্ট্ৰীটৰ শেষ প্ৰান্তত বৰফে ঢাকি থোৱা ঠাই টুকুৰাৰ গছবিলাকৰ তলত ঘূৰণীয়া চাল ঘৰৰ কাষত গাড়ী ৰখোৱা হ'ল। তুষাৰ ধুমুহাত উন্নত গম্বুজ আৰু তাঁৰৰ জালত বতাহৰ আৰু বৰফ জমা হৈ থকা দুৱাৰ খুলি গৰম কোঠাত সোমাই লচে টুপী আৰু স্কাৰ্ফ খুলিলে। ঘূৰণীয়া গোলাপীমুখৰ এজন মানুহে গৰম হাতেৰে তেওঁৰ ঠাণ্ডা হাতখন চেপা মাৰি ধৰি কিবা এটা বুজাবলৈ আৰম্ভ কৰি দিলে। ঘড়ীৰ কাটা সাতৰ ফালে আগবাঢ়িছিল।

বেতাৰৰ কাষত বহি লচে ফোন দুটা কাণত লগাই ললে, ঘড়ীৰ কাটা মন্থৰ গতিত আগবাঢ়িছিল। হায় মহাকাল, হায় বুকুৰ অস্থিৰ স্পন্দন—হায়, মহাশূন্যৰ অসীম হিম মৰুভূমি।......

কাণত পৰিল ধীৰ ফুচফুচনিৰ শব্দ। লগে লগে লচে চকু দুটা মুদি দিলে। আকৌ ভাহি আহিল সুদূৰ, ব্যাকুল দীৰ্ঘায়ত ফুচফুচনিৰ শব্দ। অদ্ভুত এটা শব্দ বাৰে বাৰে উচ্চাৰিত হৈছিল। কাণ পাতি ৰল লচ। স্থিৰ বিদ্যুতৰ দৰে লচৰ বুকু ফালি সেই সুদূৰ কণ্ঠস্বৰে অপাৰ্থিব বিষণ্ণ সুৰেৰে কৈ গৈছিল ঃ

"তুমি ক'ত, তুমি ক'ত, আকাশ পুত্ৰ, তুমি ক'ত ?"

স্তব্ধ হৈ গল কণ্ঠস্বৰ। বিস্ফাৰিত শেতা পৰা মুখেৰে সন্মুখৰ ফালে চাই ৰল লচ। আইলিতাৰ কণ্ঠস্বৰ। প্ৰেম আৰু মহাকালৰ কণ্ঠস্বৰ। ব্যাকুল বিৰহৰ কণ্ঠস্বৰ মহাশূন্য পাৰ হৈ আহিছিল—তেওঁৰ কাষলৈ তেওঁক মাতিছে—অনুনয় বিনয় কৰিছে—মিনতি কৰি কৈছে ঃ

"ক'ত, তুমি ক'ত, তুমি ক'ত প্ৰিয়তম.........